# লীলা গগৈৰ ৰচনাৱলী

(তৃতীয় খণ্ড)

# হাস্যৰসৰ সঁফুৰা

কপলিং ছিগা বেল
বিয়েবিং চিঠি
বৃকোদৰ বৰুৱাৰ বিয়া
বিশেষ কি লিখিম
মুকলি চিঠি
হাঁহি আৰু বাঁহী

ড° লীলা গগৈ

বনলতা :: ডিব্ৰুগড় :: গুৱাহাটী

**LILA GOGOI RACHANAVALI, TRITIYA KHANDA,**
*Complete Works of Professor Lila Gogoi, M.A., Ph.D, Volume III, Collected and edited and published by M/S Banalata, Dibrugarh, 1st Edition 1994, Rs. One hundread only.*

........................................................................

**প্ৰকাশক :**
শ্ৰীমাখন হাজৰিকা
**বনলতা**
নতুন বজাৰ,
ডিব্ৰুগড়-১

**শাখা :**
পাণবজাৰ
গুৱাহাটী-১

শ্ৰীমতী চন্দ্ৰ প্ৰভা গগৈ
মিলন নগৰ, ডিব্ৰুগড়

প্ৰথম সংস্কৰণ : ১৯৯৪

প্ৰচ্ছদ : ৰাজু বৰা

মূল্য :
পুথিভঁৰাল সংস্কৰণ ১০০ টকা
সাধাৰণ সংস্কৰণ : ৮০.০০ টকা

ছপা :
স্বৰাজ কম্পু প্ৰিণ্ট
৮ নং উপপথ, দক্ষিণ শৰণীয়া
গুৱাহাটী : ৭৮১ ০০৭

# গ্ৰন্থকাৰৰ আগকথা

এটি-দুটিকৈ লেখা ওলাবলৈ আৰম্ভ কৰিছিল ১৯৫২ চনৰ পৰা। তেতিয়া মই শিৱসাগৰ কলেজৰ আই-এ শ্ৰেণীৰ ছাত্ৰ। সেই বছৰেই মোৰ আনুষ্ঠানিক শিক্ষা সাং হয়। তেতিয়াৰেপৰা সম্পূৰ্ণ দুকুৰি বছৰ মোৰ নিজা বুদ্ধি-বৃত্তি আৰু শক্তি-সামৰ্থ্য অনুসৰি অসমীয়া সাহিত্যলৈ যি পাৰোঁ ৰৰগুনি দি আহিছোঁ। ১৯৫৬-৫৭ চনত পোনপ্ৰথম 'কপলিংছিগা ৰেল' 'অসম বাণী'ত প্ৰকাশিত হৈছিল যদিও ১৯৫৯ চনত পুথি আকাৰে প্ৰকাশিত হয়। তেতিয়াৰেপৰা 'বিয়েবিং চিঠি (১৯৭৬), 'বৃকোদৰ বৰুৱাৰ বিয়া', প্ৰথম খণ্ড (১৯৭৭), 'বৃকোদৰ বৰুৱাৰ বিয়া', দ্বিতীয় খণ্ড (১৯৭৭), 'বিশেষ কি লিখিম', (১৯৭৮), 'ঘেৰঘেৰী বাছ' (১৯৮১), 'হাঁহি আৰু বাঁহী' (১৯৮৫), আৰু 'মুকলি চিঠি' (১৯৮৬) যথাক্ৰমে প্ৰকাশিত হয়। আটাইবোৰ পুথি সম্প্ৰতি বজাৰত পাবলৈ নাই। ডিব্ৰুগড়ৰ প্ৰকাশন প্ৰতিষ্ঠান বনলতাই গ্ৰন্থাৱলী আকাৰত পুথিসমূহ ছপাবলৈ ভাৰ লোৱাত ধন্যবাদ জনালোঁ। পাঠকসকলৰো সহায় সহানুভূতি কামনা কৰিলোঁ।

সুৱাগমণি, ৰতনপুৰ
২৫ নৱেম্বৰ, ১৯৯৩

লীলা গগৈ

# কপ্লিং ছিগা ৰেল

এইটো কালিকা লগা শব্দ। ইয়াৰ অৰ্থ মই নকওঁ, ইয়াৰ অৰ্থ অভিধানতো নাই, ই ব্যাকৰণৰ জুক্তি-বুধিও নিবিচাৰে। ইয়াৰ অৰ্থ জানিবলৈ হলে আপুনি এজন পইণ্টমেনৰ ওচৰ চাপক, তেওঁ আপোনাক বুজাই দিব। সময় বাগৰে; কথাও বাগৰে। যুগে যুগে অৱতাৰ। আগানি কপ্লিং ছিগা ৰেল বুলিলে মানুহে যোৰহাট-মৰিয়নী ৰেলখনহে বুজিছিল। সেইখন ৰেলৰ কপ্লিং কলা-থকৰাৰে বান্ধিও চলাব পাৰিছিল। পিছে আমাৰখন ৰেল কুৰি শতিকাৰ ৰেল, ইয়াক নাটত বাখি কুঁহিয়াৰ খাব নোৱাৰিলেও গাৰ্ড বা ড্ৰাইভাৰক কৈ আপুনি আপোনাৰ শহুৰেকৰ পদূলি মূৰত ৰখাই নামি যাব পাৰে, নতুবা মাজবাটতে ইঞ্জিনে ঠেহ পাতিলে আপুনি কাষৰীয়া মিতিৰৰ ঘৰত কৰ্কৰা-পইতা এমুঠি খাই আহিব পাৰে। এই ৰেলত যি অন্ততঃ এদিন উঠিছে, সিয়েই এপালি খাইছে। তদুপৰি কাহানি ক'ত ডবা ছিগি থাকি যায়, তাৰো ঠিকনা নাই, সেয়েহে ৰাইজে ইয়াক কপ্লিং ছিগা ৰেল বোলে।

## ন-মিতিৰৰ এঠা বেছি

ন মিতিৰৰ এঠা বেছি; পুৰণি থেকেৰাৰ চোক বেছি। আমাৰ এই গাড়ীখনত ন-মিতিৰৰ এঠা আৰু পুৰণি থেকেৰাৰ চোক দুয়োটাই আছে। এইখন আমাৰ ঘৰুৱা ৰেল (A.B.R.)। সুখে-দুখে, দিনে-ৰাতিয়ে এইখন আমাৰ লগৰীয়া গাড়ী। কেতিয়াবা যদি সোনকালে আহে, আমাকো সোনকালে নিয়ে। কেতিয়াবা যদি পলমকৈ আহে আমাকো পলমকৈ নিয়ে। কেতিয়াবা যদি ইঞ্জিনৰ পানী শুকাই ক'ৰবাত বৈ থাকে, আমিও তাতে বোন্দাপৰ দি থাকোঁ। কেতিয়াবা যদি ইঞ্জিনৰ লোহা-লক্কৰ সুলকি বাটতে সত্যাগ্ৰহ কৰে, তেন্তে আমিও ভোকে-লঘোণে-কলমটিয়াই থাকোঁ। মুঠতে গাড়ীখন আমাৰ সাতামপুৰুষীয়া আপোন। পিছে কেতিয়াবা আপোনেই ছপোণ ভবায়; আমিও ভবিব লাগে। গাড়ীখন বিমানে পুৰণি হৈ আহিছে, আমাৰো মৰম-চেনেহৰ চোক বাঢ়ি আহিছে। সেয়েহে আমাৰ গাড়ীখনৰ কথা কবলৈ ইমান হেপাহ হৈছে।

## পত্নী-বিভ্ৰাটনে একচেঞ্জ

যোৱা বেলি শিৱৰাত্ৰিৰ দিনা নাই বুলিও শিৱসাগৰ সক ষ্টেশ্যনেদি ৪০/৫০ হেজাৰ মানুহ অহা-যোৱা কৰে। সাধাৰণতে সক প্লেটফৰ্মখনত মানুহৰ ঠেলা-হেঁচা, গঁতা-খোকটা বাককৈয়ে হয়। মাথমহীয়া বিয়া পতা দুই ন-দম্পতীও শিৱৰাত্ৰি চাবলৈ আহিছিল। আহিবই— "নতে নঅঁৰা, পুৰণি হলে ছঅঁৰা"। শিৱৰাত্ৰি চাই-চিতি আহি ষ্টেশন পালেহি। শিৱসাগৰ ষ্টেশ্যনৰ মহিলাৰ চিনি-পোৱাই টান। দুই পত্নী সেই জিৰণি ঘৰতে সোমাল, যদিও তাত সোমাই জিৰণি লোৱাটো শাস্তিহে।

আগৰ ডোখৰ ষ্টেশ্যনটো যিমানেই মৰিশালি যেন হৈ নেথাকক ৰেলখন আহি পোৱাৰ একমিনিটমান আগৰপৰা দুই মিনিটমান পিছলৈকে এই সময় ছোৱাত ইমান হুলস্থূল হয় যে অলপথভুৱা মানুহে থৰকাছুটি এৰি যায়। তাতে সেইদিনা যাত্ৰী সৰহ, বেলো দুখন। শিমলুগুৰিৰৰ ফালৰ গাড়ীখন আহি পালেহি। দুই দম্পতী ৰেলত উঠিবলৈ খৰ-ধৰ লগালে। জিৰণি-ঘৰৰ দুৱাৰমুখত দুইজন দৰাই মাত লগালে- "হেৰা, গাড়ী আহিলে, আহাঁ"। একে অসমীয়া পাটৰ জিকমিকাই থকা সাজ-পাৰ পিন্ধি দীঘলকৈ ওৰণি লোৱা দুই ন-ছোৱালী ওলাই আহিল। মানুহৰ হেচাঁ-ঠেলাৰ মাজেদি গৈ কোনোমতে দুয়ো বেলেগ ডবাত সোমাল। ডবাত ঠাই নাই। মানুহে বাহিৰতো বাদুলি ওলমাদি গৈছে। কাৰো মুখলৈ চাবলৈ সময় নাই। তথাপি ন-ছোৱালীয়ে ওৰণিৰ ফাঁকেদি নিজৰ নিজৰ জনক চাইছিল, নেদেখিলে। ভাবিলে হয়তো মানুহৰ মাজত কেনিবা আঁৰ হৈ আছে। ৰেল চলি গ'ল। এটা চিএব-ৰাখৰৰ মাজেদি গাড়ী আগবাঢ়ি গ'ল। এইদৰে গৈ দম্পতীদ্বয়ৰ গন্তব্যস্থান পালেগৈ। যাৰ লগত দৰাই সুধিলে- "হেৰা তোমাৰ ছাতিটো ক'ত এৰিলা?" কন্যা অবাক। ছাতিটো অনাই নাই। ভতিজাকহঁতলৈ বিস্কুট এবাকছহে কিনি আনিছা। দ্বিতীয়টো ষ্টেশ্যনত ই দম্পতীও নামি গ'ল। নামিয়েই সততে হিচাপী দৰাই সুধিলে- "ছাতিটো ক'ত পালা? বিস্কুটৰ পেকেটটো কি হ'ল?" কন্যা অবাক। ছাতিটো দেখোন ঘৰৰ-পৰাই আনিছে। বিস্কুটৰ পেকেটনো ক'ত কিনিছে? উত্তৰ একো নিদিলে। মানুহৰ হেঁচা-ঠেলাত ক'ৰবাত থাকি আহিল বুলি আৰু দৰায়ো চিএব-ৰাখৰ নকৰিলে। ন-ছোৱালীৰ এইবেলি গা-বাজিল। ওৰণীখন ফালি চালে (বিয়াত উঠোঁতে কিছুমান তিৰোতা মানুহে আগকালে পৰ্দা এখন আঁৰি লয় আৰু বাটত যাওঁতে পৰ্দাৰ ফাঁক এটা উলিয়াই সমস্ত জগতখনকে চাই যায়)। ঠিক এইদৰেই ন-ছোৱালীয়ে চাই দেখিলে

সেই গৰাকী তেওঁৰ পতি নহয়। সি গৰাকী ন-ছোৱালীবো অৱস্থা তথৈবচ। তথাপি কবওতো নোৱাৰে। এগৰাকীৰ হুলে ৰাটতে কান্দি কান্দি বহি দিবৰ মন গৈছিল। কি হ'ব? ঘৰ পালেগৈ। সকলো ওলাই পৰিল। ঘৰৰ সকলো অবাক। শিৱৰাত্রি চাবলৈ গৈ ঘৰৰ মানুহজনীকে সলাই আনিলে। দুয়োই ততাতৈয়াকৈ গৈ ষ্টেশ্যনত বাতৰি দিলে- শিৱসাগৰলৈ, জানোচা থাকি আছিল। ইজনেও তদ্রূপ বিজুলী বাতৰি দিলে। শিৱসাগৰ ষ্টেশন-মাষ্টৰে ওপৰা-ওপৰিকৈ দুয়োটা বাতৰি পাই ক্ষন্তেক গৱেষণা কৰিলে আৰু থিংবা কৰিলে যে কথা খাই শাক-মৰলীয়া। তৎক্ষণাত বিজুলী-ডাকত বাতৰি দিলে-টবে টক্কা, টবে টক্কা-একচেঞ্জ-অৰ্থাৎ সলনি হ'ল।

## দুখৰো লগৰী, সুখৰো লগৰী

"দুআঙুল কপালত বিধতাই লিখিলে
চাঁচিনো, গুচাব কোনে?"

আমাৰ ভাগ্যত লিখা আছিল, এইখন বেলত বগাবলৈকে। এইখন এতিয়া এ-বি-আৰ— 'আমাৰ বাবাৰ বেল' নহয়—বাইজৰ বেল। "ঋবে এৰিলেও কপটিয়ে নেৰে।" এইখন গাড়ীত নুঠোঁ বুলিলেও উপায় নাই। বছৰেকত অন্ততঃ আঢ়েকুৰি দিন এই গাড়ীখনত উঠিব লাগে। মানুহৰ এটা স্বভাৱ আছে। "নিজৰ দুখ ফুটাছাই, পৰাৰ দুখ খুচৰি খায়।" গতিকে আমাৰ এই গাড়ীখনৰ কথা কবলৈ বেয়া লাগে। কাৰণ এইখন আমাৰ ঘৰুৱা বেল। সুখে-দুখে, দিনে-ৰাতিয়ে এইখন আমাৰ লগৰীয়া গাড়ী।

## ইঞ্জিনৰ গতি

এইখন 'স্পুটনিক'ৰ যুগৰ গাড়ী। ঘন্টাত ১৩০০ মাইল যাব পৰা যান-বাহন ওলোৱাৰ দিনত আমাৰ গাড়ী ঘন্টাত ওঠৰ মাইল যায়। এইটো চৰকাৰে বান্ধি দিয়া নিৰিখ। কিন্তু ঘন্টাত ওঠৰ মাইল চলিলেই গাড়ী বেয়া হব নোৱাৰে। কাহ আৰু শহাৰ প্ৰতিযোগিতাৰ কথাটো মনত পৰা নাইনে? পিচে এটা কথা,— ঘন্টাত ওঠৰ মাইল যোৱাৰ এটা কাহিনী আছে। এইখন গাড়ীত চলা ইঞ্জিন কেইটা হেনো 'ৰবতি' চাহাবৰ দিনৰে। কোনো কোনোৱে কয়— "ইঞ্জিন কেইটাই হেনো মহাৰাণীৰ দিনতো একঠা চাউল খাবলৈ পাইছিল। তেতিয়াৰ দিনত হেনো ইঞ্জিন দেখিলেই মানুহে ভয় খাই কোৰ দেখি ছিটিকি

পলাইছিল আৰু এতিয়া ইঞ্জিনৰ গতি দেখি আটায়ে মুখেপতি একাষাৰ কয়।” ভালেহে কয়— “আগতে আছিলোঁ দুৱেনী-মোৱেনী আটায়ে বুলিছিল গাই, এতিয়া হলোঁ নেজ-গুৱৰী পালতো নিদিয়ে ঠাই।” পিচে কথাটো সঁচা— ইঞ্জিন কেইটাত স্বয়ং বিশ্বকৰ্ম্মা থিত হৈ নথকা হলে কাহানিবাই জগা-কাঠ পৰাদি পৰি থাকিব লাগিলহেঁতেন।

## কপ্‌লিং ছিগিল

‘কপ্‌লিং ছিগা ৰেল’ শিতানটো দেখি আপোনাসকলে ভাবিছে এইখন ‘যোৰহাট মৰিয়নী ৰেল’— পিচে নহয়, এইখন সেইখন ৰেল নহয়। সেইখনৰ কথা ইতিমধ্যে বুৰঞ্জী হৈ গ’ল। কিন্তু এইখনৰ কথাবোৰ নগদ কথা, বাস্তৱ কথা, আজিৰ কথা। গান্ধীজীক লৈ যাওঁতে সেইখনৰ কপ্‌লিং ছিগিছিল। গান্ধীজীৰ এইখন গাড়ীত বগোৱাৰ দুৰ্ভাগ্য ঘটিছিলনে নাই নেজানো, কিন্তু কপ্‌লিং হলে ছিগিছিল। এই গাড়ীখনৰ কল-কব্জা, ডবা-ইঞ্জিন আটাইবোৰবে স্বাধীনতা আছে। তদুপৰি বুঢ়া মানুহৰ দাঁততো যদি এধানমান সাৰ আছে, ইয়াত নাই। এদিন নহয়, দুদিন নহয়— বহুত দিন কপ্‌লিং ছিগি গাড়ী এৰি ইঞ্জিনে চিটিকা-চৰাই ভগাই ভাগিছে।

এদিনৰ কথা। দেওবাৰ। গাড়ীখন দুঘণ্টামান পলমকৈ চলিছে। দেওবাৰৰ ৰেল হাটকৰা-বাটকৰাৰ ৰেল। সেইদিনা সমাজবাদী ৰেল। শ্ৰেণীৰ পাৰ্থক্য নাই। হাতীখোক, জেঙনিকটীয়া, আমগুৰিঘাটৰ ককাইটিহঁতৰ মহাচিন্তা, জানোচা গাড়ী পায়গৈ মানে হাট ভাগি যায়। তথাপি উপায়োতো নাই। ভালুকৰ সাক্ষী হ’ল। চেপন ষ্টেশ্যন পালেহি। ককাইটিহঁতৰ বুজন দল এটা তাতে নামি গ’ল; এটা অংশ থাকি গ’ল। খন্তেক চেপনত ৰৈ গাড়ী এৰি দিলে। ককাইটিহঁতে চেপনতে ড্ৰাইভাৰক লগ ধৰি ক’লে— “হাট নেপাবগৈ লাগিলে সকলো অথলে যাব।” দৰদী ড্ৰাইভাৰে কথাষাৰ শুনি অলপ কোবেৰে গাড়ী চলাই দিলে। ইঞ্জিন চলি গ’ল। “জগবন্ধু ফটাছাতি, ভজো পইচা, পাতি পইচা” —গাড়ীৰ গতি দেখি ককাইটিহঁতৰ সেমেকি যোৱা মনবোৰত আশাৰ বেঙুনি বিৰিঙি ওলাল। চেপন ষ্টেশ্যনৰ পৰা এমাইল গৈছে কি নাই যোৱা; এনেতে মালডবা দহোটামান লৈ ইঞ্জিনটো গুচি গ’ল। যাত্ৰীডবা আটাইবোৰ থাকি গ’ল। কিছুদূৰ গৈ যাত্ৰীবাহী ডবাৰ গতি কমি অহা দেখি মানুহে মূৰ উলিয়াই দেখে গাড়ীৰ ইঞ্জিন নাই; ইঞ্জিন গৈ কোনোবা তিনি-মুনি পালেগৈ। ভৰাই ভৰাই কথাটো ৰাষ্ট্ৰ হৈ পৰাত যাত্ৰীৰ মাজত ভীষণ চিঞৰ-বাখৰ লাগিল। চিঞৰ-বাখৰৰ

শব্দ শুনি গাৰ্ডবাবুৱে মূৰ উলিয়াই চাই দেখে— কথা সৰ্বনাশ! মৰাণ ষ্টেশ্যন পাইহে ইঞ্জিনে গম পালে যে গাড়ী ক'ৰবাতে থাকি আহিল।

আন এদিনৰ কথা। গাড়ী আহি শিৱসাগৰ ষ্টেশ্যন পাবলৈ তিনি মাইলমান আছে। এনেতে গাড়ীৰ কপ্লিং ছিগি গ'ল। গোটাচেৰেক ডবা ইঞ্জিনে লৈ গুছি গ'ল— বাকী কেইটা ডবা চলি অহা গতিৰ ফোৰতে এনেয়ে চলি গৈ আছে। ৰেল আলিৰ খাৰেত কিছুমান মাইকী মানুহে জাকৈ বাই আছিল। তেওঁলোকে দেখি অবাক। অগা-পিছাকৈ দুখন গাড়ী চলিছে। এখনৰ ইঞ্জিন আছে আৰু ইখনৰ নাই। দেখা মাত্ৰকে মাইকীয়া জুমটোত আলোচনা হ'ল। ইজনী-সিজনীকৈ হাঁহিবলৈ ধৰিলে। গাৰ্ডবাবুৱে কথাটো দেখিছিল, কাণ নিদিলে। কিছুদূৰ আহি দেখিলে গাড়ী বৈ গ'ল। তেতিয়াহে বুজিলে যে গাড়ীৰ কপ্লিং ছিগিল।

এইখন শিমলুগুৰি-মৰাণহাট ৰেল। মৰাণহাটলৈ যোৱা ৰেল যেতিয়া হাটৰ মানুহৰ প্ৰাধান্য আৰু স্বাধীনতা বেছি হ'বই। দ্বিতীয় শ্ৰেণীৰ ডবাত এদিনলৈ যদি হাঁহৰ টোমটো, কুকুৰাৰ গঁৰালটো উঠিবলৈ নেপায় আকনো পাব কেতিয়া? মাৰিখোৱা হাঁহকনো কোনে ঢকুৱা পাৰি হ'গুৱাব?

## গাৰ্ডবাবু হেৰাল

সেইদিনা ৰাতি মহখুটি ষ্টেশ্যনত প্ৰায় ন বাজিছে। গাড়ীখন প্ৰায় এঘণ্টা পলম। তাত গাড়ী দুই মিনিট ৰব লাগে। মহখুটি ষ্টেশ্যনটো এটা কেঁকুৰিত অৱস্থিত। ভাটীমুৱা গাড়ীখনৰ পৰা সোঁ-হাতে গাৰ্ড নামিব লাগে। চেপ্‌চেপীয়া বৰষুণ দিছিল। গাড়ীৰ পৰা গাৰ্ড নামি গ'ল। ষ্টেশ্যন-মাষ্টৰৰ লগত কিবা কথা কটাকটি আৰম্ভ হ'ল। ড্ৰাইভাৰৰ চিন্তা কেনেকৈ খৰখৰকৈ গৈ এঘণ্টা পলমৰ কিছু সময় অন্ততঃ আগুৱাব পাৰি। গাৰ্ডৰ পৰা চিগ্‌নেল নোপোৱাকৈয়ে ড্ৰাইভাৰে গাড়ী এৰি দিলে। গাড়ীৰ 'স্পিড্' দিবৰ সময়ত গাৰ্ডে 'অলৰাইট চিগ্‌নেল' দিব লাগে। ড্ৰাইভাৰে সেই চিগ্‌নেল পালেনে নেপালে ক'ব নোৱাৰোঁ; খৰগতিৰে গাড়ী চলি গ'ল। কুৰি মিনিটমানৰ পিছত আহি গাড়ী খৰাহাট ষ্টেশ্যন পালেহি। ইঞ্জিনে পানী খালে। তাতে গাড়ীয়ে চান্‌টিং কৰিব। পানী খাই ইঞ্জিন আজৰি হ'ল। তেতিয়াও ব্ৰেক্‌ভানৰ পৰা গাৰ্ড নামি নহা দেখি ষ্টেশ্যনমাষ্টৰ নিজেই আগবাঢ়ি গ'ল। গাৰ্ডৰ কোঠা দেখি ষ্টেশ্যন-মাষ্টৰ অবাক। গাৰ্ডো নাই, লাইটো নাই। এটা হুৱা-দুৱা লাগি গ'ল। তাৰ পিছত এটা সিদ্ধান্তলৈ অহা হ'ল যে গাৰ্ড নিশ্চয় মহখুটি ষ্টেশ্যনত থাকি আহিল। উপায় কি? গাৰ্ডৰ ৰাতৰি পোৱাৰ বা অনাৰ উপায়

কি? মহখুটিৰ লগত টেলিগ্ৰাম সংযোগো নাই। অৱশেষত গাড়ীখন এৰি ইঞ্জিনটো পিছ হুহঁকি গ'ল। গৈ দেখে মহখুটি ষ্টেশ্যনত বোন্দাপৰ দি গাৰ্ড বৈ আছে। এইটো পুৰণি কাহিনী নহয়, ৰুচিয়াৰ তৃতীয় স্পুটনিকটো আকাশত উৰাৰ কেইদিনমানৰ পিছৰ কথাহে। ঘন্টাত ওঠৰ মাইল গতিত চলা এই গাড়ীখনক আপুনি এলাপেচা বুলি নেভাবিব, ই গাৰ্ডকো পিছ পেলাই থৈ আহিব পাৰে।

## খোঁৱা চাই চিগ্‌নেল

আন এটা কথা। ৰাতিপুৱা সাত বাজিছে। জেঠ মহীয়া চৌফলীয়া ৰ'দ, খাওঁ খাওঁ মূৰ্ত্তি ধৰি আহিছে। শিৱসাগৰ ষ্টেশ্যনত দুখন ৰেলে 'ক্ৰচ' কৰিব। ঘনেপতি ষ্টেশ্যন-মাষ্টৰে বাহিৰলৈ ওলাই আহি ৰেল লাইনৰ দুয়ো পিনে চাই উলটি যায়। মানুহজনে যেন বিৰক্তি বোধ কৰিছিল। গাড়ী দুয়োখনৰে চিগ্‌নেলো দিয়া নাই, আন পিনে নিৰ্দ্ধাৰিত সময়ো পাৰ হৈ গ'ল। কথাটো কি জানিবৰ কৌতূহল জন্মিল। ডিঙি মেলি চোৱা দেখি ষ্টেশ্যন-মাষ্টৰক সুধিলোঁ— "কি চাইছে?" তেওঁ গহীনাই উত্তৰ দিলে— "টেলিগ্ৰামৰ লাইন বেয়া, যিখন গাড়ী আগেয়ে ওলাবহি, সেইডাল চিগ্‌নেলকে আগেয়ে দিব লাগিব।" কথাটো শুনি পুতৌ জন্মিল। অনাতাঁৰ প্ৰগতিৰ দিনত আমাৰ এই বাপতীয়া গাড়ীখনত ৰেলৰ খোঁৱা চাই চিগ্‌নেল দিব লাগে। আন এদিনৰ কথা। খৰাহাট ষ্টেশ্যনত গাড়ী এৰিবৰ সময় পাৰহৈ গ'ল কিন্তু গাড়ী তেতিয়ালৈকে আহিয়ে পোৱাহি নাই। মহৰ কামোৰ খাই প্লেটফৰ্মতে থিয়া-থিয়ি কৰি আছোঁ। লাহে লাহে প্ৰায় এঘণ্টা পলম হ'ল। ষ্টেশ্যন-মাষ্টৰজনে ঘনাই টৰে-টক্কা মাৰিছে, কোনো উত্তৰ নাই। আমাৰ আমনি লাগিছে। ৰাতিৰ ভাত খোৱা সময় পাৰ হৈ গ'ল। তথাপি গাড়ী নাই। মনতে এবাৰ ভাবিলো— "ত'তো নাহিলো খাই, ইয়াতো পাবলৈ নাই।" এনেতে ইঞ্জিনত লাইটৰ পোহৰ দেখিলোঁ। মনটো অলপ ভাল লাগিল। পিছে, সেইয়া গাড়ী নহয়, ইঞ্জিনহে। টেলিগ্ৰামৰ লাইন বেয়া হোৱাত ইঞ্জিনে বাকীবোৰ ডবা চেপন ষ্টেশ্যনত এৰি 'লাইন ক্লিয়াৰ' নিবলৈ আগবাঢ়ি আহিছে। 'লাইন-ক্লিয়াৰ' লৈ পিছ হুহঁকি গৈ আকৌ গাড়ীখন লৈ আহে মানে ৰাতি দ্বিতীয় প্ৰহৰৰ কেঁচাই কুকলি দিলে। এই টেলিগ্ৰাম মাহাত্মাৰ আৰু এটা কথা কওঁ। "ওৱান আৱাৰ লেট্ কৰেক্ট টাইম।" এঘন্টা পলম চলিলেও ৰেলৰ বহীমতে উচিত সময়তে গাড়ী চলিছে। পলমকৈ যোৱা গাড়ী এৰিবৰ সময়ত কেতিয়াবা গাৰ্ডে আৰু কেতিয়াবা

ষ্টেশ্যন-মাষ্টৰে এটা চিএৰ মাৰে 'কৰেক্ট টাইম'— অৰ্থ আপুনি কৰি লওক।

## গাৰ্ডবাবুৰ পুৰস্কাৰ

এবাৰ হেনো কলিকতাৰ ফালৰ এখন ৰেলগাড়ী ঠিক সময়তে অহা দেখি এজন যাত্ৰীয়ে গাৰ্ডক এটা পুৰস্কাৰ দিব খুজিলে। তেতিয়া গাৰ্ডবাবুৱে হাঁহি মাৰি ক'লে— "এইখন কালি ইমান সময়তে পাব লগা গাড়ী, আজি এতিয়াহে পাইছেহি— অৰ্থাৎ ২৪ ঘণ্টা পলম।" আমাৰ এই ঘৰুৱা গাড়ীখন অৱশ্যে ২৪ ঘণ্টা পলম কৰি ৰেকৰ্ড কৰিব নোৱাৰিলেও মাত্ৰ একুৰি চৌধ মাইল দীঘল বাটটোত প্ৰায়েই ঘণ্টাচেৰেক পলমকৈ চলে।

## পানীহে ওলাল

চেইন্ টনাৰ কথা। এজন বাগিছাৰ বৰমহৰী বছৰেকীয়া দীঘলীয়া ছুটীত ফুৰিবলৈ ওলাইছিল। তেওঁ গাড়ীত উঠিল। গাড়ী এৰিলে। বৰমহৰীয়ে দুৱাৰ মুখত থিয়হৈ, হাতৰ ঘড়ীটো খুলি, এৰি থৈ অহা নিজৰ বাগিছাখনলৈ চাই আছোঁতে হঠাতে ঘড়ীটো হাতৰ পৰা মাটিত পৰি গ'ল। তেওঁ একো উপায় নেপাই ইস্ আস্ কৰোঁতে মনত পৰিল—চেইন্ টানিলে ৰেল ৰয়। ততাতৈয়াকৈ গৈ চেইন টানিবলৈ ধৰিলে। চেইন্ টানিলে হয়, গাড়ী কিন্তু নৰ'ল। আশাৰ মূৰত চেঁচা পানী লৈ ওলাই আহিল। ইস্ আস্ কৰি পিছৰ ষ্টেশ্যনত গাড়ী ৰ'লত চিনাকি মানুহ এজনক তেওঁ ক'লে—"বুজিছেনে মোৰ ঘড়ীটো হাতৰপৰা পৰি গ'ল।" সিজনে ক'লে, "আপুনি চেইন্ টানি গাড়ী নৰখালে কিয়?" বৰমহৰীয়ে উত্তৰ দিলে, "চেইন্ টানিছিলো, গাড়ী ৰওক চাৰি পানীহে ওলাল।" সিজনে পায়খানাৰহে চেইন টানিলে বুলি মুখখন ঘূৰাই হাঁহিলে। আমাৰ এই গাড়ীখনত আকৌ চেইন টানিলে—পানীও নোলায়, গাড়ীও নৰয়। কাৰণ সৰহভাগ গাড়ীতে 'ভেকুৱাম্' নেথাকে।

## ভগৱানে নকৰক

এই গাড়ীখন, ডবাবোৰ, লাইনটো মোতকৈ বয়সত ডাঙৰ। "কালিৰ হুৱাল হৈ পৰহিৰ গীত" বুলি নিশ্চয় অন্যায় কৰিছোঁ। পিছে ফটামুখনো জপায় কোনে? ইঞ্জিনৰ খট্‌লং-খট্‌লং অৱস্থা দেখি এদিন এজন ড্ৰাইভাৰক সোধোঁতে তেওঁ ক'লে—"আমাৰ নাম চিত্ৰগুপ্তৰ

বহীত ইঙ্গিওৰ কৰাই থৈছোঁ, ভয় নাই। মৰণলৈনো কাৰ ভয় নাই? পোনে পোনে সুধিলোঁ—"পিছে আমাৰ দশা?" তেওঁ উত্তৰ দিলে—"ভগৱানে নকৰক।"

## উকথা ঘৰত বাৰিষা

"উকথা ঘৰত বাৰিষা থাকে,
যুৱতী কন্যা ঘৰত ৰাখে,
ঘৰ চাই নকৰে মৃধচ;
তাতোকৈ নাই কুন্ধচ।"

উকথা ঘৰত বাৰিষা থকা আৰু ঘৰ চাই মৃধচ নকৰা লোকৰ নিচিনা লেতেৰা নাই। এইবেলি বাৰিষাৰ কথা। এটা দ্বিতীয় শ্ৰেণীৰ ডবাত সোমাব খুজিছিলোঁ। এজাক স্কুলীয়া ল'ৰা দেখি আৰু সিহঁতে দুৱাৰ মেলি দিয়াৰ মতিগতি নেদেখি এটা তৃতীয় শ্ৰেণীৰ ডবাত সোমালোঁ। অলপ পিছত ডবাপিটা বৰষুণ আৰম্ভ হ'ল। ডবাটো উকখিবলৈ ধৰিলে। ছাতিটো মেলি ধৰিলোঁ। সেইদৰেই আহি ইটো ষ্টেশ্যন পালোঁহি। ষ্টেশ্যন পাই গাৰ্ডক আপত্তি দিওঁগৈ বুলি ছাতি এটা লৈ নামি গ'লোঁ। তেতিয়াও বৰষুণ দি আছিল। গৈ দেখোঁ গাৰ্ডৰ অৱস্থা আৰু সাংঘাতিক। তেওঁৰ ডবাটোতো বাহিৰৰ সমানেই পানী পৰিছে। তেওঁ ছাতি এটা মেলি কাকত-পত্ৰবোৰ নিতিতাকৈ ৰাখিবলৈ চেষ্টা কৰিছে। ডবাটোৰ নম্বৰ আছিল ৫৩০৪। তেওঁৰ তেনেকুৱা অৱস্থা দেখা সত্ত্বেও বৰষুণত উকখাৰ আপত্তি দিলোঁ। তেওঁ উত্তৰ দিলে, "দেশৰ সমৃদ্ধিৰ বাবে ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিবই লাগিব।" এবাৰ হাঁহিলোঁ।

এবাৰ শুনিছিলোঁ এইখন গাড়ীৰ যাত্ৰীৰ ভাৰাৰ পৰা হোৱা আয়েৰে হেনো—কয়লাৰ দামটোৱেই নোলায়। সেইবাবেইনেকি এইখন গাড়ীৰ যাত্ৰীয়ে ঘাই লাইনৰ সৰহভাগ গাড়ীৰে সংযোগ স্থাপন কৰিব নোৱাৰে। সি যি কি নহওক, এই গাড়ীখন আমাৰ ঘৰুৱা গাড়ী—ঘণ্টাত ওঠৰ মাইল চলিলেও আপুনি ইয়াৰ লগ নেৰিব। কিয়নো "সু বাট দূৰ গমন, বাট নিদিবা এৰি; বুঢ়ী হ'লেও জীয়ৰী আনিবা, তেও নানিবা বাঁধী।"

## নেতাৰ আদৰ্শ

আমাৰ নেতাসকলে বক্তৃতা দিয়া শুনিছোঁ— "ছাত্ৰসকল দেশৰ ধৰণী, ভৱিষ্যতৰ নাগৰিক, ৰাজ্যৰ নেতা।" এইখন গাড়ীত অহা-যোৱা

কৰা শতকৰা নৱৈবটা ছাত্ৰৰ গতিবিধি, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ দেখিলে নেতাসকলৰ বক্তৃতাটোৰ লগত বিজাই চাবলৈ টান পাওঁ। ইহঁতে বহুৰেকত এদিন টিকট ল'বলগীয়া হ'লেও সেইটো মহাপাপৰ দিন। এদিন ৰাজ্যৰ নেতা হ'ব বুলিয়েই নেকি ইহঁতে তৃতীয় শ্ৰেণীতো ভ্ৰমণ নকৰে। প্ৰথম আৰু দ্বিতীয় শ্ৰেণীৰ দুৱাৰ বন্ধ থাকিলে ভাঙি সোমাব, তথাপি তৃতীয় শ্ৰেণীত নাযায়। কাৰণ, নেতাই তৃতীয় শ্ৰেণীত ভ্ৰমণ নকৰে। 'টি-টি-ই' বা আন বিষয়াই এওঁবিলাকক দেখিলে সেও মানিব লাগে, কাৰণ ডাঙৰ মানুহ। এবাৰ এজন টি-টি-ইয়ে এজন ছাত্ৰক বিনা টিকটে ভ্ৰমণ কৰা বাবে 'ডবল চাৰ্জ্জ, কৰাৰ পিছদিনাই শিৱসাগৰ ষ্টেশ্যনৰ প্লেটফৰ্ম্মতে তেওঁ নগদ দুটা দাঁত হেৰুৱাব লগা হ'ল। যেনেকৈ কোনোবা শক্তিশালী নেতাৰ ৰোষত পৰিলে কৰ্ম্মচাৰী বদলি হয়, এই দেশৰ উঠি অহা নেতামখাক অসন্তুষ্ট কৰিলে হাতে হাতে ফল পাব লাগে। বাটৰ কাষত থকা কাঠৰ টুকুৰা, চাইকেল— সকলো যাত্ৰীবাহী ডবাত ভৰাই লৈ আহে—ৰেল কৰ্ম্মচাৰীৰ এটা মাত্ৰ উপায়,—"বেতনিত ঔ পৰিল্প বাসুদেৱায় নমঃ।"

(২)

কথাত কথা বাঢ়ে, খৰিকাত বাঢ়ে কাণ,
মাকৰ ঘৰত জীয়াৰী বাঢ়ে পথাৰত বাঢ়ে ধান।"

শিমলুগুৰি-মৰাণহাটৰ এই কপ্‌লিং ছিগা গাড়ীখনৰ কথাবোৰেই ময়াপী, ক'লেও ওৰ নপৰে। আৰব্য উপন্যাসৰ সাধুকথাবোৰো কৈ থাকোঁতে এদিন অন্ত হয়, কিন্তু এই গাড়ীখনৰ কাহিনীৰ অন্ত নহয়। নিতৌ একো একোটা নতুন ৰোমান্স, নতুন ট্ৰেজেডী, নতুন কমেডীৰ অৱতাৰণা কৰিয়েই আছে। আমাৰ দেশৰ নীতিয়েই হ'ল "বোপা ককাৰ ৰীতিটোনো এৰিম বা কিয় ?" আনৰ দেশত নতুন নতুন বহুত কিৰাকিৰি ওলালেও আমাৰ গাড়ীয়ে সেইবোৰ নকল নকৰে, কাৰণ নকলী বস্তুত সঁজাত নাই।

## কোবে কাটি গ্ৰহণী

আমাৰ এই গাড়ীখনত এমখা মানুহে নিয়মীয়াকৈ অহা যোৱা কৰে কিন্তু অনিয়মীয়াকৈও টিকট নলয়। বোপা-ককাকৰ দিনৰ বটুৱা

ঘোঁৰাটোত লাফ মাৰি উঠিছে যেনিবা চেকুৰ মেলিছে। গেটৰ মুখত টিকট বাবুৱে টিকট বিচাৰোঁতে এদিন এজন যাত্ৰীয়ে উত্তৰ দিছে—"ঘৰৰ পৰা ঘূৰি আহি টিকট দিম, চাওঁ বাটটো এৰি দিয়কচোন।" দিনচেৰেক আগৰ কথা। তেতিয়া কুজিবালিত এটা চাইডিং আছিল। তাত বুকিং অফিছ নাই। গাড়ী ৰখাই গাৰ্ড বাবুৱে টিকট দিয়ে আৰু লয়। এদিন আবেলি শিমলুগুৰিমুৱা গাড়ীখনত এজাক স্কুলীয়া ল'ৰা আৰু পি-ডব্লিউ-ডিৰ আলিত কামকৰা জনচেৰেক মানুহ কোৰে-কটাৰীয়ে উঠিছিল। কুজিবালিত গাড়ী ৰল। স্কুলীয়া ল'ৰাবোৰ গাড়ীৰ পৰা নামি ৰিঙিয়াই ৰিঙিয়াই দিহা-দিহি দৌৰ দিলে। কোৰ-কটাৰী লৈ বাকী কেইজন লোকেও নিজৰ বাট ল'লে। এনেতে গাৰ্ডবাবু আহি টিকট বিচাৰিলেহি। গাৰ্ডক টিকট দিয়া দূৰৰ কথা, কথাহে কটাকটি হ'ল। কথাৰ উষ্মা বেছি হ'লত এজনে কোৰখন দাঙি গাৰ্ডলৈ খেদি আহিল। গাৰ্ডেও সেও হৈ মনে মনে আঁতৰি আহি নিজৰ ডবাত উঠিলেহি। মাটিৰ মোহত পৰি কেতিয়াবা দ্বন্দ্ব লাগিলে সাধাৰণতে পথাৰৰ মাজত কোৰেৰেই পৰাচিত কৰাটো নিয়ম। গাৰ্ডবাবুৱে টিকট বিচাৰি বে-দখল নকৰিলেও অনধিকাৰ চৰ্চা কৰিছিল, সেই বাবেহে টিকটবিহীন যাত্ৰীয়ে কোৰ দাঙি খেদি আহিছিল। সেইদিন ধৰি কুজিবালিত চাইডিং উঠি গ'ল, কোৰে কাটি গ্ৰহণী চপাই ল'বলৈ কোনেও ইচ্ছা নকৰিলে।

## শিয়াল স্বৰ্গলৈ গ'ল

যুধিষ্ঠিৰৰ লগত সোঁ-শৰীৰে কুকুৰ এটা স্বৰ্গলৈ লৈ গৈছিল। শিয়াল কেতিয়াবা স্বৰ্গলৈ গৈছেনে নাই—নেজানো। পিছে অলপতে এটা শিয়াল এই কপলিং ছিগা ৰেলতে উঠি স্বৰ্গলৈ গ'ল। শিয়ালৰ বুদ্ধি আছে, শিয়াল টেঙৰ, শিয়াল সিয়ান। আমাৰ দেশৰ কোনোবা এজন নেতা হেনো পাঁচোটা শিয়াল মৰিহে নেতা হৈছে। অৰ্থাৎ পাঁচোটা মৰা শিয়ালৰ' আটাইখিনি গুণ তেওঁৰ গাত আছে। বাৰু সি যি কি নহওক, এই বছৰৰ ১২ মেই তাৰিখৰ কথা। ৩২৬ নং ডাটীমুৱা গাড়ীখনে চেপন ষ্টেশ্যনত চানটিং কৰি থাকোঁতে এটা মাল ডবা লাইনৰ পৰা বাগৰি পৰিল। এটা সাময়িক হুলস্থূল লাগি গ'ল। পিছদিনা ডবাটো তোলাৰ পিছত দেখা গ'ল যে শিয়াল ডবাটোৰ হেঁচাত পৰি স্বৰ্গী হৈছে। শিয়ালটো সম্পৰ্কে ৰেলওৱে বিভাগৰ মানুহৰ মাজত মতদ্বৈধতা ওলাল। ষ্টেশ্যন-মাষ্টৰে কয়—শিয়ালটোৱে তপস্যা কৰিছিল, গাৰ্ডে কয় যে সি বিনা টিকটে মৰাণহাটলৈ যাবলৈ আহিছিল, পইণ্টমেনে কয়

শিয়ালটোৰে ব্ৰেক্‌ভানত থকা হাঁহ-কুকুৰা জোপ লৈ আছিল। মুঠতে পইন্টমেনেহে আচল পইন্টটো ধৰিছে। শিয়ালটো মৰাতেই ঘটনাৰ অন্ত নপৰিল। নেতাৰ গাত বেতিয়া শিয়ালৰ গুণ থাকে, এই শিয়াল সম্পৰ্কে তদন্ত হোৱা বাঞ্ছনীয়। নোহোৱাকৈয়ো নেথাকিল। সংশ্লিষ্ট কেইবাটাও বিভাগৰ 'খুটীয়া তদন্ত' হৈ গ'ল। আন দেশত ৰেলৰ তলা খহি মানুহ মৰে, তাৰো তদন্ত নহয়। আমাৰ এই ৰেলখনৰ তলা খহি মানুহ নমৰে, শিয়ালহে মৰে আৰু তাৰো খুটীয়া তদন্ত হয়। হওক, "কুকুৰ গৰ্দ্দভ শৃগালবো আত্মাৰাম, হেন জানি সবাকো কৰিবা প্ৰণাম।" কোনো কোনোৰে কোৱা শুনিছোঁ—বোলে মানুহ মৰিবলগীয়া আছিল, শিয়াল মৰি তাতে খণ্ডি গ'ল। হওক তেও, মানুহ নমৰিল। তথাপি এজন কাব্যৰসিক গাৰ্ডে শিয়ালৰ মৃত্যুত এফাকি মালিতা ৰচনা কৰিছিল,—

"আছিলো কাৰতে বহি,
পৰিলে তলাটো খহি,
কিনো নহ'বৰ হ'ল,
শিয়াল স্বৰ্গলৈ গ'ল।"

## বয়লাৰ ফট্

ইঞ্জিনৰ মহিমা আৰু গুণ-গৰিমাৰ কথা ইতিমধ্যে এবাৰ কৈ গৈছোঁ। তথাপি কৈ কি পাৰ পাম? সিদিনা এনেকুৱা এটা ইঞ্জিনে শিমলুগুৰিৰ পৰা শিৱসাগৰ (১০ মাইল) পাওঁতে এঘণ্টা পঁয়ত্ৰিশ মিনিট লাগিছিল। শেষত শিৱসাগৰত তলা টানিব নোৱাৰো বুলি ছটা তলা কাটি থৈ গ'ল। তাৰ দুদিনমান পিছৰ কথা। শিমলুগুৰিত ইঞ্জিন উলিয়াবৰ সময় হ'ল। ইপিনে ইঞ্জিনৰ পানীৰ চৌবাচ্চাটোত ফুটা ওলাল। ভৱনামৰ বেলিকা জলৰ জৰী ছিগিলে যিটো অৱস্থা হয় ইঞ্জিনৰো অৱস্থা সেয়ে। ব্যাধি এটা নহয় দুটা। গৰম পানীৰ চৌবাচ্চাটোতো ফুটা আৰু ষ্টীমৰ চৌবাচ্চাটোও ফুটা। ইঞ্জিনও নিবই লাগিব, আচুতীয়া ইঞ্জিনো নাই। উপায় নেপাই ড্ৰাইভাৰে কেইবাপিটিমান বোকা তুলি আনি পানীৰ চৌবাচ্চাটোত বাকি দিলে, যাতে বোকাৰ গেলেৰি পৰি ফুটাটো বন্ধ হয়। ষ্টীমৰ চুঙাটোৰো বাহিৰফালে কেইচপৰামান আলতীয়া বোকা আনি সানি দিলে। এইবোৰ ইঞ্জিন চলি গ'ল— "ঘচ্‌লং-ঘচ্‌লং ঘচ্ ঘচ্ ঘচ্"। আৰু এদিনৰ কথা, বাতিপুৱা গাড়ীখন শিৱসাগৰ ষ্টেশনত সোমোৱাৰ লগে লগে ইঞ্জিনৰ যান্ত্ৰিক বিকৃতি লাগিল। এটা অসম্ভৱ শব্দ কৰি ইঞ্জিনটো ৰৈ গল। কথা কি সোধোঁতে গম পাওঁ ৰে 'বয়লাৰ

ফট্’! বয়লাৰৰ ‘নট্’ এটা ‘ফট্’ কৰে এৰাই গ’ল। ড্ৰাইভাৰৰ মতে এইটো ঘটনা গাড়ীখন পূৰ্ণ গতিৰে থকা অৱস্থাত হোৱা হলে ৰেলে-মানুহে আটাইবোৰ কণী চোকোৰা ভগাদি ভাগিব লাগিলেহেঁতেন। এইদৰে ঘণ্টাচেৰেক শিৱসাগৰ ষ্টেশ্যনত সত্যাগ্ৰহ কৰি থকাৰ পিছত আন এটা ইঞ্জিন আহি ন-দৰাক আদৰি নিয়াদি লৈ গলহি, অৱশ্যে আমডালি আৰু কলাপুলি নাছিল। আজিকালিৰ ষ্টেশ্যনবোৰত ঠিক ঠাইত গাড়ী নৰয়। কাৰণ ইঞ্জিনে ‘ব্ৰেক’ ধৰিলেও পিছলি পিছলি গৈ থাকে। তাকে দেখি এজন যাত্ৰীয়ে আপত্তি কৰা শুনি এজন ড্ৰাইভাৰে উত্তৰ দিলে, “ককাই ইমানতে যে ৰৈছে, তাকেই ধন্য বুলিবাচোন!”

## কণী যুঁজ

এবাৰ এগৰাকী বুঢ়ী জীয়েক-জোঁৱায়েকৰ ঘৰলৈ গৈছিল। যাওঁতে লগত দুটামান তামোল-পাণ আৰু গোটাচেৰেক কণী লৈ গৈছিল, বাটত শুনিলে যে ক’ৰবাত হেনো ৰেলে খুন্দা খাই ৰেল ভাগি মানুহ মৰিল। বুঢ়ীয়ে আগৰটো ষ্টেশ্যনত গৈ গাৰ্ডবাবুক সুধিলে, “বাবু, গাড়ীখন ক’ৰবাত যুঁজ লগাৰ ভয় আছে নেকি?” গাৰ্ডবাবুৱে উত্তৰ দিলে— “নাই, নাই,... পিচে কেলেইনো সুধিলে?বুঢ়ীয়ে উত্তৰ দিলে, “এ, সেই ছোৱালীজনীৰ ঘৰলৈ যাওঁ। কণী দুটামান আনিছোঁ নহয়, বাটত ক’ৰবাত যুঁজ লাগি ভাগে বুলিহে সুধিছোঁ।” আমাৰ এই গাড়ীখনত যুঁজ লগাৰ ভয় নেথাকিলেও গাড়ীৰ যিহে থেকেছা, এনেয়ে কণী ভাগিব।

## বাৰটাৰ গাড়ী কেইটাত এৰে

যোৱা জুলাই মাহৰ প্ৰথম সপ্তাহৰ কথা। এখন গাড়ী ৰাতি ১২ বজাত শিমলুগুৰি এৰিব লাগে। কোন গাৰ্ড যাব ৯।। বজাত খবৰ দিয়াটো নিয়ম হেনো। যিজন গাৰ্ডৰ পাল আছিল, তেওঁ কোনো খা-খবৰ নপাই শুই থাকিল। এঘণ্টা দুঘণ্টাকৈ ১২ বাজি গল। তথাপি গাড়ীও যোৱা নাই, গাৰ্ডকো খবৰ দিয়া নাই। ১২ বাজি ৩০ মিনিট গ’ল, তেও গাড়ী নেৰা দেখি এজন যাত্ৰীয়ে গৈ ষ্টেশ্যন-মাষ্টৰক সুধিলে, “মাষ্টৰ বাবু, ১২ টাৰ গাড়ী কেইটাত এৰে?” তেতিয়া ষ্টেশ্যন মাষ্টৰৰ গাত তত আহিল। তত্‌অতেয়াকে এটা পৰ্টাৰ পঠাই, গাৰ্ডক জগাই খবৰ দিয়াইছে যে গাড়ী তেতিয়াও কোনেও নিয়া নাই। কেচা ঘুমটিৰপৰা গাৰ্ড উঠি চকু মোহাৰি মোহাৰি আহি গাড়ী নিবলৈ

সাজু হ'ল। আগৰ যাত্ৰীজনে গাৰ্ডক আকৌ সুধিলে, "বাবু, বাৰটাৰ গাড়ী কেইটাত এৰে?" গাৰ্ডে গহীনাই উত্তৰ দিলে—"দুটাত"।

## ঊৰ্দ্ধমুখী-গতি

এবাৰ হেনো এটা ৰেল-ষ্টেশ্যনৰ প্লেটফৰ্মত বাঘ ওলাল। বাঘটো মাৰিবনে কি কৰিব। ষ্টেশ্যন-মাষ্টৰ বিবুধি হ'ল। এনেতে এজনে কৈ দিলে যে উৰ্দ্ধতন কৰ্তৃপক্ষৰ অনুমতি ল'ব লাগিব। ষ্টেশ্যন-মাষ্টৰে টেলিগ্ৰাম কৰিলে—"Tiger on the platform. Wire instruction." আমাৰ এই গাড়ীখনৰো কথা তদ্ৰূপ। প্ৰতিটো কথাই উৰ্দ্ধতন কৰ্তৃপক্ষৰ অনুমতি লওঁতে বছৰেক যায়।

## শিৱসাগৰ টাউন

এই ষ্টেশ্যনটো এই কপলিং ছিগা ৰেলখনৰ ঘটনা-বহুল ষ্টেশ্যন। নামটো 'শিৱসাগৰ 'টাউন' কিন্তু কি বিধিৰ বিপাক—আইনমতে টাউনৰ বাহিৰ। ষ্টেশ্যনটোৰ নামত 'টাউন' থাকিলেও ই টাউনৰ সকলো সুখ-সুবিধাৰ পৰা বঞ্চিত। নগৰত পানী যোগান হ'ল, বিজুলী বাতি হ'ল, আলি পকা হ'ল। কিন্তু এই 'শিৱসাগৰ টাউন' ষ্টেশ্যনটো এই সকলোৰে পৰা বঞ্চিত। জিৰণি ঘৰৰ নামত 'মহিলাৰ বাবে' অন্ধকূপ হত্যাৰ উপযোগী এটা কোঠা আছে, পুৰুষৰ বাবে গছতল। এবাৰ এইবাবে আপত্তি দিওঁতে এজন বিষয়াই উত্তৰ দিলে "নওঠা শিৱৰ দেশ শিৱসাগৰ, শিৱৰ জানো ঘৰ-বাৰী আছে? শিৱসাগৰৰ যাত্ৰীক আকৌ জিৰণি ঘৰ কিহৰ? কথাটো মানি লওঁ।

## যি কম সঁচা কম

সেইদিনা কাছাৰীত এখন মোকৰ্দ্দমা আছিল। এজন মিৰি মানুহে সাক্ষী দিছিল। হাকিমে তেওঁক ক'লে—"কোৱাঁ, যি কম সঁচা কম।" সাক্ষীজন জাতুল খাই উঠিল। তেওঁ ক'লে, "হুজুৰ সঁচাই-মিছাইহে মোকৰ্দ্দমাটো; মই আকৌ অকলে যি কম সঁচা কম বুলিনো কেনেকৈ কওঁ?" হাকিমে তেওঁক সাক্ষী ক'বলৈ নিদিলে। উলটি আহি তেওঁ আবেলিৰ গাড়ীত ঘৰলৈ যাবলৈ ওলাল। এটা ডব্বাত উঠি বহিল, কিন্তু টিকট নল'লে। বাটত টি-টি-ই উঠিল। চেক কৰি আহোঁতে কেইবাটাও স্থানীয় ল'বাক এৰি দিলে কিন্তু তেওঁক 'ডবল-চাৰ্জ' কৰিলে। মিৰি-ককাইৰ খং উঠিল। কল-পচলা কাটি টি-টি-ই জনক জেং জেঙাই

উঠিল। তেওঁ ক'লে, "ইমাননো খং কৰিছা কে'লেই?" তেতিয়া তেওঁ ক'লে "যি কম সঁচা কম। অ' স্কুলীয়া ল'ৰাটো হ'লে এৰি দিয়া, বুঢ়াটো হ'লে ধৰিছা।" টি-টি-ই জন একো নোকোৱাকৈ লাহেকৈ নামি গ'ল।

## প্ৰজাপতয়ে নমঃ

এই গাড়ীখনৰ যিমানেই কি দোষ নেথাকক ই বহুদিন প্ৰজাপতিৰ আহ্বান মানি আহিছে। বেই-তল গৰকি, কেঁচা, মাহ-হালধি ঘঁহি বিয়া-পতাৰ উপৰিও থিয়েটাৰ ভাওনা চাবলৈ যাওঁতে, ছোৱালী পলুৱাই লৈ নিৰাপদ ঠাইলৈ আঁতৰি যাওঁতে এই গাড়ীখনে বহুতকে সহায় কৰি আহিছে। আমাৰ এই গাড়ীৰ ষ্টেশ্যন-মাষ্টৰো বহুমুখী। অকল মাষ্টৰেই নহয় পুৰোহিতো। অলপতে বাগিছাৰ বনুৱা ল'ৰা এটাই বনুৱা ছোৱালী এজনী পলুৱাই আনি, সোহাই-পিটাই ৰেলত উঠিব খোজোঁতে চিপাহী এটাই পালে। লাগিল ঘমঘন্টা। এনেতে ষ্টেশ্যন-মাষ্টৰ ওলাই আহি যেনিবা লেঠাটো মাৰি দিলে। প্ৰশ্নৰ মূৰত ওলাল যে ছোৱালীজনী ইচ্ছামতেই আহিছে। ষ্টেশ্যন-মাষ্টৰে ৰায় দিলে যে ইয়াত আপত্তি কৰিবলগীয়া একো নাই। চাহ-মিঠাই খাবলৈ চিপাহীজনৰ হাতত টকা দুটা দি প্ৰণয়ী-প্ৰণয়িনী গাড়ীত উঠিল। ষ্টেশ্যন-মাষ্টৰে ক'লে—'প্ৰজাপতয়ে নমঃ।'

একুৰি চৌধ মাইল বাটৰ গাড়ীখনৰ কথা কৈ থাকিলে ওৰ নপৰে। তাতে আমাৰ ঘৰুৱা ৰেল। "নমৰে মানে চাবা, নুবুৰে মানে বাবা।" গাড়ীখন মৰি অন্ত নহয় মানে চাবই লাগিব।

(৩)

তিনিবাৰে নিবাৰ বুলি আমাৰ এষাৰ কথা আছে। সেয়েহে আমাৰ এই কালিকা লগা ৰেলখনৰ কথা আৰু এবকলা মেলিবলগীয়া হ'ল। ক'বলৈ গ'লে এইখন গাড়ীৰ কাহিনী কৈ ওৰ নপৰে। এইখন গাড়ীত উৰহুৰ খং ভগাড়াৰীত সাৰে, আৰু কেতিয়াবা খাই কাঁড়শলা ডালত উঠে, কাঠিচেলেকাৰ মৰণ মিলে। ইঞ্জিনৰ অৱস্থা, ডবাৰ গঢ়-গতি, সময়ৰ সুবিধা চাওঁতা কেও নাই। শুনি সুখ পাব যে ৰাতি বাৰ বজাত এখন গাড়ী চলে—এইখন গাড়ীত যাত্ৰীৰ ভিৰ ইমান বেছি

যে কেতিয়াবা সপ্তাহত এদিনো এটাও টিকট বিক্ৰী নহয়। তথাপি আমাৰ গাড়ী চলে। গতিকে আমাৰ এইখন গাড়ীক কোনোপধ্যে বেয়া বুলিব নোৱাৰি। চাবলৈ গ'লে চন্দ্ৰতো কলঙ্ক আছে; গাড়ীতনো নেথাকিবনে ?

## বিশ্বকৰ্ম্মা-জিন্দাবাদ

স্বয়ং বিশ্বকৰ্ম্মা থিতত্তলৈ আছে বুলিহে এই গাড়ীখন চলিছে। আমাৰ দেশৰ সমৃদ্ধি বঢ়াবলৈ হ'লে সময়ত জোৰা-টাপলি মাৰিও চলিব লাগিব। গতিকে স্বয়ং বিশ্বকৰ্ম্মা থিততলৈ থাকোঁতে মৰণ ক'ত? কিনা হাঁহৰ ঠোঁটলৈকে মগুহ, গতিকে, এই গাড়ীখনৰ ইঞ্জিনকেইটাৰ চকা ঘূৰি থকালৈকে ই টকা বুটলিবই লাগিব; ইয়াৰ অন্যথা নাই। নচলা ইঞ্জিন এটা চলাই নিব নোৱাৰিলে ড্ৰাইভাৰ কিহৰ ? এই সপ্তাহৰ কথা। এক নম্বৰ উজনিমুৱা গাড়ীখনে সৰ্বমুঠ ৩১টা ডবা লৈ বীৰ-বিক্ৰমে ৰাতি মৰাণহাট অভিমুখে গতি কৰিছিল, কিন্তু কি বিধিৰ বিপাক, দিচাংনৈৰ দলঙত, পৰাক্ৰম প্ৰতিহত হ'ল। দলং উঠিবগৈ নোৱাৰিলে। এবাৰ পিছুৱাই গৈ আকৌ এবাৰ চেষ্টা কৰিলে। মিছা হ'ল। দুবাৰ চেষ্টা কৰিলে, মিছা হ'ল। তৃতীয়বাৰ পিছুৱাই আহি বেতবাৰী পালেহি। তাৰপৰা স্পিড্ দি এইবাৰ যেনিবা পুৰতীনিশা দলং পাৰ হ'ল। কিন্তু হোঁহকা-পিচলা কৰি থাকোঁতে ডেৰঘণ্টা গ'ল।

ৰাতি পুৱাল। চাৰে ছয় বজাত গাড়ী আহি মৰাহাট এৰিব লাগে। ৰাতিপুৱা শুই উঠি চকু-মুখ মোহাৰি কোনোমতে গাড়ী পাওঁগৈ বুলি চেকুৰি আহি ষ্টেশনত খবৰ কৰি গম পালোঁ, গাড়ী মৰাণহাটৰপৰা ঘূৰাই নাই। মৰাণহাট এইখন গাড়ীৰ এমূৰীয়া ষ্টেশ্যন। ছয় বজাৰ গাড়ী কোনোমতে আঠ বাজি যোৱাৰ পিছত ওলালহি। ইঞ্জিনৰ পিছত আকৌ দহোটামান মাল ডবা। ইঞ্জিনৰ শব্দ শুনিয়েই গাটো বাজিছিল—জানোচা কৰবাত অথন্তৰ ঘটে। গাড়ীখন তিনি মাইল আহি দিচাং চাইডিং পালেহি। দুই মিনিট বৈ গাড়ী এৰি দিলে। পিছে য'তে বাঘৰ ভয়, ত'তে ৰাতি হয়। আমাৰ গাতো সেই কথাই ফলিয়ালে। হঠাতে ইঞ্জিনৰ কিবা এটা সুলকি পৰিল আৰু গাড়ী নচলা হ'ল। শুনিলোঁ ইঞ্জিনে সত্যাগ্ৰহ কৰিছে। আধাঘণ্টামান তাতে বোন্দাপৰ দি থকাৰ পিছত শুনিলোঁ ইঞ্জিন ভাল হ'বলৈ আৰু কেইঘণ্টামান লাগিব। একালে চাকৰি, আনকালে পেটত ভোক। নিৰুপায় হৈ ব্ৰেকভ্যানৰ পৰা চাইকেলখন নমাই লৈ আঠ মাইল বাট চাইকেলেৰে আহি দহবজাত

শিৱসাগৰ পালোঁহি। পিছত গম পালোঁ যে চাৰে দহমান বজাত গাড়ীও আহি পালেহি। হওক, বিশ্বকৰ্ম্মা জিন্দাবাদ!

## গাৰ্ডবাবু মতামানুহ

যোৰহাট-মৰিয়নী ৰেলখন বুৰঞ্জী-বিখ্যাত ৰেল। তাৰে যোৰহাটৰপৰা নিমাতীলৈ চলা ডোখৰৰ কাহিনী আৰু ৰসাল। এই ডোখৰত যাত্ৰীগাড়ী নচলে, মালগাড়ী চলে। পিচে মালগাড়ী যে যাত্ৰীগাড়ী নহ'ব তাৰ কি মানে আছে? গাড়ীখন যাবৰ হ'লে খালী মালডবাবোৰত মানুহবোৰ কাণে-মূৰে ওলমা বাদুলি দি উঠে। এদিন কেইগৰাকীমান মাইকীমানুহো এই মালগাড়ীখনৰ যাত্ৰী আছিল। তেওঁবিলাক মালডবাত উঠিব নোৱাৰি গাৰ্ডৰ ডবাটোতে উঠিলে। গাৰ্ডে বহি কিবা এটা লিখি আছিল। এনেতে মাইকীমানুহ এগৰাকীয়ে ক'লে, "গাৰ্ডবাবু, আপুনি মতামানুহ, থিয় হৈয়ে যাওকচোন, আমি মাইকী মানুহ, বহিবলৈ দিয়ক।" এৰা, নাৰী প্ৰগতিৰ দিন, বহিবলৈ নিদিলে ক'ৰবাত কোনোবা মহিলা সমিতিত প্ৰস্তাৱ হৈ ওলাব বুলি গাৰ্ড থিয় হ'ল, মহিলা কেইগৰাকী বহিল। কথাৰ মহলা মাৰি মহিলা গৈ নিমাতী পালেগৈ। আমাৰ এই গাড়ীখনত আকৌ যুদ্ধৰ সময়ত এজন গাৰ্ড আছিল। তেওঁ মালগাড়ীত মানুহ তুলি নিয়ে। পিছে তেওঁ সাধাৰণ ভাৰাতকৈ দুঅনা বেছি লয়। পইচা ল'বৰ সময়ত তেওঁ কয়—"ভাৰা দহ অনা, এই যে লালঝাণ্ডা দেখুৱাইছোঁ, লালঝাণ্ডাৰ এক অনা আৰু নৰখাবলগীয়া ঠাইত যে গাড়ী ৰখালোঁ, তাৰবাবে এক অনা, মুঠ বাৰ অনা দিয়ক। নহ'লে গাড়ী এৰি দিম এতিয়া।" যাত্ৰীয়ে ভাবে—এৰা, হয়তো, বাৰ অনাই দেয়।

## পানী নাই, পানী নাই

জুলাই মাহৰ এদিনৰ কথা। গোটেই ৰাতি ডবাপিটা বৰষুণ। ৰাতিপুৱাও বৰষুণ দি আছে। ৰাতিপুৱা ছয় বজাত শিমলুগুৰি এৰিবলগীয়া গাড়ীখন ন-বজালৈকে জগাকাঠ পৰাদি পৰি আছে। উৎকণ্ঠিত আৰু বিৰক্ত হৈ জনচেৰেক যাত্ৰীয়ে ইফালে সিফালে উৰ্চ্পিচাই ফুৰিছে। কোনো কোনোৱে আন কিবা উপায়েৰে যোৱাৰ দিহা কৰিছে। এনেতে 'লক' ছেদ'ৰ কাষত দেখা গ'ল যে জনচেৰেক মানুহে পুখুৰী এটাৰ পৰা বাল্টিৰে পানী কঢ়িয়াই ইঞ্জিনত বাকিছে। কিমান পানী তুলিব যিহে ৰাক্ষস ইঞ্জিন, খন্তেকতে খাই অন্ত কৰিছে। ওচৰ চাপি গৈ কথাটো কি চালোঁগৈ। এনেতে ড্ৰাইভাৰে কোৱা শুনিলোঁ, তোল আৰু

কেইবাল্টিমান তোল, খৰাহাট পালেগৈ তাত ল'ব পাৰিম।" শিমলুগুৰিত চাৰিটা পানীকল থাকোঁতেও এই অৱস্থা। এটাতো পানী নাই। বাল্টিৰে পানী তুলি ছয়-বজাৰ গাড়ীখনে দহবজাত শিমলুগুৰি এৰি দেশৰ আৰু দহৰ উপকাৰ কৰিলে। হওক, আমাৰ গাড়ীয়ে অন্ততঃ প্ৰমাণ কৰিলে যে 'ফায়াৰমেন' কেৱল 'ফায়াৰমেনে'ই নহয় 'ৱাটাৰমেনো'। হ'বতো, নহ'ব কিয় ? ৰামসিংহই তাহানি স্বীকাৰ কৰি গৈছে—"অসমৰ একোজন মানুহে নাও বাব পাৰে, মাটি কাটিব পাৰে, বন্দুক মাৰিব পাৰে।" আমাৰ ড্ৰাইভাৰে গাড়ীও চলাব পাৰে, পানীও তুলিব পাৰে—সকলো কৰিব পাৰে।

## কপলিং ছিগানে কপ্‌লিং ভগা ?

ৰাইজে আজিকালি এই গাড়ীখনক কপ্‌লিং ছিগা বুলি কৈ ভাল পায়। পিছে কেৱল বাটত কপ্‌লিং ছিগি যে থাকি যায় এনে নহয়, ষ্টেশ্যনত চাণ্টিং কৰি পিছত কপ্‌লিংডাল লগাব নোৱাৰিও ঘণ্টা ঘণ্টাকৈ পলম হয়। আজিকালি ৰেলত বহুত ইন্সপেক্টৰ। এইটো শাখালৈও আহে, পিছে কি কৰিব ? ইমানবোৰ ঘমঘণ্টালৈ কোন যায় ? উপায় নেপায় চকু মুদি আটাইবোৰ ভাল বুলি গুছি যায়, কাৰণ—ফটা কঁঠা তিতে মানে গালৈহে গধুৰ। এই আগষ্ট মাহৰ শেষ সপ্তাহৰ কথা। বানপানী চাবলৈ গৈছিলোঁ। সাধাৰণতে গাড়ী পলমকৈ আহে বুলি এঘৰত ভাত মুঠি খাই আহিবলৈ ধৰিছিল। চাৰে আঠ বজাত গাড়ী আহে। দহ বজাত ঘৰতে ভাত খাব পাৰিমগৈ বুলি গুচি আহিলোঁ। চাৰে আঠ বজাৰ গাড়ী চাৰে ন-বজাত ওলালহি। কোনোমতে ৰক্ষা বুলি গাড়ীত উঠিলোঁ। পিছে কি হ'ব ? চাণ্টিং কৰি উলটি আহি ইঞ্জিনটো লগালেহে লগালে, কপ্‌লিং ডালৰ 'নট' কেইটা নুঘূৰা হ'ল। প্ৰথমে টঙনিয়াই চাই নোৱৰা যেন দেখি তাতোকৈ ডাঙৰ শকত লো এডাল আনি কোনোমতে ভগা কপ্‌লিংডাল লগাই মাজনিশা শিৱসাগৰ পালোহি। ভাতো গ'ল, টোপনিও খতি হ'ল।

## তব অৰ্দ্ধং মম অৰ্দ্ধং

এই গাড়ীখনত কিছুমান ল'ৰা দিনে-ৰাতিয়ে ঘূৰে। একে আষাৰে ক'বলৈ গ'লে এই ধদুৱা ল'ৰামখা ৰেল কৰ্মচাৰীৰ মূৰ কামোৰণি। নিজকে স্কুলীয়া ল'ৰা বুলি চিনাকি দিয়া এই ল'ৰামখাৰ মাক-বাপেক, অভিভাৱক আছেনে নাই ক'ব নোৱাৰোঁ। দিন নাই, ৰাতি নাই, কেৱল

ৰেলত। হয়তো কোনোবা এটা ষ্টেশ্যনত নামিছে, কোনোবা এটাত উঠিছে। ফাষ্ট ক্লাচ, চেকেণ্ড ক্লাচ সদায় পূৰ। অলপতে এজন বুজন ছাত্ৰই চেপন ষ্টেশ্যনত গাৰ্ডে যাত্ৰীৰপৰা অন্যায়কৈ পইচা লোৱা বুলি অভিযোগ তুলিলে। পিছত খৰাহাট ষ্টেশ্যান পাই 'কমপ্লেইন বুক' বিচাৰিলে। গাৰ্ডে শিৱসাগৰ ষ্টেশ্যনত দিম বুলি কোৱাত ছাত্ৰজন ভোৰভোৰাই গুচি গ'ল। তাৰ পিছত দিচাং চাইডিং পাই আকৌ গাৰ্ডক ক'লে, "চাহ খাবলৈ আঠ অনা পইচা দিয়ক, 'কমপ্লেইন বুক'ত বাৰু একো নিলিখোঁ।" এইবাৰ গাৰ্ডবাবুৱে হয়তো ভাবিছিল—"তোমাৰ আধা, মোৰো আধা।"

## শিয়াল মাৰিব কিয় ?

আমাৰ আগৰটো প্ৰৱন্ধত শিয়াল স্বৰ্গলৈ যোৱাৰ কথা লিখিছিলো। চেপনত এটা মালডবা খহি পৰি শিয়ালৰ মৃত্যু হ'ল। সেই বাবে যুটীয়া তদন্ত হ'ল। তদন্তৰ ফল নধৰাকৈ নাথাকিল। এচিষ্টেণ্ট ষ্টেশ্যান-মাষ্টৰজন কামত 'ৰিভাৰ্ট' হ'ল। লগতে ড্ৰাইভাৰ জনকো 'ৰিভাৰ্ট' কৰিলে। কাৰণ, শিয়াল মাৰিব কেলেই? ইঞ্জিনৰ অৱস্থা, ডবা আৰু লাইনৰ কথাৰ বিচাৰ নাই, শিয়াল মাৰিব কেলেই? ইয়াকে বোলে—

"হাতী চুৰ কৰি সাৰি যায়
বেঙেনা চোৰক ধৰে।
নাকটো কাটিলে লাজ নেলাগে
নখটো কাটিলে মৰে।"

কথা বা ক'ত, ভেকুৰী গছত, কোনো কোনোৱে কয় যে ডবাটো খহি পৰাৰ বাবেহে এইবোৰ শাস্তি। যিয়েই য'ত, কাউৰীয়ে কা, জিলীয়ে জা-নকৰক, আমি কিন্তু খাটাং যে শিয়াল বধ কৰাৰ বাবেহে এইবোৰ শাস্তি।

## আমি হেনো স্বাধীন হ'লোঁ

পোন্ধৰ আগষ্টৰ কথা। ভাৰতৰ স্বাধীনতা দিন। সেইদিনা কোনেও কাৰো কথা শুনিব নেলাগে। সেইদিনা 'হামৰাজা'। মতাই তিৰোতাক, মাক-বাপেকে ল'ৰাক, শিক্ষকে ছাত্ৰক—কোনেও শাসন কৰিব নোৱাৰে। সেইদিনা কেইবাগৰাকী ল'ৰা এই কপ্লিং ছিগা ৰেলখনত উঠিল স্বাধীনতা উপভোগ কৰিবলৈ। কৰ্মচাৰীৰ উপায়—"বেতনীত ঔ পৰিল, বাসুদেৱায় নমঃ।" আমাৰ নেতাসকলৰ আশা ভাবসাৰ থল, মাক-বাপেকৰ চকুৰ

মণি, ভৱিষ্যতৰ নেতা, মন্ত্ৰী, এম-এল-এ, হাকিম উকীল আটাইবোৰে বিনা টিকটে ৰেলত উঠিল। ৰেল নহয়, যেনিবা গৰখীয়া-ভনীহে। চিঞৰি-বাখৰি দুখন মিঠাইৰ দোকানত স্বাধীন মনেৰে, স্বাধীন-চিতীয়াকৈ মিঠাই খাই উপান্ত কৰিলে। মাহুৰ মাৰ দেখি তিলে এনেয়ে ৰেত মেলিলে। ৰেল কৰ্মচাৰী আৰু বাকী দোকানী ভয়তে কেনিবা পলাল। কোনোৰে বাৰ ঘণ্টা আৰু কোনোৰে চৌবিশ ঘণ্টা ৰেলত স্বাধীনতা ভোগ কৰি উলটি আহিল। স্থানীয়া ল'ৰাৰ উৎপাতত বনৰ দেৱতা, চৰাই-চিৰিকতি আটাইবোৰ পলাই পত্ৰং দিলে। তাকে দেখি এজন যাত্ৰীয়ে আমাক সুধিলে—"হয়নে? আমি হেনো স্বাধীন হ'লোঁ?" উত্তৰত মূৰ দুপিয়ালোঁ।

## মহম্মদ টোগলক

শিমলুগুৰি-মৰাণহাটৰ এই শাখাটোলৈ কৰ্মচাৰী সততকাই আহিব নোখোজে। গাড়ীও কালিকা লগা কথাও কালিকা লগা। কোন কলিয়াবৰত পৈয়েক মৰিব আৰু কাৰ কেতিয়া ঢেঁকী দিওঁতে মনত পৰিব ঠিকনা নাই। তদুপৰি যাত্ৰীৰ ঔ-কিল নিত্য বিদ্যমান। এদিন এজন কৰ্মচাৰীক উচ্চপদস্থ কৰ্মচাৰীয়ে 'কেচ্' (Case) দিয়া নাই বুলি অভিযোগ তুলিলে। তেতিয়া কৰ্মচাৰীজনে ক'লে—"যোৱা বছৰ মই ইমানবোৰ 'কেচ' দিলোঁ, ক'তা? মোৰ প্ৰমোচনেই হ'লনে, দৰমহাই বাঢ়িল?" তেতিয়া ওপৰৱালাজনে ক'লে—"তোমাকনো ইমানবোৰ 'কেচ্' দিবলৈ কোনে কৈছিল, তাকৰ তাকৰকৈ দিবা।" উপায় নাই। এজন ষ্টেশ্যন-মাষ্টৰক মাৰ-ধৰ কৰি, টকা-সিকা কাঢ়ি নিলে। পুলিচৰ বিচাৰত ফুটুকাৰ ফেন। শেষত ষ্টেশ্যন-মাষ্টৰজনক এটা আওহতীয়া, বেয়া ষ্টেশ্যনলৈ বদলি কৰিলে। বদলিৰ কাৰণ? "তুমি মাৰ খাবা কেলেই?" কথাবাৰ দেখি শুনি ভাবিলোঁ মহম্মদ টোগলক মৰিলেও আত্মাটো জীয়াই আছে।

## উপদেশ পৰ্ব্ব

তাহানি নবীয়া ৰজাই পুতেক জয়ধ্বজ সিংহ ৰজা হ'বৰ সময়ত ৰাণীৰ আগত উপদেশ দিছিল—"পুতেৰ যদি ৰজা হ'ব খুজিছে, চ'কাৰ চাৰিখুটা সলাই ল'ব, জয়খয়ডাং খাতৰ কেকোঁৰা-কুচিয়াৰ গাঁতবোৰ মাৰি ল'ব।" এতিয়া আমাৰ উপদেশ এই শাখাত চলা ইঞ্জিন চাৰিটা সলাই লওক। যাত্ৰীবাহী ডবাবোৰত জোৰা টাপলি মাৰি ৰবযুগৰ বাটবোৰ বন্ধ কৰক। ৫৩০৪ নং ব্ৰেক-ভানটো সলাই পেলাওক। 'টাইম-টেবুল'খন

ভাবি-চিন্তি কৰক। সময়মতে ৰেল চলাবলৈ চেষ্টা কৰক। টেলিগ্ৰামৰ তাঁৰ কেইডাল চোৰাই-চিতাই লওক। কয়লাৰ খৰছটো যাতে ওলায়, দুটামান টিকট সৰহকৈ বিক্ৰী কৰক। টি-টি-ই, টি-টি-চি,সকলে 'কেচ' দিয়ক (সৰহকৈ কিন্তু নিদিব!)। ইন্সপেক্টৰসকলৰ ভ্ৰমণ কমাই দিয়ক। বুঢ়াৰ হাড়েও কন্‌কনায়, গতিকে এই গাড়ীৰ কোনো লোহা-লক্কৰ বদলি নকৰিব, মৰিয়াই, টিঙনিয়াই গাড়ী চলাওক। দেশৰ সমৃদ্ধিৰ বাবে আমি ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিবই লাগিব। এই শাখাটোত কোনো নতুন গাড়ী, নতুন নিয়ম চলিব নেলাগে, কাৰণ তাত, ইচ্ছামতে চাইকেল, গুড়, মাছ, থৈলা তুলি নিব নোৱাৰি। গাড়ীখন এবাৰ পিছত বোপা-ককাৰ দিনৰ বটুৱা ঘোঁৰাটোত উঠাদি জপিয়াই উঠিবও নোৱাৰি। এই কপ্‌লিং ছিগা ৰেলখনক বহুত ধন্যবাদ—এইখিনি লিখিবলৈ মা-মচলা দিয়াৰ বাবে।

(৪)

তিনিবাৰে নিবাৰ বুলি সামৰণি মৰাৰ পিছত আকৌ এই আপদীয়া ৰেলখনৰ কথা ওলাল বুলি কোনো কোনোৱে মনতে ভোৰভোৰাই এপাচিমান গালি সোধাইছে গাটো যে পাতলাব পাৰিব এইটো ধুৰূপ। "নক'লেও নোৱাৰোঁ ফটামুখ, ক'লেও লাগে ভকতৰ দোষ।" বান্দৰৰ ঘা খুচৰিলে হেনো বহল হৈ যায়। আমাৰ এই গাড়ীখনৰ কথাও তদ্ৰূপ, "ৰজাৰ লেজু মেলিব পাৰি, জপাব নোৱাৰি।" এইটো সঁচা কথা যে আমি বাতৰি কাকতৰ পাত বখলাবখল কৰিলেও ৰেল কৰ্তৃপক্ষৰ কাঁহীপাতেও গা নেকাটে। নহ'বনো কেলেই? গড়গএগ্ৰা হাতী; টিকায়ো নকৰে কাটি। শিমলুগুৰিৰপৰা গড়গাৱৰ কাষেদি অহা ৰেল লাইনটোত নিশ্চয় গড়গএগ্ৰা হাতীৰ অগইধালি থাকিবই। কোনো কোনোৱে আমাক সুধিছে যে, 'কপলিং ছিগা ৰেল'ৰ শিতানত ওলোৱা কথাবোৰ সঁচা ঘটনানে, গাজাখুৰি গল্প। ইয়াৰ সত্যাসত্য সম্পৰ্কে আমি একো নকওঁ, সংশ্লিষ্ট বিষয়াসকলক সুধিব, কি কয়। বেটীৰ গভুৰা ল'ৰা, ক'তনো লুকুৱাই ৰাখিব?

## সূৰুযমুখী চিগ্‌নেল

"বাৰটা মাহুত, তেৰটা জগৰ, সদায় নুগুছে এটা লগৰ।" আমাৰ এই শিমলুগুৰি-মৰাণহাটৰ ৰেলগাড়ীখনতে এইষাৰ কথা আখৰে আখৰে ফলিয়ায়। এতিয়ালৈকে, সূৰুযমুখী ফুল আৰু সূৰুযমুখী ঢেঁকীৰ কথা শুনিছিলোঁ; বোধকৰো আপোনাসকলেও শুনিছে। পিছে—এইবেলি শুনক—সূৰুযমুখী চিগ্‌নেলৰ কথা। সেইদিনা দুৰ্গাপূজাৰ মহাষ্টমী। বাতিপুৱা নগৰলৈ যাওঁতে দেখিলোঁ শিৱসাগৰ ষ্টেশ্যনৰ 'আপ' চিগনেলডাল বেলিটোৰ ফালে মুখ কৰি দাং-খাই আছে। সমকোণী চিগ্‌নেল বৃহৎ-কোণী হোৱা দেখি বহুত ভাব হ'ল—চিগ্‌নেলে সূৰ্য্যোপাসনা কৰা নাইতো? মেইন লাইনত এইদৰে চিগ্‌নেল দিলে গাড়ী ষ্টেশ্যনত নৰয়, 'থ্ৰুপাছ' হয়। মনতে ভাবিলোঁ— আমাৰ এই গড়ীখন ঘণ্টাত গড়ে আঠ মাইল গতিৰেই চলি থাকিবনে? কোনোবা স্পেছিয়েল ট্ৰেইন নিশ্চয় আহিছে, শিৱসাগৰ ষ্টেশ্যনত নৰৈ 'থ্ৰুপাছ' কৰি গুচি যাব। পিছে গোটেই দিনটো চিগ্‌নেল সূৰুযমুখী হৈ থাকিল—, কোনো স্পেছিয়েল ট্ৰেইন যোৱাৰ গম-গতি দেখা নাপালোঁ। সন্ধিয়া এফালে যাবলগীয়া হ'ল, ষ্টেশ্যনলৈ গ'লোঁ। তেতিয়া বেলি পৰিলেও চিগ্‌নেল পৰা নাই। ভাবিলোঁ অকৰা মৈত উঠিলে ৰক্ষা নাই। গাড়ী শিৱসাগৰ পাবৰ সময় হ'ল। এনেতে ক'লা কোটটো পিন্ধি ৰাপুৰাম (পইণ্টমেন) আগবাঢ়ি গ'ল। অলপ সময়ৰ পিছত শিমলুগুৰিৰ পৰা গাড়ী আহি সূৰুযমুখী চিগ্‌নেলৰ ওচৰত ৰৈ গ'ল। কলতলত দৰা আহি ৰৈ থকাদি, থকাৰ পিছত ৰাপুৰামে আদৰি লৈ আহিল। আদৰণি কেনেকৈ জনালে ক'ব নোৱাৰোঁ, ৰেল আহি ষ্টেশ্যন পালেহি। কথাটো ভূ-লৈ গম পালোঁ যে চিগ্‌নেলৰ কলকজাত কিবা বেমাৰ লাগিছে, টানিলেও নপৰে। কথাটো শুনি ষ্টেশ্যন-মাষ্টৰক সুধিলোঁ—"মাষ্টৰবাবু ৰেলৰ লাইন আৰু ইঞ্জিনৰ বেমাৰ গৈ এইবেলি চিগ্‌নেল পালেগৈ নেকি?" ষ্টেশ্যন-মাষ্টৰে উত্তৰ দিলে, "কি কৰিব ভাই।"

## তৰ্জনীৰ গৰ্জন

সেইদিনা কপ্‌লিং ছিগা ৰেলৰ ঘটনাবহুল দিন। বাতিপুৱা দিচাং খৰাহাটৰ মাজত ৰেলে এটা ল'ৰা খুন্দিয়ালে, কিন্তু ল'ৰাটো নমৰিল। গধূলি উজনিমুৱা গাড়ী আহিল! ষ্টেশ্যনত বহুত মানুহ। সৰহভাগ ডেকা নতুৱা উদন্তীয়া স্কুলীয়া ল'ৰা। ক'লৈ যাব। চাহ-বাগিছাত বাইজী নাচ উপভোগ কৰাটোৱেই তেওঁসকলৰ উদ্দেশ্য। সেই বাবেই ভাগি-ভুৰুকি

আহিছে। গাড়ী আহি শিৱসাগৰ ষ্টেশ্যন পালেহি চিঞৰ-বাখৰ লগাই ৰাইজ গাড়ীত উঠিল। এনেতে দুটামান ল'ৰা-ছোৱালীৰ বাপেকী যে বয়সীয়া এজন লোকে নির্ভয়ে চাইকেল এখন গাড়ীত তুলি দিলে। মানুহৰো টিকট নাই, চাইকেলো বুক্ কৰা নাই। তেওঁ যে এজন 'ষ্টুডেন্ট' তাৰে চিনাকি দিবলৈ চাইকেলৰ পিছত এজাপ কিতাপো বন্ধা আছিল। ষ্টেশ্যন-মাষ্টৰ আহি চাইকেলখন বুক কৰিবলৈ ক'লে। ল'ৰাজনে গার্ডক পইচা আঠ অনা দিলে। কিন্তু, গার্ডেও পইচা লোৱা নাই, ষ্টেশ্যন-মাষ্টৰেও এৰি দিয়া নাই। এইবেলি মহাপুৰুষে গোৰোহনিত ভূমিকম্পৰ সৃষ্টি কৰি মেঘে গজাদি তর্জন গর্জন কৰি তর্জনী আঙুলি দেখুৱাই ক'লে—"দেখা যাব।" মানুহজনৰ সংহাৰকাৰী ৰুদ্ৰমূৰ্ত্তি দেখি গার্ডে ক'লে— "বাৰু, ৰাখক, ৰাখক।" মাহৰ মাৰ দেখি তিলে বেত মেলে। "ভয়ত ভগৱন্তও পলায়, কিললৈ বাসুদেৱো ডৰায়!" দেহি ঐ, চাকৰিতকৈ জীৱন ডাঙৰ। তথাপি ৰেলৰ ব্ৰেক্‌ভানত উঠি ভীমৰ বচন নেমাতিলেও ভঙ্গী-ভঙ্গী দিয়াৰ পিছত নামি আহি মানুহজন গাড়ীত উঠিল। পিছৰটো ষ্টেশ্যনত বুদ্ধি কৰি তৈৰাৰ বহী-কিতাপৰ পৰা নামটো টুকি ললোঁ। তাৰ পিছত মোৰ ধাৰণা হ'ল বপুৰাই মেট্রিক পৰীক্ষাৰ লগত তিনি-চাৰিবাৰ মান যুদ্ধ দি বলে নোৱাৰি এইবাৰ ৰেলৰ ষ্টেশ্যন-মাষ্টৰ আৰু গার্ডৰ লগত যুদ্ধ দিবলৈ আহিছে। তর্জনী আঙুলি দেখুৱাই তর্জন-গর্জন কৰি দুটা ষ্টেশ্যন পাৰ হৈ গ'ল। মনতে ভাবিলোঁ—"জোৰ যাৰ মুলুক তাৰ।"

## টিলিং টালাং কচুপাতৰ পানী

আমাৰ জীৱনটো হেনো কচুপাতৰ পানী। এই আছে, এই নাই। আপুনি যদি কথাটো অনুভৱ কৰা নাই, তেনেহ'লে আমাৰ এই শিমলুগুৰি মৰাণহাটৰ ৰেলখনলৈ আহক। —আপোনাক হাতে লোটে প্ৰমাণ কৰি দেখুৱাম। যাত্ৰীগাড়ীৰ লগত দুটামান মালডবা লগাই দিলেই জানিব, এই গাড়ীত আৰু 'ভেকুৱাম' নেথাকে। এটা ষ্টেশ্যনৰ পৰা গাড়ীখন এৰিলে ইটো ষ্টেশ্যনৰ মাজত আপোনাৰ দৈৱ-সাহোন তল গ'লেও ৰাখিবৰ কোনো উপায় নাই। সৰু ডাঙৰ যিমানেই চেইন নেথাকক, আপুনি যিমানে নেটানক গাড়ী কেতিয়াও নৰয়। স্পুটনিকৰ ৰকেট এবাৰ এৰি দিলে যেনেকৈ তাক ৰাখোঁতা নাই, ড্ৰাইভাৰৰ বাহিৰে আমাৰ গাড়ী ৰাখোঁতাও কেও নাই। এই বছৰৰ গান্ধী জয়ন্তীৰ দিনা দ্বিতীয় শ্ৰেণীৰ ডবা এটাত এজন এম-এল-এ, এজন পুৰণা এম-এল-এ আৰু জনচেৱেক কংগ্ৰেছ কৰ্মী

আছিল, লগতে আমিও। শিৱসাগৰ ষ্টেশ্যনৰ পৰা মৰাণৰ ফালে যোৱা গাড়ীখন এৰি দিলে। গাড়ীয়ে বেগ দিলে। এনেতে দ্বিতীয় শ্রেণীৰ ডবাটোৰ আগৰ চকাযোৰৰ ওচৰত তলফালে কিবা এটা যন্ত্র ঢিলা হৈ টিলিং-টালাং বাজিবলৈ ধৰিলে। লগতে ডবাটো কঁপিলে। আমাৰ আটাইৰে ভয় লাগিল জানোচা সোলোক-ঢোলোক হৈ চকা খহি পৰে। এজনে ক'লেই, "কপ্‌লিং ছিগা ৰেলত উঠিলেই বুকুৰে টিপ্লিং টিপ্লিং কৰে।" এইদৰেই গৈ দিচাং পালোঁগৈ। তাতে নামি গৈ গার্ডক ক'লোঁ, দ্বিতীয় শ্রেণীৰ ডবাটোত কিবা ঢিলাহৈ টিলিং টালাং বাজিছে। গার্ডে চকাটো চাই ক'লে— "থিক আছে, গিয়েৰ বক্সৰ ঢাকনিখনহে বাজিছে।" মই উত্তৰ দিলোঁ, "ভাল কথা, জীৱনটো যে কচুপাতৰ পানী তাকে সোঁৱৰাই আহিছে, যাতে আমি আগতেই সাজু হ'ব পাৰোঁ।" গার্ডে হাঁহি এটা মাৰি সেউজীয়া নিচানখন দেখুৱাই দিলে।

## ভেকুৱাম নাই

১৯৫৫ চনৰ ১৫ ডিচেম্বৰৰ কথা। মই, কলেজৰ এজন অধ্যাপক আৰু দুজন সাহিত্যসেৱীৰ লগত গুৱাহাটী অভিমুখে ৰাওনা হৈছিলোঁ। শিমলুগুৰিমুৱা হৈ শিৱসাগৰৰপৰা গাড়ীখন তিনি মাইল গৈছে কি নাই যোৱা, এনেতে দ্বিতীয় শ্রেণীৰ ডবা এটাৰ তলপিনে কিবা এটা সুলকি পৰি এটা অস্বাভাৱিক শব্দ হ'ল। লগে লগে ডবাটো কঁপিলে। কিবা এটাত ঘঁহনি খাই ক্ষন্তেক সময়ৰ পিছে পিছে শব্দ হয়। আমাৰ চাৰিওজনে ভয়ত তৎ নাই। জানোচা, গুৱাহাটীলৈ বুলি ওলায় শোৱাপাটীলৈ যাব লাগে। এনে স্থলত চেইন টানি গাড়ী ৰখোৱাই উচিত হ'ব বুলি ভাবি অধ্যাপকজনে সোঁ-পিনৰ চেইনডাল টানিলে; গাঁড়ী নৰল। তেতিয়া আৰু বেছি ভয় লাগিল। ইফালৰ ডাল টানিলত নোৰোৱা দেখি মই বাওঁফালৰ ডাল টানিলোঁ। গাড়ী নৰল। উপায়ান্তৰ হৈ দুয়ো একেডাল চেইনতে ধৰি পাৰোঁমানে বল দিলোঁ, গাড়ী ৰোৱাৰ কোনো উম-ঘামেই নাই। ভয়ত ঘামি-জামি, কঁপি-জপি ফুটবৰ্ডত ভৰিদি বাহিৰলৈ চালোঁ। ওচৰৰ কোঠাটোত যোৱা টি-টি-ই জনেও আতঙ্কিত হৈ বাহিৰলৈ চাইছে। তেওঁ চিঞৰি চিঞৰি ক'লে, "গাড়ীত ভেকুৱাম নাই।" ঘৰ-ঘৰনিত শুনিলোঁ—'ভেকুৱাম নাই'। এইদৰে ভেকুৱাম নোহোৱা গাড়ীখনত বাকী সাতমাইল গৈ শিমলুগুৰি পালোঁগৈ। কর্তৃপক্ষৰ ওচৰত গোচৰ দি জানিব পাৰিলোঁ ডবাটো অকামিলা হৈ গৈছে। তথাপি সিয়ে কঢ়িয়াই নি শিমলুগুৰিত মেলি দিয়া বাবে শলাগ জনালোঁ।

## বঙালী বনাম মাৰোৱাৰী

এই উপ-শিতানটো দেখি কোনোবাই প্ৰাদেশিকতাৰ গোন্ধো পাব পাৰে। আমাৰ উদ্দেশ্য কিন্তু সেইটো নহয়। আমি বথলিয়াব খোজাটো আমাৰ এই কপলিং ছিগা ৰেলৰ ঘাই লাইনটোৰ কাহিনীহে। ঘাই (মেইন) লাইন হ'ল, কি হ'ল? একে মাছৰ পেটৰ কণীহে। শাখা লাইন দূৰৰ কথা, ঘাই লাইনতো কেতিয়াবা গাড়ীত লাইট নেথাকে। এইদৰে লাইট নোহোৱা দিন এটাৰে কাহিনী। ৰেলত আপুনি বাৰে-বিলতীয়া মানুহ পাব। বাৰ-বুৰি কথা শুনিব। তাৰে দুজন অচিনাকী মাৰোৱাৰী ব্যৱসায়ী ৰেলত চিনাকি হ'লেই আপোনাৰ আৰু ৰক্ষা নাই। যেনিবা অটমেটিক 'হিজমাষ্টাৰ ভয়েচ'ৰ গ্ৰামোফ'নহে। চিঞৰত আপোনাৰ কাণ-তাল মাৰি মূৰ কামোৰণি হওক তথাপি বন্ধ নহয়। ভৰি দুটা বেঞ্চৰ ওপৰত তুলি লৈ হনুমান বহন দি পোনেই ক'ত, কি বস্তুৰ কি ভাও, ক'ত কি বস্তু সস্তা, ক'ৰপৰা কি বস্তু আনিব পাৰি, তাৰ কথা লেল্-পেল্ নিছিগাকৈ ওলাব। আপোনাৰ লগত দুজন মাৰোৱাৰী সহযাত্ৰী থাকিলে বেলেগে আৰু বজাৰ ভাও ল'বৰ প্ৰয়োজন নাই। আকৌ আপোনাৰ লগত যদি দুজন বঙালী ভদ্ৰলোক সহযাত্ৰী হয়, তেন্তে চা-চিনাকি হোৱাৰ পিছতেই মাছ পাবলৈ আছেনে নাই, ইলিচ মাছৰ কিমান দাম সেইটো ওলাব। ১৯৫৬ চনৰ আগভাগৰ কথা। গধূলি শিমলুগুৰি এৰা গাড়ীখনত লাইট জ্বলা নাছিল। আমাৰ লগত এহাল মাৰোৱাৰী দম্পতী আৰু দুজনমান বঙালী ভদ্ৰলোক আছিল। আমি বাঙ্কত শুই গৈছিলোঁ। গাড়ী ৰাতি ন-মান বজাত মৰিয়নী পালেগৈ। মনতে ভাবিলোঁ মৰিয়নী ডাঙৰ জংশ্যন, ইয়াত লাইট ভাল হ'ব। পিছে ভাললৈ ভাদত ক'লী গাই নজগে। লাইট ভাল নহ'ল। বিবিধ অৰ্কেষ্ট্ৰা শুনি শুনি গৈ আছোঁ। এনেতে আন্ধাৰে মুন্ধাৰে মাৰোৱাৰী পত্নীয়ে উচ্চৈস্বৰে চিঞৰ-বাখৰ লগাই দিলে। কি হ'ল নুবুজিলোঁ। অলপ সময় গৱেষণা কৰি ধৰিব পাৰিলোঁ যে বঙালী ভদ্ৰলোকজনে কিবা এটা অনৈতিক কাম কৰাৰ অভিযোগ উঠিছে। মাৰোৱাৰী ভদ্ৰলোকজনে যিমান ডাঙৰকৈ আৰু খৰকৈ পাৰে, গালি পাৰিবলৈ ধৰিলে। গালি পাৰোতাজনো গালি পাৰিলেই যেনিবা, গালি খাওতাজনৰ মুখখন নেদেখিলে গালি পাৰি কি সুখ লাগিব? ভৰাটোত চোৰে চৰ মাৰিলেও নেদেখা আন্ধাৰ। পিছত এটা উপায় ওলাল। জেপৰ পৰা জুইশলা বাইঁটো উলিয়াই কাঠি এটা মাৰি বঙালী ভদ্ৰলোকজনৰ মুখখন চাই লৈ যিমান খৰকৈ পাৰে গালি পাৰিবলৈ ধৰিলে। জুইশলা

কাঠিটো জ্বলি থাকেমানে গাড়ি চলি থাকে, নুমালেই বন্ধ হয়। আকৌ গাড়ি আৰম্ভ হ'লেই জুইশলা কাঠি এটা মাৰে। কাৰণ আন্ধাৰত গাড়ি পাৰি সুখ নেলাগে। অৱশেষত বাঁহত জুইশলা কাঠিও অন্ত হ'ল। দুই বাক্যবীৰো নিমাত হ'ল। ধুমুহা বৰষুণৰ অন্তত পৃথিৱীখন নীৰৱ হোৱাদি ডবাটো নিমাত হ'লত, মই ভাবিলোঁ ঈশ্বৰে যি কৰে ভালেই কৰে। কাৰণ গাড়ীত লাইট থকা হ'লে ফৰিংফুটা জোনাকত দন্দ নিশ্চয় ডাঙৰেই হ'লহেঁতেন। শেহতীয়া সিদ্ধান্ত এটালৈ আহিলোঁ—গাড়ীত লাইট নোহোৱাটো এটা সুবিধাহে।

(৫)

"বজাৰ লেজু মেলিব পাৰি, জপাব নোৱাৰি।" কপ্লিং ছিগা বেলো বজাৰ লেজু। সেয়েহে বেলৰ কপ্লিং ছিগিলেও প্ৰবন্ধৰ কপ্লিং নিছিগা হ'ল। এবাৰ এজন মানুহ বাটেদি গৈ আছিল। বাটতে কিছুমান শুকান কুঁহিয়াৰৰ চোবা পৰি থকা দেখি টিপতে চোবা দুটামান বুটলি ল'লে। তাৰ পিছত মানুহে নেদেখাকৈ চোবাবোৰ মুখত ভৰাই চোবাবলৈ ধৰিলে। শুকান চোবাবোৰত ৰস নেপাই খঙতে মানুহজনে ক'লে—"আও, মানুহটো ইমান খকুৱা আছিল যে চোবাবোৰত এধানমানো ৰস এৰা নাই।" এতিয়া আমাৰো অৱস্থা অদ্ৰূপ, শুকান ভাবৰী চেপি ৰস উলিয়াব লগা হৈছে।

## ভকতৰ দুৰ্গতি

এই বছৰৰে কথা। এজন ভকতীয়া যাত্ৰী ৰাতি নাম-গোৱা খাই ৰাতিপুৱাৰ গাড়ীত ঘৰলৈ আহিছিল। গাড়ীতে বুঢ়াৰ শৌচ কৰিবলগীয়া হ'ল। বুঢ়াই চোলা-কাপোৰ বেঞ্চতে সোলোকাই থৈ পায়খানাত সোমাল। শৌচ কৰি পানী ল'বলৈ চেষ্টা কৰি দেখে যে পানী নাই। বুঢ়া বিপাঙত পৰিল। ভকতীয়া মানুহে শৌচ কৰি পানী নোলোৱাকৈ মাতো নেমাতে, পোষ্কো নেমাৰে। উপায় নেপাই লাজতে বুঢ়া পায়খানাৰ পৰা ওলাই নহা হ'ল। সেই গাড়ীতে যোৱা টিকট-চেকাৰজনে ভাবিলে বুঢ়াৰ টিকট নাই, পায়খানাত সোমাই সাৰিবৰ চেষ্টা কৰিছে। তেওঁ বেছি পৰ নৰৈ পায়খানাৰ দুৱাৰ মেলি দিলে। বুঢ়াই মাতো নেমাতে, পোষ্কো নেমাৰে। টিকট-চেকাৰজনে কিবাকিবি কৈছে, তথাপি বুঢ়া

ওলাই নাহে। বুঢ়াৰ চোলা জেপত টিকট আছিল কিন্তু পানী-ভুনি নোলোৱাকৈ চুলে চোলাটো চুৱা হোৱাৰ ভয়ত বুঢ়াই টিকটো দেখুওৱা নাছিল। এইদৰে টি-টি-ই আৰু বুঢ়াৰ মাজত উখনা-উখনি লাগি থাকোঁতে আমি আমাৰ গন্তব্যস্থান পালোঁহি। বাকী ডোখৰ কি হ'ল ক'ব নোৱাৰোঁ।

## ছাত্ৰশক্তি জিন্দাবাদ

সিদিনা অলপতে কেইটামান স্কুলীয়া ল'ৰাই চেপনত প্ৰথম শ্ৰেণীৰ ডবা এটাত ভৰি-হাত তুলি বহি বাপতি-সাহোনত ৰাজত্ব কৰি আহিছিল। এজন টি-টি-ইয়ে মৰণত শৰণ দি ক'লে, "হেৰা, তোমালোক প্ৰথম শ্ৰেণীৰ পৰা নামি যোৱাঁচোন।" তেওঁ কেঁচা বৰলৰ বাহতহে টুকটুকাই ল'লে যেনিবা। ছাত্ৰজনে টপৰাই উত্তৰ দিলে—"ইয়াত বহিলেনো কি হ'ব? ক্ষয় যাব নেকি?" এদিন ৰাতি এজন ভদ্ৰলোকে (দেখাত) গাৰ্ডৰ বিনানুমতিত আৰু অজ্ঞাতেই ব্ৰেকভানত এখন চাইকেল কেইখনমান চকী-মেজ তুলি আনিলে। নমাবৰ সময়ত গাৰ্ডে ভদ্ৰলোকজনক ক'লে, "গাড়ীত গাৰ্ড আছে নহয়, অলপ সুধি-মেলি তুলিব লাগে।" ক'বলৈহে পালে—তেওঁ চকু ঘোপা কৰি উত্তৰ দিলে, "গাৰ্ড হ'লা বুলিয়েই ৰৰমানুহ হ'লানেকি? এওঁক আকৌ এবাৰ সুধিব লাগে?" এমাহ মানৰ আগৰ কথা—শিমলুগুৰি ষ্টেশ্যনত গাড়ীখন ৰৈ আছে। ঘামি-জামি সেই গাড়ীৰ ড্ৰাইভাৰজনে অলপ বিছনীৰ বা লওঁ বুলি দ্বিতীয় শ্ৰেণীৰ ডবা এটাত সোমাল। লেতেৰা মানুহ এটা সোমোৱা দেখি সেই ডবাটোত ফস্তি মাৰি বহি থকা কেইটামান স্কুলীয়া ল'ৰাই ড্ৰাইভাৰক ভেকাহি মাৰি উঠিলে আৰু নামি যাবলৈ ক'লে। ড্ৰাইভাৰজনে দুটা কি এটা শব্দ উচ্চাৰণ কৰোঁতেই পিঠিত ঔ-কিল পৰিবলৈ ধৰিলে! ফলত গাড়ীখন এঘণ্টা পলম হ'ল। শিৱসাগৰ ষ্টেশ্যনত ড্ৰাইভাৰক সুধিলোঁ—"গাড়ী কিয় পলম হ'ল?" তেওঁ উত্তৰ দিলে, "ছাত্ৰশক্তি জিন্দাবাদ।"

## ওজাৰ নাকতে খৰে খালে

এটা মাহৰ দুই তাৰিখৰ কথা। ডিমৌত অনুষ্ঠিত হোৱা ছিনিয়ৰ ডিভিজন এন-চি-চিৰ কেডেট্‌সকল যাবলৈ এখন স্পেছিয়েল ট্ৰেইন আহিল। মানুহ পাঁচশমান হ'ব। আমাৰ এই শাখাটোত এনেকুৱা ইঞ্জিন চলে যে ৫০০ মানুহকে টানিব নোৱাৰে। গতিকে আগত এটা, পিছত এটা—দুটা ইঞ্জিন লগা এখন গাড়ী আহিল। ঠিকেই, আগত এটা, পিছত এটা হ'লে অকলেই যাব পাৰি। পিছে 'ঘ'তে বাঘৰ ভয়,

ত'তে বাতি হয়!' পাঁচ বজাৰ গাড়ীখন খৰাহাটৰ পৰা আহি শিৱসাগৰ পালেহি। দহ মাইল বাট অহাৰ পিছতেই গাড়ী শিৱসাগৰ ষ্টেশ্যনত জগা-কাঠ পৰাদি পৰি থাকিল। তাৰ পিছত গাড়ীখনৰ আগৰ ইঞ্জিনটো অকলে অকলে শিমলুগুৰিলৈ গুচি গ'ল। কেডেট্‌সকলৰ মাজত হুলস্থূল লাগিল জানোচা কপ্‌লিং ছিগা বেলৰ কপ্‌লিং ছিগি বাকী ডোখৰ গাড়ী থাকি গ'ল। কোনো কোনোৱে কলে— "আৰু এটা ইঞ্জিন আছে নহয়, সেইটোৱেই টানিব।" "হু" আন এজনে কলে— "দুটাই টানোতেও ৪৫ মিনিটত ১০ মাইল আহিছে, এটাই টানিব লাগিলে দিহাই লাগিব।" হুলস্থূলৰ পিছত গম পোৱা গল যে শিৱসাগৰ আৰু শিমলুগুৰিৰ মাজত টেলিগ্ৰামৰ লাইন বেয়া। শিমলুগুৰিৰ পৰা 'লাইন-ক্লিয়াৰ' পোৱা নাই। সেয়েহে 'লাইট' ইঞ্জিনটো 'লাইন-ক্লিয়াৰ' আনিবলৈ গৈছে। ইঞ্জিনটো দুঘণ্টাৰ পিচত উলটি আহিল। ছয় বজাত এৰিবলগীয়া ট্ৰেইন বাতি ৯ বজাত গল। পিচদিনা এজন ৰেল কৰ্ম্মচাৰীক সুধিলোঁ— "এই বিশেষ ট্ৰেইনখনৰ বিশেষত্ব কি?" তেওঁ উত্তৰ দিলে— "অনাহকতে এটা ষ্টেশ্যনত তিনি ঘণ্টা বোন্দাপৰ দিব লাগে।" হাঁহি কলোঁ, "ওজাৰ নাকত খৰে খোৱা ইয়াকে বোলে।" পিছদিনাও এটা ইঞ্জিন আহি আন এখন গাড়ী আদৰি নিয়া দেখিলোঁ। তেতিয়া এজন গাৰ্ডক ক'লোঁ— "বেল, ইঞ্জিন আৰু চিগ্‌নেলৰ বেমাৰ গৈ এই বেলি টেলিগ্ৰাফৰ তাঁৰত উঠিলগৈ নেকি?" তেওঁ অলপ চিন্তা কৰি উত্তৰ দিলে, "আমাৰনো কি, আপোনাৰহে কপ্‌লিং ছিগা বেল।"

## উৰহৰ খং ডগাঢাৰীত

এই শাখাটোৰ বেল, ইঞ্জিন, কৰ্মচাৰী, চৰকাৰী আদেশ-পত্ৰ সকলো মহিমা লগা। আঁহত গছৰ ডাঙৰীয়া-ভকত, পোতা-পুখুৰীৰ বাৰু, মৈদামৰ চামোন দেৱতাৰ মহিমা পালেও, ইয়াৰ মহিমা নেপায়। এই শাখাটোত 'এৰীখাতীয়ে খায় টোপ, নেঘেৰীৰ গাত লাগে খোপ।' শিমলুগুৰিত এই গাড়ীৰ সংযোগ নাই; কোনোবা এখনৰ থাকিলেও নিচেই কম সময়ৰ পাৰ্থক্য। ক'ৰবাত কিবাটো হ'লেই এই শাখাৰ গাড়ীয়ে ঘাই লাইনৰ লগত সংযোগ স্থাপন কৰিব নোৱাৰে। কিছুদিনৰ আগতে এজন গাৰ্ডে গাড়ী নি ঘাই শাখাৰ লগত সংযোগ স্থাপন কৰিব নোৱাৰিলে। ফলত তেওঁৰ ছমাহৰ দৰমহা-বৃদ্ধি বন্ধ। তেওঁ হেনো 'টাইম-টেবুল'খন সমালোচনা কৰিছিল।

## কুম্ভকৰ্ণ ষ্টেশ্যন-মাষ্টৰ

বহাগমহীয়া ৰাতি। অলপ টিপ্‌চিপীয়া বৰষুণ। আমি দুজন এখন সভাৰপৰা উলটি আহিছিলোঁ। ষ্টেশ্যনটোৰ নাম নকওঁ। বাৰান্দাত মানুহে ঠাহ্ খাই আছে। আমাৰ ঘড়ী মতে গাড়ী আহিবলৈ কুৰি মিনিটো নাই। খন্তেক বহিবৰ বাবে কিবা এখন বিচাৰিলোঁ। ষ্টেশ্যন-মাষ্টৰজনে টুল দুখন আগবঢ়াই দিলে। তেওঁ দিয়েই বিছনা এখন কৰি কাপোৰ-কানি লৈ শুই পৰিল। তেওঁ শোৱা দেখি আমি ক'লোঁ—"গাড়ী আহিবলৈ বহুত পলম আছে নেকি? "এঘণ্টাৰ বেছি পলম হ'ব" বুলি ষ্টেশ্যন-মাষ্টৰে মুখ ঢাকি ল'লে আৰু কাপোৰৰ ভিতৰৰ পৰাই ভোৰ্-ভোৰাই ক'লে, "ইমান বৰষুণ, ক'ত চাপ্টিং হ'ব? আহোঁতে আহোঁতে বহুত পলম হ'ব।" অলপ পিছত নাকৰ ঘৰঘৰণি শব্দ হ'ল। আমি দুয়োৱে মুখামুখিকৈ বহি আকাশ-পাতাল ভাবিবলৈ ধৰিলোঁ। এনেতে ইঞ্জিনৰ লাইটৰ পোহৰ দেখা পালোঁ। পিছতে গাড়ী আহি প্লেটফৰ্মত ৰৈ গ'ল। ষ্টেশ্যন-মাষ্টৰৰ উম-ঘামেই নাই; পইণ্টমেনো নেদেখিলোঁ। গাড়ীৰ গাৰ্ড নামি গৈ ষ্টেশ্যনৰ দুৱাৰ মুখত ৰৈ চিঞৰ ধৰিলে। খপজপকৈ উঠি ষ্টেশ্যন-মাষ্টৰে ক'লে, "কি? গাড়ী পালেহিয়েই নেকি?" আমি তেওঁৰ খপ্‌খপনি দেখি হাঁহিলো।

## কপ্‌লিং আকৌ ছিগিল

ভাৰতৰ ৰেল চাগৈ কোনোখনেই লাপিলুপা নহয়। পাৰোতেনো সিদিনা ৰেল-মন্ত্ৰীয়ে নিজেই ঘণ্টাচেৰেক খোন্দাপৰ দি থাকিবলগীয়া হয়নে? এমাহ মানৰ আগতে শিমলুগুৰি আৰু নাজিৰাৰ মাজতে ঘাই লাইনৰ মালগাড়ী এখনৰ কপলিং ছিগি এছোৱা গৈ নাজিৰা পালেগৈ, এছোৱা মাজবাটতে থাকি গ'ল। পিছত গম পাইহে যেনিবা লৈ গৈছেহি। এইবেলি চৰকাৰক উপদেশ নিদিওঁ। কাৰণ কুকুৰৰ পেটত ঘিউ হজম নোহোৱাদি উপদেশ খাই অজীৰ্ণ হ'ব লাগিলে ঋষিৰ শাপত মৰা ৰেলক আকৌ ধানৰ ভাপতহে দিয়া হ'ব। কিমধিকমিতি।

(৬)

আমাৰ ভাষাত এষাৰ কথা আছে—

"নোখোওঁ গা ধুৱালি
নেখাওঁ ভাত খুৱালি
নিগিলোঁ কি কৰ কৰ।"

কপ্লিং ছিগা বেল কাহানিবাই শেষ হ'ব বুলি ৰাইজে ভাবিছিল, পিছে এতিয়া শেষ নহয়হে নহয়, ৰাইজে কি কৰে কৰক। বিভাগীয় কৰ্মচাৰীয়ে কিন্তু আমাক কেটেৰ জেঙেৰ মৰাৰ সুবিধা নেপালেও দুই এজনে টেকৰা-টেককৈ চাইহে গাৰ পোৰণি মাৰিব পাৰে। আমি নেৰা বুলিলেও চাৰি চাপৰ মৰা বিধৰ মানুহ, বা বুলিলেতো লেখ-জোখেই নাই। ছিদ্ৰ নেথাকিলেও আমি ৰুকি-বাকুহি, খুচি-কাটি ছিদ্ৰ বিচৰা মানুহ। পিছে আগতে জল্-জল্, পট্-পট্ ছিদ্ৰ থাকিলে বাৰু কোনটো সতেৰে মনে মনে থাকোঁ? পিছে এইটোও সঁচা কথা। আমাৰ চৰকাৰৰ প্ৰতীক হ'ল গঁড়। গঁড়ৰ ছাল বৰ ডাঠ। অলপ খোচা-কটা কৰিলে গঁড়ে গমেই নেপায়, অলপ বেছিকৈ কৰিলেও উলটিহে চায়। গতিকে কপ্লিং ছিগা বেল লিখি থাকিলেও চৰকাৰী গঁড়ে গমেই নেপায়। সেয়েহে এইবোৰ কথা ভুককিয়াই থাকিবলগীয়া হৈছে। কোনো-কোনোৱে আমাকেই অযতৰীয়া, অজীণ-পাতকী, চকুচৰহা বুলি ভোৰ্ভোৰাই মুখৰ খজুৱতি মাৰিছে। হওক তেও, মুখৰ খজুৱতি মৰাৰো যে সুবিধা এটা ওলাইছে।

## হেৰেকেও ক্লাছৰ যাত্ৰী

পৃথিৱীৰ আটাইবোৰ ঘটনা সদায় 'মাজতে' হয়। কথাতে কয়— বৰত বেথা আৰু সৰুত বেথা; কিন্তু মাজু অৰ্থাৎ মাজৰটোত সদায় লেঠা। টকা থাকিলে প্ৰথম শ্ৰেণীত যাব পাৰে। তেতিয়া আপুনি তাত শুই যায়, বহি যায়, হাঁচিয়ায়, হামিয়ায়, ইচ্ছামতে কৰিব পাৰে। যেতিয়া আপুনি তৃতীয় শ্ৰেণীত যায় তেতিয়া আপুনি সমাজবাদী। সকলো শ্ৰেণীৰ মানুহেই আপুনি পাব। কিন্তু লেঠা হ'ল মাজৰটোত অৰ্থাৎ দ্বিতীয় শ্ৰেণীত। 'গাঁথিত নাই বিত, মনে কৰে পিত্ পিত্।' এপিনে টকাৰ নাটনি, সিপিনে দেহাৰ খাটনি; দুয়োটাৰে দোমোজাত সোমাই দ্বিতীয় শ্ৰেণীৰ পাতনি।

কথাটো হ'ল অলপতে পাৰহৈ যোৱা পাঁচ ফেব্ৰুৱাৰী তাৰিখৰ। সেইদিনা দ্বিতীয় শ্ৰেণীত মূৰ সুমুৱাবই নোৱাৰি, সি কি, বিৰ দি বাট পাবলৈকো টান। সেইদৰেই আহি চাপৰমুখ পালোঁহি। এনেতে এজন মানুহ ঘূৰ্মটি খাই আহি আমাৰ ডবাটোৰ মুখ পালেহি। চেহেৰাই-পাতিয়ে, সাজে-পাৰে নেতা নহ'লেও তেওঁক নেতা-টিলিকা বুলি চিনিব পাৰি। আমাৰ ডবাটোৰ দুৱাৰ মুখতে তেওঁৰ টোপোলাটো থৈ নেতৃত্বগন্ধী সুৰত ক'লে—"ছেকেণ্ড ক্লাছত ঠাই নাই যদি, টিকট কিয় দিয়ে?" মই ক'লো, 'ডিব্ৰুগড়ৰ আই-এন-টি-ইউ-চিৰ মিটিঙলৈ মানুহ গৈছে, বহুত কোঠা ৰিজাৰ্ভ।" তেওঁ গৰ্জি উঠি ক'লে—"ময়ো ডিব্ৰুগড়লৈ যাওঁ।" তাৰ পিছত তেওঁ আমাৰ ডবাটোতে টোপোলাটো তুলি থিয় হৈ তৰ্জনী আঙুলিটো মোৰ পিনে ৰৰতোপৰদৰে টোৱাই এটা দীঘলীয়া বক্তৃতা আৰম্ভ কৰিলে। মই তেতিয়া বুজিলোঁ যে তেওঁ এজন সাংঘাতিক বনুৱা নেতা। তেওঁৰ কথাৰ কোব সহিব নোৱাৰি ইতিমধ্যে তেওঁৰ এমোকোৰা তামোলৰ ভালেখিনি ছিটিকি আহি আমাৰ গায়ে-মূৰে পৰি প্ৰমাণ কৰিলে যে তেওঁৰ কথাত যথেষ্ট জোৰ আছে।

## ছেকেণ্ড ক্লাছ কাক কয়

নেতাজনৰ বক্তৃতা দীঘলীয়া হ'ল। ছেকেণ্ড ক্লাছত কিয় ঠাই নাপায়, তেওঁ তাৰো পৰাচিত কৰিলে। মই ক'লোঁ—

"ভদ্ৰলোকে জুৱা খেলে তাকে
বোলে ফ্লাছ,
টিকট পায়, বহিবলৈ নেপায়
সেয়ে ছেকেণ্ড ক্লাছ।"

"ডাঙৰীয়া কোঠাটোত '২০ জন বহিব' বুলিহে লিখা আছে। কিমানজন থিয় হৈ যাব তাকটো লিখা নাই। আপুনি ইচ্ছামতে থিয় হৈ যাব পাৰে।" তেওঁ এইৰেলি সংখ্যাৰপৰা ডবাবোৰ যে ঠেক, মানুহ সোমাব নোৱাৰি তাৰ বকলা মেলিলে। এবাৰ এজন গোৰখপুৰী ৰেলওয়ে ইন্সপেক্টৰক বিশেষকৈ এক্সপ্ৰেছ গাড়ী কেইখনৰ বেঞ্চবোৰ ইমান ঠেক কৰাৰ আপত্তি দৰ্শাওঁতে তেওঁ কৈছিল, "এই ডবাবোৰ ছুইজাৰলেণ্ডত হেনো তৈয়াৰী হৈছিল। তৈয়াৰী কৰিবৰ সময়ত বেঞ্চবোৰৰ 'ছাইজ' ঠিক কৰিবলৈ এজন ভাৰতীয় মানুহৰ দৰকাৰ হ'ল। তাৰে এজনে ক'লে যে ছুইজাৰলেণ্ডত থকা ভাৰতীয় ৰাষ্ট্ৰদূতজনেই গড় হিচাবৰ ভাৰতীয় হ'ব। সেই সময়ত তাত থকা ৰাষ্ট্ৰদূতজন ক্ষীণ, তেনেই

লেবেলা মানুহ আছিল। গতিকে তেওঁৰ জোখতেই বেঞ্চবোৰ তৈয়াৰ কৰা হ'ল। ফলত এই অৱস্থা হ'ল।" কথাষাৰ মই আবৃত্তি কৰা শুনি এজন কলিকতীয়া ৰসগোল্লা খোৱা বৃকোদৰ মানুহে কষ্টেৰে এবাৰ গাটো লৰালে। আমি আটাইবোৰে তেওঁলৈ চালোঁ।

## পানী উতলাই খাব লাগে

ডাঙৰ মানুহ হ'লে এটা চকু কণা আৰু এখন কাণ কলা হ'ব লাগে বুলি আমাৰ বোপা-ককাই কৈ গৈছে। সেয়েহে ডাঙৰ ডাঙৰ বা-বিষয়াই নিশ্চয় সেইবোৰ কথা নেদেখা বা দেখিলেও নেদেখা ভাও ধৰে আৰু শুনিলেও নুশুনা হয়। এইটো ডাঙৰ লোকৰ খোৱা-জীয়াৰ লক্ষণ। পিছে আমাৰ নিচিনা খোজে প্ৰতি অপৰাধ ধৰি ফুৰা মানুহৰ চকুত নপৰাকৈ সাৰি গ'লেহে হৈছে। এদিন আমি আৰু আমাৰ বন্ধু এজন ৰেলত উঠি ফুৰিবলৈ গৈছিলোঁ। বৰ পিয়াহ লাগিল। ওচৰত চাহৰ দোকানো নাই। কেতিয়াবা প্লেটফৰ্মত 'পানী' বুলি লিখি থোৱা 'লাল টুপী' পিন্ধা মানুহ কিছুমানে পানী দিয়ে। সেইবোৰলৈ চালোঁ নাই। গতিকে ষ্টেশ্যনৰ কাষতে থকা নাদ এটাত পানী খাবলৈ নামি গ'লোঁ। নাদটোৰ ওচৰলৈ গৈ ছিগা জৰী এডালেৰে পৰি থকা ফুটা বাল্টি এটা দেখিলোঁ আৰু লগে লগে চাইনবৰ্ডখনত চকু পৰিল। তাত লিখা আছিল—"পানী উতলালেহে খাবৰ উপযোগী হয়।" আমি মহা মস্কিলত পৰিলোঁ। খৰখৰকৈ গৈ গাৰ্ডক সুধিলোঁ—"গাৰ্ডবাবু, আপোনাৰ ওচৰত চক-কেৰাহী কিবা আছেনে ?" তেওঁ খঙেৰে ক'লে, "কিয় ?" আমি নম্রভাবে চাইনবৰ্ডখনলৈ আঙুলিয়াই ক'লোঁ—"পানী উতলাই খাব লাগে।" গাৰ্ডবাবুৱে খঙতে একো নাই হৈ গলধন ধৰা ম'হে মূৰটো ঘূৰোৱাদি ঘূৰাই ক'লে—ষ্টেশ্যন-মাষ্টৰৰ ওচৰত খবৰ কৰক।" সেই সময়ত যেনিবা ইঞ্জিনৰ বয়লাৰটো গাৰ্ডবাবুৰ চকুতহে জ্বলিছিল। কেইদিনমানৰ পিছত শুনিলোঁ পাণ্ডুত ডাঙৰ বিষয়াসকলৰ ঘৰত হেনো ভপত পানীৰ গা-ধোৱা ঘৰ আছে। সেয়েহে ভপত পানী খাব লাগে।

## লাইটৰ মুখখন চাওঁ

"কাক কম, কোনে পতিয়াব ?" দৰিদ্ৰ লঙ্কালৈ যায়, সাগৰো শুকায়, মাণিকো লুকায়। সেইদিনা পাঁচ তাৰিখে পাণ্ডুৰ পৰা শিৱসাগৰলৈ আহিছিলোঁ। ৰাতি তিনি বজাৰ পিছত এক্সপ্ৰেছখন শিমলুগুৰি জংশ্যন

পালেহি। ১নং প্লেটফৰ্মত লাইট জ্বলিছিল। পিছে ২নং খনত লাইট নাছিল। গাড়ীৰ পৰা টালি-টোপোলাবোৰ নমাই এজন ৰথীয়া থৈ শিৱসাগৰমুৱা গাড়ীখন বিচাৰি গ'লোঁ। গাড়ীৰ বৰণে এন্ধাৰৰ বৰণে একে। গতিকে হিচাপ কৰি ৩নং লাইনত গাড়ীখন বিচাৰি উলিয়ালোঁ। তাৰ পিছত দ্বিতীয় শ্ৰেণীৰ বেৰত থকা লোৰ ৰেলিং কেইডাল খেপিয়াই খেপিয়াই দ্বিতীয় শ্ৰেণীৰ কোঠা এটাও বিচাৰি উলিয়ালোঁ। দুৱাৰখন মেলি দেখোঁ ভিতৰত লাইট জ্বলিছে। কিন্তু পোহৰৰ মাত্ৰা এন্ধাৰতকৈ কোনো গুণে অধিক নহয়। এজন দুজনকৈ ছজন মানুহ উঠিল, কাৰো মুখ কোনেও দেখা নাই। এই বেলি নামি গ'লোঁ। এনেতে হাতত ছিগ্নেল লাইটটো লৈ গাৰ্ড আহিল। মানুহজন চিনি পালোঁ। তেওঁক ক'লোঁ—"ককাইটি, আপোনাৰ লাইটটো আমাক অলপ দিয়কচোন। আমাৰ ডবাটোৰ লাইটটোৰ মুখখন চাই লওঁ। তেওঁ হাঁহি হাঁহি ক'লে, "গাড়ী চলিলে পোহৰ অলপ বেছি হ'ব।"

## বটুৱা ঘোঁৰাৰ পিঠিত মন্ত্ৰী

আমাৰ বটুৱা ঘোঁৰাই মাহ বিচাৰিলে মাৰ খাব আৰু ঘাঁহ বিচাৰিলে গোটা মাৰি বান্ধি থব। তথাপি সি চেকুৰ মেলিবৰ সময়ত বিলাতী ঘোঁৰাই কি জোৰ পাব? বটুৱা ঘোঁৰাত আপুনি এপাক মাৰি আহি কঁকালত বিষ হ্ৰিৰ' সানি তিনি পৰলৈ চিৎ হৈ মাৰলি লেখক। এদিন অসম চৰকাৰৰ এজন উপমন্ত্ৰী আৰু দুজন এম-এল-এ কিবা ব্যতিক্ৰমত মৰাণৰ পৰা শিৱসাগৰলৈ ৰেলেৰে আহিবলগীয়া হৈছিল। আমি থাকোঁতে গাড়ীখনে ইমান জপিয়াইছিল যে উপায় নেপাই তেওঁ অস্বস্তিবোধ কৰিবলৈ ধৰিলে। এম-এল-এ জনে মন্ত্ৰীজনৰ ভাব বুজিব পাৰি মাজতে ক'লে—"আপুনি কেতিয়াবা বটুৱা ঘোঁৰাত উঠি চেকুৰাই চাইছেনে?" মন্ত্ৰীয়ে উত্তৰ দিলে— "নাই চোৱা।" এম-এল-এ জনে হাঁহি হাঁহি ক'লে—"আমাক গাড়ীত যেনেকৈ থেকেচিছে, বটুৱা ঘোঁৰাৰ পিঠিত উঠিলেও এনেকৈয়ে থেকেছে।" অভিজ্ঞতাই মানুহক জ্ঞানী কৰে। মন্ত্ৰীজনে একেবাৰে দুটা অভিজ্ঞতা পাই নিজকে ধন্য মানিলে।

(৭)

"শদিয়ালৈ নেযাবা
শতফুল নেখাবা
কেঁচাপাতত নেবান্ধিবা লোণ,
মৰি মৰি ওপজে কোন?"

উত্তৰটো আপোনাসকলে আগতে ক'তো নেপালেও এতিয়া নিশ্চয় বুজিছে যে ই আন কোনো নহয়—জোন আৰু 'কপ্লিং ছিগা ৰেল'। কপ্লিং ছিগা ৰেলৰ প্ৰবন্ধ লানি মৰিলে বুলি ভাবি থাকোঁতেই আকৌ ওলাল,—কিনো মৰিও নমৰা ৰক্তবীজৰ সঁচ ওলাল এইশাত, মহিমা বুজিবই নোৱাৰি। এজন অলপ আদৰ্শবাদী যুৱকক এজনা এলাইৰাদু, ধূনেখাতী পাখৰী ছোৱালী বিয়া দিবলৈ প্ৰস্তাৱ অহাত তেওঁ প্ৰস্তাৱটো প্ৰস্তাৱকৰ অনিচ্ছা স্বত্ত্বেও সমৰ্থন নকৰিলে, পিছে কিবা পাকত পৰি এদিন যুৱকজন সেই ঘৰ মানুহলৈ যোৱাত খিৰিকীৰ সিপাৰৰ পৰা প্ৰস্তাৱকৰ সাক্ষাততে যুৱতীয়ে 'কাটিং মাৰিছিল—"নহয় ককাইদেউ, মই আৰু লাইলগুৰ ব্লাউজ পিন্ধি, মেক আপ্ কৰি, ঘনাই আঁচীখন চাই থাকিবহে জানো। আৰু জানো কিবা জানো? যুৱকজনে মনে মনে ক'লে—"সেই কেইটাৰ বাহিৰেও অন্ততঃ কাটিং মাৰিব জানা, নীলা খামত চিঠি লিখিব জানা আৰু কাম-বনত হাত চলাব নেজানিলেও মুখ চলাব জানা।" এতিয়া আমাৰ গাতো সেইকথা খাটিছে। সংসাৰৰ আনবোৰ কামত হাত নচলিলেও আমাৰ কলমটো নচলাকৈ নেথাকে আৰু চকু দুটা আৰু কাণ দুখন সাক্ষাৎ শেন আৰু শহাৰ হোৱাত কপ্লিং ছিগা ৰেলৰ কাহিনীবো অন্ত নপৰা হৈছে।

## কপ্লিং নহয়, ৰেলহে ছিগিল

সেই সাতাৰন চালতেই ভাৰতত পোনপ্ৰথম ৰেল চলে। আমাৰ অসমত তাহানি গলধন (গৰ্ডন) চাহাব শিৱসাগৰলৈ এছিষ্টেণ্ট কমিছনাৰ হৈ আহোঁতেই ৰেল চলে। অসমলৈ অহা ৰেলৰ ডবা, ইঞ্জিন, চকী, মেজ, বেঞ্চ—আটাইবোৰ সেই তাহানি মহাৰাণী ভিক্টোৰিয়া আৰু বৰতি (ব্ৰডী) চাহাবৰ দিনৰে। মানুহৰ বুঢ়া হ'লে পকিঁত্তি লবে, কুকুৰৰ বুঢ়া হ'লে ফাপৰে ধৰে আৰু ৰেলৰ বুঢ়া হ'লে মামৰে ধৰে আৰু কপ্লিং ছিগে। বুঢ়াকালত যেনেকৈ বাত-বিষ, কফ, পিত্ত আটাইবোৰ

চাপি আহি বুঢ়া-দেহাত উজনি-ভাটি কৰে, আমাৰ এই বুঢ়া ৰেলখনতো নিতৌ একোটা নতুন বেমাৰে উক্ দিয়ে। কোনো দিনা ইঞ্জিনত, কোনো দিনা চিগ্নেলত, কোনো দিনা টেলিগ্ৰামত নোহোৱা নোপজা বেমাৰে উক্ নিদিলে হেনো গাৰ পিৰ্‌পিৰণি নমৰে। এই বেলি গৈ থৈ বেমাৰ ৰেল অৰ্থাৎ চিৰিকেইডালত লাগিলগৈ। ৫ৰা দুমাহমানৰ ভিতৰতে শিমলুগুৰি মৰাণহাট শাখাৰ তিনি ঠাইত চিৰি ছিগিছে। সেই যি সেই, তিনিচুকীয়া-পাণ্ডু লাইনৰো মেজেঙ্গা চাইডিঙৰ ওচৰত চিৰি ছিগি বেহেলা বজোৱাবা কথা আমাৰ কাণত পৰিছেহি। যোৱা ১৩ জানুৱাৰীৰ কথা। মাঘ বিহুৰ উৰুকা। উজনি-নামনিৰ মানুহে শিৱসাগৰ নগৰত বিহু-বজাৰ কৰিবলৈ ৰেলৰে সোহাই-পিটাই আহিছে। পিছে, 'দুৰ্ভগীয়া তেৰ তাৰিখ' বুলি ইংৰাজীত এষাৰ কথা আছে। আটাইবোৰকে সেইদিনা দুৰ্ভগ্যাই পালে। আবেলিৰ গাড়ীখনত মৰাণহাটৰ ফালৰ মানুহ আহি শিৱসাগৰত বজাৰ কৰি পাঁচ বজাৰ গাড়ীত উলটি যাব ; ৰাতিপুৱাই শিমলুগুৰিৰ পৰা অহা মানুহে মাছ-টাছ কিনি চাৰে তিনি বজাৰ গাড়ীত গৈ উৰুকাৰ ভোজ খাবগৈ। 'বিধতাই দিলেও, তিৰোতাই নিদিয়ে', আৰু এতিয়া তিৰোতাই দিলেও 'ৰেল কোম্পানীয়ে' নিদিয়ে। মাছে চাইডিঙৰ ওচৰতে চিৰি এডাল ছিগি থাকিল। সেইবাবে ৰেল আঢ়ৈ ঘণ্টা পলম হ'ল। আবেলি তিনি বজাৰ গাড়ী সন্ধিয়া চাৰে পাঁচ বজাত ওলালহি। বজাৰ কৰিবলৈ অহা মানুহে শিৱসাগৰ ষ্টেশ্যন পাই কোনোমতে গাড়ীখন সলাই ইখন গাড়ীত উসটি গ'ল। মাছে-মঙহে ডবনি পিটি ভোজ খাবলৈ গাৱঁত খাপ পাতি থকা মানুহৰ আগত সুদামুখ কেইখন লৈ যেতিয়া ৰাতি এপৰত ওলাইছিল তেতিয়া বাৰু কি অৱস্থা হৈছিল, অনুমান কৰকচোন। তেতিয়া মুখে পতি এই কপ্‌লিং ছিগা ৰেলখনৰ ওপৰত অভিশাপ বৰ্ষণ হৈছিল। ৰাইজৰ শাপত হেনো গৰুড়ৰো পাখি ছিগে। মুখে মুখে কেৱল অভিশাপ ওলালে গাড়ীখননো ভাল হয় কেনেকৈ ? ৰেলওৱে কৰ্ত্তৃপক্ষৰনো কি দোষ। সেই বৰতি চাহাবৰ দিনৰে লোহা-লক্কৰ কেইডালেৰেই যে ইমানদিন চলাইছে আৰু লগতে চলাবলৈ 'পৰি' থকা 'কল্পনা' হাতত লৈছে, তাকে ধইন ধইন বুলি শলাগিবচোন।

## বিয়ৈ, থিয়ৈ থিয়ৈ

আজিকালি এই শিমলুগুৰি মৰাণহাটৰ গাড়ীখনত উঠাটো আমাৰ অলপ সেৰেঙা হৈছে। সেৰেঙা হোৱাৰ আন কাৰণ নেথাকিলেও গাৰ্ড, ড্ৰাইভাৰ, ষ্টেশ্যন-মাষ্টৰ, পইণ্টমেন আটাইবোৰেই অভিযোগ কৰে

যে আমি যিদিনা যাওঁ সেইদিনাই হেনো এটা অঘটন ঘটাটো ৰীতিত পৰিণত হৈছে। সেইদিনা এটা নহয়, এটা অঘটন ঘটিবই। বহুত দিনৰ মূৰত ২২ ফেব্ৰুৱাৰীৰ দিনা ৰাতিপুৱা ৯ বজাৰ গাড়ীখন আহিবৰ সময়ত ষ্টেশ্যনলৈ গৈছিলোঁ। মৰাণহাটৰপৰা অহা গাড়ীখন ঠিক সময়তে পালেহি কিন্তু শিমলুগুৰিৰ পৰা অহা গাড়ীখনৰ একো উম-ঘামেই নাই। লগে লগে ষ্টেশ্যন-মাষ্টৰে ক'লেই, "আপুনি আহিলে কিবা এটা যে নহ'ব, তাৰ মানে নাই।" আমাৰ নিজকে অপৰাধী যেন লাগিলেও কিনো ঘটিছে, উৰাদিহটো লৈ যোৱাৰ মন গ'ল। নিৰ্দ্ধাৰিত সময়ৰ কেইমিনিটমানৰ পিছত গাড়ীখন মন্থৰ গতিত অহা যেন দেখা গ'ল আৰু ইঞ্জিনেও ঠেহ পতাৰ ভঙ্গীত ফোচ্-ফোচ্ আৰম্ভ কৰিলে। লগে লগে ইঞ্জিনটো প্লেটফৰ্মৰ ভিতৰলৈ সোমাল আৰু দীঘলীয়াকৈ উশাহ টানি বৈ গ'ল। গাড়ীখনৰ ঘাই ছোৱা বাহিৰতে ৰল; ইপিনে আগতে আহি থকা গাড়ীখনৰো বাট বন্ধ কৰি থৈ দিছে আৰু মেইন লাইনৰ লগত সংযোগ ৰাখিব নোৱাৰে বুলি সিখন গাড়ীৰ যাত্ৰীয়ে চিঃ-চিঃ চাঃ-চাঃ কৰিছে। এনেতে ঠেহপতা গাড়ীৰপৰা নামি অহা এজন ৰেল-কৰ্মচাৰীয়ে ক'লে, "শিমলুগুৰিৰপৰা শিৱসাগৰলৈ এইছোৱা বাটত তিনি ঠাইত ইঞ্জিনে দীঘলীয়া উশাহ টানিছে। আমি আগতেই কৈছোঁ যে আজি আপুনি আছে।" আমি ক'লোঁ, "বাৰু, যি হ'ল হ'ল, এতিয়া আটাইবোৰ যাত্ৰীয়ে মটৰগাড়ী ঠেলাৰদৰে ঠেলি গাড়ীখন আগবঢ়াই আনোগে।" তেওঁ হাঁহি হাঁহি আঁতৰি গ'ল। ক্ষন্তেক পিছত বহুত সময় হোঁহোকা-পিছলা কৰি গাড়ী যথাস্থানলৈ আহিল, চাণ্টিং হ'ল। চাৰে ন-বজাৰ গাড়ী চাৰে দহবজাত যাবৰ হ'ল। গাড়ী পলম হোৱা দেখি ড্ৰাইভাৰৰ বৰ খং। তাতে 'ভেকুৱাম্' নাই। সেই দিনাই দুজন নতুন বিয়েয়েক একেলগে এঠাইলৈ যাবলৈ আহিছিল। 'ন-মিতিৰৰ এঠা বেছি'— তাতে সমন্ধত বিয়ৈ। বেমাৰী গাড়ী, লাহে লাহে যাব বুলি গাড়ীত নুঠি দুয়ো প্লেটফৰ্মতে থিয়ৈ থিয়ৈ কথা পাতি আছিল। হঠাতে গাড়ী চলিবলৈ ধৰিলে। তেতিয়াহে দুই বিয়ৈৰ গালৈ তৎ আহিল, দুয়োজনে গাড়ীৰ ওচৰলৈ গৈ ক'লে, "বিয়ৈ, উঠকচোন, উঠক।" সিজনে ক'লে, "বিয়ৈ, আপুনি আগতে উঠকচোন"। এওঁবিলাকে ইজনে সিজনক অনুৰোধ কৰি থাকোঁতে গাড়ীৰ গতি খৰ হ'ল। এজনেও উঠিব নোৱাৰিলে। দুই বিয়ৈ থিয়ৈ থিয়ৈ ৰল। আহিবৰ সময়ত আকৌ ইজনে সিজনক ক'লে, "মই কৈছিলোঁ নহয় বিয়ৈ, আপুনি আগতে উঠক বুলি।" শেষত কপ্‌লিং ছিগা ৰেলৰ গতিবেই দুয়ো ঘৰমুৱা হ'ল।

## হাত দাঙিলে ৰেল ৰয়

হাত দাঙিলে ৰেল ৰয় বুলি ক'লে আপুনি বিশ্বাস নকৰে, বুজিছোঁ। ৰৰকৈ ডাঠি ক'বলৈ গ'লে যে গালি-শপনি আৰু ৰাম টাঙোন খোৱাৰ উপক্ৰম নহ'ব তাৰো মানে নাই। হাতনো কি? হাতত ৰঙা কাপোৰখন লৈ দাঙি দিলে যদি গাড়ীখন ৰবলগীয়াটো স্বতঃসিদ্ধ কৰি কৰ্তৃপক্ষই আইন কৰি দিছে, তেনেহ'লে হাতখন দাঙিলেনো কিয় গাড়ীখন নৰব? গাৰ্ড বা ড্ৰাইভাৰৰ ৰঙা কাপোৰখন হাত দাঙোতাজনৰ হাতত আছিল, ভুলত হাতৰ পৰা পৰি গ'ল বুলি ধৰি লৈ গাড়ীখন ৰখালেই হ'ল। হাত দাঙিলে সকলো সময়তে নৰলেও (কাৰণ ভেকুৱাম্ নেথাকে) আপুনি গাৰ্ড আৰু ড্ৰাইভাৰক মিহি মাতেৰে কোনখিনিত ৰখাব লাগে কথাটো কৈ দিলেই আপুনি আপোনাৰ শহুৰেকৰ পদূলিত নামিব পাৰে আৰু খুলশালীয়েকে আগন্তুকই লৈ যাব পাৰে। এই বছৰৰে এদিনৰ কথা। ভাটিমুখা গাড়ীখন খৰাহাট আৰু মহখুটি চাইডিঙৰ মাজত মাছে গাৱঁৰ ওচৰত ৰৈ গ'ল। আমি গাড়ীৰ পৰা আলিৰ কাষত ব্যস্তভাৱে ৰৈ থকা দুজনমান বাগিছাৰ বনুৱা দেখি সুধিলোঁ, "হেৰা, গাড়ীখন কেলেই ৰাখিছে?" সি গৰ্বিত ভঙ্গীত উত্তৰ দিলে, "আমাৰ চেকেৰ্ট্ৰী আহিছে।" বুজিলোঁ, আজিকালি ট্ৰেড-ইউনিয়নৰেই দিন। তাৰ দিনচেৰেকৰ আগৰ কথা। এজন অলপ বয়সীয়া ৰেল কৰ্মচাৰীৰ লগত চিনাকি আৰু এইখন ৰেলৰ তিতা অভিজ্ঞতা পাই থকা মানুহ এজন শিৱসাগৰলৈ আহিবলগীয়া আছিল। তেওঁ যি ঘৰত আলহী আছিল, গিৰিহঁতে ঘড়ী চাই ক'লে, "আপুনি গাড়ী নেপাবগৈ এতিয়া।" তেওঁ ক'লে—"ইমান ডবাপিটা বৰষুণ, ক'ত সোনকালে গাড়ী আহিব? ইমান বৰষুণত পইণ্টমেনে চাণ্টিং কৰিবলৈকো নেযায়।" এই বুলি কৈ তেওঁ লাহে-ধীৰে চাইকেলত উঠিল, বৰষুণ আকৌ আৰম্ভ হ'ল। ষ্টেশ্যনলৈ আধামাইলমান থাকোঁতেই গাড়ী এৰিবলৈ উকি দিলে। এওঁ কোবাকুবিকৈ চাইকেল মাৰিবলৈ ধৰিলে। ৰেলষ্টেশ্যন পাওঁতে গাড়ী ষ্টেশ্যনৰপৰা ডেৰফাৰ্লংমান আঁতৰি আহিলেই। ইঞ্জিনৰ ড্ৰাইভাৰে দেখাকৈ তেওঁ হাত দাঙিলে; গাড়ী নৰল। এই বেলি গাৰ্ডৰ ওপৰতে আশা। গাৰ্ডে ডিঙি মেলি বাহিৰলৈ চাওঁতেই এওঁ হাত দাঙি গাড়ী ৰখাবলৈ দিয়া ইঙ্গিত বুজিলে আৰু খন্তেক পিছতে গাড়ী ৰৈ গ'ল। এওঁ গাড়ীত উঠিলত, গাৰ্ডে স্বস্তিৰ নিশ্বাস পেলাই ক'লে, "আজি পূৰা ভেকুৱাম আছিল বুলিহে গাড়ী ৰাখিব পাৰিলোঁ। এওঁ সেইবাবে ধন্যবাদ জনাই গাড়ীত উঠিল (মানুহজনৰ নামটো ক'লে আপোনালোকৰ বহুতেই চিনি পাব, গতিকে নকওঁ)। এওঁ গাড়ীৰ পৰা যথাস্থানত নামি ক'লে—"হাত দাঙিলে ৰেলো ৰয়, আজিহে বুজিলোঁ।"

(৮)

"কোনোৱে দিয়ে হেঁচুকি
কোনোৱে দিয়ে তুলি,
কোনোৱে দিয়ে বুধি-ভাৰসা
ধন ভৰি মৰক বুলি।"

আমাৰ দেশত এনেয়ে বাক্কলী উচটাই জোলখোৱা মানুহৰ আটক নাই, তাতে সুকণ্ডাও ওলায় অধিক। আপুনি যেনিয়ে যাব তেনিয়ে কেৱল কপ্লিং ছিগা ৰেলৰ একহি পুৰুষ উদ্ধাৰি বদনাম গোৱা শুনিব। শুনিলে পৰি থকা গাৰ নোমডালো দাং খাই উঠে। আমাৰ ভাষাত এফাকি কথা আছে—"বোলে ঢোল বজাইহে যেনেকৈ নেনাচিনো থাকোঁ কেনেকৈ?" আমাৰ গাতো সেই ফাকিয়েই ফলিয়াইছে। কপ্লিং ছিগা ৰেলৰ ঘটনা ঘটেহে যেনেকৈ নিলিখিনো থাকো কেনেকৈ?

## ইঞ্জিন বলিয়া হ'ল

যোৱা মাৰ্চ মাহত লিডু ষ্টেশ্যনৰ পৰা এটা ইঞ্জিন ৭০ মাইল গতিবেগেৰে ঢপলিয়াই আহিল, নাই তাত ড্ৰাইভাৰ, নাই তাত ফায়াৰমেন, কোনো নাই। ডেকাহাতীৰ বলিয়া-ভাটি দিয়াৰ নিচিনাকৈ ইঞ্জিনটোৰো বলিয়া-ভাটী দিলে আৰু তৰা-নৰা ছিঙি ডেডাউৰিয়াই আহিল। পিছত ৰাইজে একেমুখে ঠিক কৰিলে যে ইঞ্জিনটো বলিয়া হ'ল। অজীৰ্ণপাতকী, পৰশ্ৰীকাতৰ, পৰৰ দোষ খুচৰি ফুৰা এই ৰাইজমখাই কেৱল বেয়াটোহে দেখে। আমি কিন্তু সঁচাটো সদৰি নকৰি নোৱাৰোঁ। আমাৰ ইঞ্জিনৰ নিৰ্দ্ধাৰিত গতিবেগ কুড়ি মাইল। ৰৈ-মেলি গড়ে ঘণ্টাত সাত-আঠ মাইলকৈ চলে। ইঞ্জিনৰ যে খৰকৈ চলিব পৰা শক্তি আছে, আৰু ড্ৰাইভাৰ ফায়াৰমেনৰ শাসন আৰু চৰকাৰী আদেশৰ ফলতহে যে খৰকৈ চলিব নোৱাৰে, সেইটো প্ৰমাণ কৰিবলৈহে ড্ৰাইভাৰ-ফায়াৰমেন আঁতৰি যোৱাৰ সুবিধা লৈ ঘণ্টাত সত্তৰ মাইল বেগেৰে চেকুৰি আহিল। চাব্বাচ্ ইঞ্জিন। ইনকিলাব জিন্দাবাদ! এতিয়াহে বুজিলোঁ ইঞ্জিনৰ গাত শক্তি আছে। কোনো কোনোৱে অৱশ্যে কৈছে যে লিডুৰ নেপালী বস্তিত হেনো চুলাই মদ পায়। ইঞ্জিনে পানী ল'বৰ সময়ত বোলে—কেইটিনমান লাওপানীও তাজি দিলে আৰু সেই পানীৰ 'ষ্টীম'

উঠাৰ লগে লগেই ইঞ্জিনে চকু-কাণ মুদি দৌৰ দিলে। সি যি কি নহওক, মুঠতে ইঞ্জিনৰ শক্তি পৰীক্ষা। লিডুৰ পৰা সত্তৰ মাইল বেগেৰে আহি পাৰৈ ষ্টেশ্যন পাই—তাৰৈৰ ঘৰত কাৰৈ মাছৰ ভজা খাবলৈ যেতিয়া ইঞ্জিনে গতি ঢিলাই দিলে, তেতিয়া তাৰ ষ্টেশ্যন-মাষ্টৰে লক্ষ জাপ দি ইঞ্জিনত উঠি ইঞ্জিন ৰখাই দিলে। ধন্য ষ্টেশ্যন-মাষ্টৰ! বহুমুখী পৰিকল্পনাৰ দেশত ষ্টেশ্যন-মাষ্টৰে বহুমুখী কামো কৰিব পাৰে। যোৱা বছৰ চেপন ষ্টেশ্যনত এটা শিয়াল মৰাৰ বাবে যুটীয়া তদন্ত হৈছিল। এইবেলি এই বলিয়া ইঞ্জিনটোৱে কিন্তু মাৰ্ঘেৰিটাত এটা কুকুৰা মাৰিলে। ইয়াৰ যুটীয়া তদন্ত হৈছেনে নাই নেজানো! ৰাজহুৱা তদন্ত কিন্তু হৈছে যে কুকুৰাটো কাৰ আছিল? এজন চৰকাৰী বিষয়াই কৈছে যে ইঞ্জিনে লিডুত লাওপানী খাই—তাৰ লগত মাংস খাবৰ বাবেহে এই কুকুৰাটো মাৰিছিল, কিন্তু ৰান্ধিবলৈ সময় নেপালে।

## ইঞ্জিনে কি শিকালে?

আমাৰ ৰেলবোৰ ঘণ্টাত দহ-বাৰ মাইল চলে। কাৰণ, ড্ৰাইভাৰে শাসন কৰে। দেখা গ'ল ড্ৰাইভাৰ নহ'লে ঘণ্টাত সত্তৰ মাইলকৈ চলে। ইঞ্জিনত ড্ৰাইভাৰ নাছিলেও য'ত ৰাখিবলগীয়া হয়, তাৰ ষ্টেশ্যন-মাষ্টৰে জাপ মাৰি উঠি, গাড়ী ৰাখি ল'ব পাৰে। গতিকে ড্ৰাইভাৰ, ফায়াৰমেনৰ পদবোৰ উঠাই দিয়ক। ইঞ্জিনবোৰ স্বতন্ত্ৰবীয়া কৰি এৰি দিয়ক। য'ত ৰাখিব লাগে তাৰ ষ্টেশ্যন-মাষ্টৰে ৰাখি ল'ব। কাম শেষ হোৱাৰ পিছত আকৌ এৰি দিব। এইদৰে ড্ৰাইভাৰ নোহোৱা কৰি গাড়ী চলাব পাৰিলে গাড়ীও খৰকৈ চলিব আৰু চৰকাৰৰো বহুত টকা ৰাহি হ'ব আৰু সেইখিনি ধন পঞ্চবাৰ্ষিক পৰিকল্পনাত খটুৱাব পাৰিব।

## পুতেক চোৰা টেকেলা

আমাৰ শিমলুগুৰি মৰাণহাট ৰেলৰ সাধুকথা। টিকট পৰীক্ষকৰ কথা। এওঁবিলাকৰ কোনো কোনোৱে 'খেতোক দেখি ৰান্ধে বাঢ়ে, খেতোক দেখি দুৱাৰ বান্ধে।' চেঙেলীয়া ল'ৰাক বলে নোৱৰা শিল যেন ভাবি, পৰি নমস্কাৰ কৰে আৰু জুকলী-জুপুৰী মানুহ দেখিলে 'হাঁহৰ ওপৰত শিয়াল ৰজা', হ'ব নোৱাৰিলেও 'খোতা পুখুৰীত ৰাক ৰজা' হোৱাটো খাটাং। দুমাহমানৰ আগৰ কথা। এগৰাকী তেনেই সাধাৰণ সাজপাৰৰ আদহীয়া তিৰোতা শিৱসাগৰত উঠি মৰাণলৈ গৈছিল।

তেওঁ টিকটটো কিনি হাতত লৈ যোৱা মোনাটোত ভৰাই থলে। আন এটা ষ্টেশ্যনত টিকট পৰীক্ষক উঠি তিৰোতা গৰাকীৰ টিকট বিচাৰিলে। মোনাটোৰ ভিতৰত কাপোৰ-কানি, টালি টোপোলাৰ মাজত টিকটটো হেৰাল। বিচাৰি নোপোৱা হ'ল। তাকে দেখি টিকট পৰীক্ষকে তৰ্জন গৰ্জন কৰি ধমক দি তিৰোতা গৰাকীক ক'লে, "তোমাৰ টিকটেই নাই। টিকট বিচাৰি এইবোৰ ভেশহুনহে ধৰিছা।" তিৰোতা গৰাকীয়ে এইবাৰ মোনাটোত টিকটটো বিচাৰি পালে আৰু আগবঢ়াই দি ক'লে, "লোৱা এইটো টিকট, খোৱানে কি কৰা, কৰাঁ।" পৰীক্ষকে টিকটটো লৈ চহী কৰাৰ লগে লগে তিৰোতা গৰাকীয়ে লাহে লাহে ক'লে—"বুইছা বাপু, লং-পেণ্টটো, জোতাযোৰ আৰু ফাউণ্টেনটো ললা বুলিয়েই, মানুহক মানুহ যেন নেদেখা হ'ব নেপায়। তোমাৰ নিচিনা ল'ৰা, আমাৰো আছে। দহ জনা দু পইচাৰ বাবে মই মিছা মাতিবলৈ অহা নাই নহয়।" তিৰোতা গৰাকীৰ কথা কেইষাৰ শুনি তেওঁ ভেচ্‌ভেচীয়া হোৱাৰ লগে লগেই তৃতীয় যাত্ৰী এজনে কাষৰীয়াকৈ তিৰোতা গৰাকীৰ চিনাকি দিলে যে, তেওঁ অসমৰ এজন খ্যাতনামা লিখক-সাংবাদিকৰ মাতৃ। টিকট পৰীক্ষকৰ মুখ শুকাই টেমী যেন হ'ল আৰু হাতযোৰ কৰি ক্ষমা খুজিলে। তেতিয়া তিৰোতা গৰাকীয়ে আকৌ ক'লে—"আগতে জুটুলী-পুটুলী মানুহ দেখি ডাবি ধমকি দি এতিয়া ক্ষমা খুজিছা। সকলোকেই ভাল ব্যৱহাৰ কৰিব লাগে।" সাংবাদিক, সাহিত্যিকৰ মাক বুলি জানিব পাৰি এচুকত বহি থকা বুঢ়া যাত্ৰী এজনে ক'লে, "ভালেহে কয়, "মাক জুটুলী-পুতুলী, পুতেক চোকা টেকেলা।"

## কোনে দেখে, ক'ৰপৰা

দেৱতাৰ মহিমা পোৱা টান। কিন্তু দেৱতাৰ মহিমা বুজিব পাৰিলেও ৰেলৰে কৰ্তৃপক্ষৰ মহিমা বুজা টান। জেনেৰেল মেনেজাৰৰ (উত্তৰ-পূৰ সীমান্ত ৰেলৱেৰ) অফিচৰ চকী, মেজবোৰ হেনো উত্তৰপ্ৰদেশৰ পিনে তৈয়াৰী কৰি আনিছে। তদুপৰি তেওঁৰ 'চেলুন'টোত হেনো এলাখৰো অধিক টকা খটুৱাই সজাইছে আৰু তাৰে কিবা বিজুতি লগাত হেনো আৰু হেজাৰচেৰেক খৰচ কৰিবলৈ দিহা কৰিছে। হওক, তলতীয়া ৰেল কৰ্মচাৰীয়ে থাকিবলৈ ঘৰ নেপালেও, তেওঁবিলাকৰ উচ্চপদস্থ বিষয়াসকল সুখত থাকিলেও এপৰলৈ তেও মনটো তাপহিব পাৰিব যে তেওঁবিলাকৰ গুৰিয়ালজন সুখত আছে। ত্যাগ আৰু পৰিশ্ৰম নকৰিলেনো দেশৰ সমৃদ্ধি হ'ব ক'ৰ পৰা ? গতিকে তলতীয়া কৰ্মচাৰীসকলে

ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিবই লাগিব। আজি বছৰ চেৰেকৰ আগৰ কথা। এটা ৰেলৰ ইঞ্জিনে দুৰ্ঘটনা কৰিলে ; দুৰ্ঘটনাৰ বাবে ড্ৰাইভাৰজন দোষী সাব্যস্ত হ'ল। কিন্তু গাৰ্ডজনে ড্ৰাইভাৰক দোষৰ পৰা সকৰাই এখন চাৰ্টিফিকেট দিলে। কিছুদিনৰ পিছত ডি-টি-এছৰ অফিছৰপৰা পুনৰ ড্ৰাইভাৰক অভিযুক্ত কৰি গোচৰ তৰা হ'ল আৰু গাৰ্ডজনক প্ৰশ্ন কৰিলে যে, তেওঁ ৰেলখনৰ শেষত থাকি একেবাৰে আগত ইঞ্জিনে কৰা দুৰ্ঘটনাটো কেনেকৈ দেখিলে? প্ৰশ্নৰ উত্তৰত গাৰ্ডে লিখিলে—"ডিব্ৰুগড়ৰ অফিচৰ পৰা যদি ড্ৰাইভাৰজন যে দোষী সেইটো দেখিব পাৰে, মই গাড়ীখনৰ পিছতে থাকি কিয় নেদেখিম?" 'চুঙা চাই সোপা' দিলে হয়, কিন্তু তাৰ পৰিণতি স্বৰূপে ছমাহৰ ইনক্ৰিমেণ্ট বন্ধ হ'ল।

টুনী চৰাইৰ সাধুটোতো যদি চৰাইটোৱে ধান নি নি শেষ হয়গৈ, কপ্‌লিং ছিগা ৰেল শেষ হোৱাৰ সম্ভাৱনা নাই। নিতৌ নতুন নতুন ঘটনা ঘটিবই লাগিছে। গতিকে গাড়ীৰ কপ্‌লিং ছিগি ক'ৱাবাত থাকি যোৱাদি প্ৰবন্ধটো সতকাই ক'ৰবাত আধাৰুৱা হৈ থাকি যোৱাৰ ভয় নাই। বাৰ বজাৰ গাড়ী যেনেকৈ দুই বজাত এবে, এৰিলেও আপত্তি যেনেকৈ নাই, সেইদৰে প্ৰবন্ধ ওলাওঁতেও পলম হ'ব পাৰে। বিষয় চাইহে বিষয়া। এতিয়া বিষয় চাই সময় নিৰ্দ্ধাৰিত হৈছে। গতিকেই প্ৰবন্ধ সতকাই শেষ হোৱাৰ ভয় নাই।

(৯)

'কাক কম, কোনে পতিয়াব, যাক কম সেয়ে লঠিয়াব।' কোনো কোনো বন্ধুৱে আমাৰ মুখৰ আগতে আৰু কোনো কোনোৱে চিঠিৰে আৰু কোনো কোনোৱে আনৰ হতুৱাই কোৱাইছে যে 'কপ্‌লিং ছিগা ৰেল'ৰ কথাবোৰ হেনো 'এক নম্বৰ গাজাখুৰী গল্প।' নাই বুলিলে সাপৰো বিষ নাই। পিছে সঁচাকৈয়ে কৈছোঁ, ভাষাত এধানমান পাক থাকিলেও সত্যতাত এধানমানো ভাঁজ নাই। আমাৰ ভাষাত এষাৰ কথা আছে বোলে 'ক'লেও আয়ে মাৰ খায় ; নক'লেও বোপায়ে চুৰাত খায়।' গাড়ীৰ নম্বৰ, ড্ৰাইভাৰ, পইণ্টমেন, গাৰ্ড, ষ্টেশ্যন-মাষ্টৰৰ নাম নক'লেও ৰাইজে বিশ্বাস নকৰে আৰু ক'লেও, কৰ্তৃপক্ষই তেওঁবিলাকক চাকৰিৰ পৰা বিদায় দি টিকট কাটিবলৈ আদেশ দিব,

আৰু তেতিয়া মেকুৰীৰ খেমালিত সিপিনে নিগনিৰ মৰণ হ'ব। গতিকেহে ৰাইজৰ আগত নাম-নম্বৰ সদৰী কৰা নাই। ড্ৰাইভাৰ নোহোৱাকৈ গাড়ী চলে, ৰেলে গাৰ্ড এৰি থৈ যায়, গাড়ীৰ কপ্লিং ছিগে, ষ্টেশ্যন-মাষ্টৰে খোঁৰা চাই চিগনেল দিয়ে। এইবোৰ অপুদঘাত কথা ক'লে আপুনি পতিয়ন নেযাব, কিন্তু আমি গাতে পাই থোৱা ঘটনা বুলি বুকু ডাঠি ক'ব পাৰিছোঁ। কেইবছৰমানৰ আগতে আমাৰ এজন এম-পিয়ে দিল্লীৰ সংসদত আহ্বান জনাইছিল, "কাৰোবাৰ যদি ৰেলত উঠি মৰিবলৈ মন আছে, তেন্তে অসমৰ জে-পি ৰেলত উঠি চাওকগৈ।" আমাৰ বন্ধুসকলেও কেনেবাকৈ এই গাড়ীত উঠি ক'ৰবাত পৈতৃক প্ৰাণটো হেৰুৱাব লাগে বুলি ভয়তে নুঠি দূৰৈৰ পৰাই জোকাই চাইছে। ৰেলৰ কৰ্তৃপক্ষৰ হৈ আমিয়ে আপোনাক নিমন্ত্ৰণ জনাইছোঁ—দুদিনমান উঠিলেই আপুনি গম পাব, সত্যনে গাজাখুৰী—ৰেলগাড়ীনে, গৰুগাড়ীনে, ঠেলাগাড়ী।

## জলকীয়াৰ জালেই সোৱাদ

"চেনাইৰে মুখলৈ চাবকে নোৱাৰি
জলকীয়াই পোৰাদি পোৰে।"

কত আশাৰ, কত হেঁপাহৰ, মনৰ তলিৰ, প্ৰাণৰ কোঁহৰ চেনাই। তেওঁলৈ চালেও হেনো জলকীয়াই পোৰাদি পোৰে। পিছে এটা কথা, জলকীয়াৰ জালেই সোৱাদ। আমাৰ এজন বন্ধুক তেওঁৰ বন্ধু এজনৰ ঘৰত নিমন্ত্ৰণ খাবলৈ মাতিছিল। মৰমৰ চোকতে নেকি, বন্ধু-ভগ্নীয়ে আঞ্জাত সৰহকৈ জলকীয়া দিলে। খাবৰ পৰত অভ্যাগতে সেহাই সেহাই খাওঁতে সিপিনৰ পৰা সুধিলে, "মাংসত জলকীয়া বেছি হ'ল নেকি?" আমাৰ বন্ধুৱে উত্তৰ দিলে—"এৰা, জলকীয়াৰ জালেই সোৱাদ।"—এয়া আমাৰ ঘাই কপ্লিং ছিগা ৰেল (জে-পি) খনৰ সিদ্দিনা অলপতে হোৱা ঘটনাৰ পাতনিহে। উত্তৰ-পূব সীমান্ত ৰেলৰ ৰৰমূৰীয়া বিষয়া এজন লাইন পৰিদৰ্শন কৰিবলৈ আহিছিল। মৰিয়নী-নিমাতী শাখাত যোৰহাটৰপৰা নিমাতীঘাটলৈ যাত্ৰী-গাড়ী নচলে। এইখণ্ডত মানুহে মালগাড়ীৰ ডবাত ইচ্ছামতে উঠি যায়। ইয়াত, 'আপোন হাত জগন্নাথ।' পটিয়াগাওঁ এইখণ্ডৰ বিখ্যাত ষ্টেশ্যন। ইয়াত মালগাড়ীত অহাযোৱা কৰাৰ অবিহণা চৰ-যোচাৰে পৰিশোধ কৰাটো নিয়ম। এই ষ্টেশ্যনতে ৰৰমূৰীয়া বিষয়াজনক নিমাতীলৈকে যাত্ৰী-গাড়ী চলাবলৈ এদল মানুহে আবেদন জনাই এখন স্মাৰক পত্ৰ দিলে আৰু লগে লগে দলটোৰ নেতাজনে

ক'লে—"তুমি যে কাগজখন পাইছা, আমাক লিখি দিয়াঁ।" ৰৰমূৰীয়া বিষয়াজনে ক'লে, "আমি অফিচৰপৰা পঠিয়াই দিম।" দলটোৰ আন এজনে ক'লে "আমাক হাতে-হাতে লাগে, কোলাৰটো এৰি বোকাৰটোলৈ আশা কৰিব নোৱাৰোঁ।" বিষয়াজনে ক'লে—"অফিচৰপৰা দিয়াটোহে নিয়ম, ইয়াত দিব নোৱাৰোঁ।" এইষাৰ কথা শুনি দলটোৰ তৃতীয় এজন লোকে টোপাকাঁড়টো অহাদি আহি ক'লে, "লিখি নিদিয়া যদি, আমাৰ কাগজ আমাক ঘূৰাই দিয়া।" বিষয়াজনে তাম-কাঁহত মৰাদি মৰা মাত-কেইটা শুনি, স্মাৰক-পত্ৰখনকে ঘূৰাই দিলে। কাগজখন ঘূৰাই লৈ মানুহবোৰে পাৰেমানে গুৱাল-গালি বৰষিবলৈ ধৰিলে। গালি-শপনি খাই ৰৰমূৰীয়া বিষয়াজনে কেনেকুৱা পালে ক'ব নোৱাৰোঁ, আমি হ'লে ভাবিছোঁ জলকীয়াৰ জালেই সোৱাদ। তেওঁৰ গাটোৰ নিশ্চয় এইযাৰহে পিৰ্‌পিৰণি মৰিছে।

## ইঞ্জিন হেৰাল

চকুৰে ভালকৈ মনিব নোৱৰা বেজী-বটীয়া হেৰায় দেখিবলৈ ভাল। ঠেং-ভৰি লগা গৰু-ছাগলী হেৰায়, শুনিবলৈ ভাল, পিছে এই বেলি আমাৰ কপ্‌লিং ছিগা ৰেলৰ ইঞ্জিন এটা হেৰাল। অৱশ্যে পিছত বিচাৰি পোৱা হ'ল আৰু ঘৰৰ ইঞ্জিন ঘৰলৈ ঘূৰি আহিল। ২৪ এপ্ৰিলৰ দিনা ৰাতিৰ ঘটনা। গোলাঘাটত বহা শিক্ষক সন্মিলনলৈ যাবলৈ শিৱসাগৰ নগৰৰ এজন প্ৰধান শিক্ষককে ধৰি কেৰাজনো শিক্ষক আহি ষ্টেশ্যন পালেহি। খন্তেক পিছতে মৰাণৰপৰা অহা গাড়ীখনো আহি পালেহি। এওঁবিলাকে খৰধৰকৈ টালি-টোপোলা তুলি গাড়ীত উঠি বৈ আছে। পিছে, গাড়ী লৰচৰ হোৱাৰ আশা নাই। ইপিনে শিমলুগুৰিত 'এক্সপ্ৰেছ' গাড়ী ধৰিব নোৱাৰিলে মহাশাস্তি হ'ব। গতিকে শিক্ষককেইজন গাড়ীৰ পৰা নামি গৈ গাৰ্ডক লগ ধৰি ক'লেগৈ—"কাইলৈ ৰাতিপুৱাই গোলাঘাটত আমাৰ সন্মিলন আৰম্ভ হ'ব। এতিয়া শিমলুগুৰিত গাড়ী ধৰিব নোৱাৰিলে আমাৰ বৰ অসুবিধা হ'ব।" তাকে শুনি গাৰ্ডে ক'লে—"আজি ৰাতিপুৱাৰ পৰাই টেলিগ্ৰামৰ লাইন বেয়া। এতিয়া এই ইঞ্জিনটো গৈ শিমলুগুৰিৰ পৰা লাইন ক্লিয়াৰ আনিহে গাড়ী নিব পৰা হ'ব।" তাৰ মানে আৰু দুঘণ্টা ইয়াত পৰ দিব লাগিব। তাকে শুনি শিক্ষক কেইজনে ক'লে, "যদি এইখন গাড়ীয়ে সিখন গাড়ী ধৰিবগৈ নোৱাৰে, তেনেহলে টিকট দিছিল কেলেই?" তেতিয়া ষ্টেশ্যন-মাষ্টৰ আৰু গাৰ্ডে অলপ কথোপকথন হৈ এওঁবিলাকক

ক'লে—"ৰলক, আপোনালোকক ইঞ্জিনতে পঠাই দিওঁ। তেতিয়া হ'লে গাড়ী পাবগৈ।" কথামতে আটাইকেওজনে টালি-টোপোলা লৈ গৈ দেখে যে গাড়ীত ইঞ্জিনেই নাই। ইফালে-সিফালে চাটিং লাইনবোৰত চাই দেখে তাতো ইঞ্জিন নাই। শিক্ষক এজনে ক'লে, "অ' এতিয়া ইঞ্জিনেই হেৰাল!" টিকট কেইটা ঘূৰাই দি মাজৰাতি আটাইকেউজন ঘৰমুৰা হ'ল। পিছে সেইদিনা আমাৰো ঘটংমটং হ'লহেঁতেন। আমাৰ সহকৰ্মী এজনে সেইখন গাড়ীতে যাবলৈ লগ ধৰিছিল। পিছে, চকু থাকি জলগাত কোনে ভৰি দিয়ে? নেচাই ডেলে গালৈকে ঘাটি। ৰাতিপুৱা শিবসাগৰত মৰাণহাটৰপৰা অহা গাড়ীখন শিমলুগুৰিৰ পৰা 'লাইটইঞ্জিন' এটা আহি আদৰি নিয়া দেখি বাতৰি লওঁতেই গম পালোঁ যে, সাতাৰন ছালৰ পৰাই হেনো টেলিগ্ৰামৰ লাইনত বিকাৰ ঘটিছে। এতিয়া শিৱসাগৰত যিমান সময় 'টৰে-টক্কা' মাৰি থকাৰ পিছতে শিমলুগুৰিৰ পৰা বাতৰি আহে, খৰতকীয়া মানুহ এজন খোজ কাঢ়ি গৈয়ো তাতোকৈ আগতেই বাতৰি লৈ উলটি আহিব পাৰে।

## ৰেল আৰু তেল

আমাৰ এই কালিকা লগা ৰেলখনত নিতৌ কত ঘটনা যে ঘটিব লাগিছে! সেইদিনা ফেব্ৰুৱাৰী পাঁচ তাৰিখো বুলিব পাৰি, ছয় তাৰিখো বুলিব পাৰি, পাঁচ তাৰিখে গাড়ীত উঠিছিলোঁ। ইংৰাজী হিচাপত ৰাতিপুৱাৰ বেলিকা ছয় বাজিল, জ্যোতিষীয়া হিচাবত পাঁচ বাজিয়ে আছে। শিমলুগুৰিত নামিবৰ হ'ল। মোৰ লগত দুজন বামুণ-বন্ধু আছিল। এজন মোৰ লগত নামিব; আনজন পোনে পোনে যাবগৈ। শিমলুগুৰিত গাড়ী আহি ৰলহি। খপজপকৈ বিছনা সামৰি ল'লোঁ। বিছনা সামৰোঁতে মোৰ কাপোৰৰ লগত এডাল সূতাৰ বগা সক ৰচী দেখি মোৰ বন্ধু দুজনৰ কাৰোবাৰ লগুণ বুলি সতৰ্ক কৰি দিলোঁ—"হেৰি, মোৰ কাপোৰ-কানিবোৰৰ লগত বগা সূতাৰ ৰচী এডাল পাইছোঁ, খপজপ্ কৰোঁতে কাৰোবাৰ আকৌ লগুণ থাকি যাব, আছেনে নে নাই, চাই লওকচোন।" দুয়োজনে চাটতে খেপিয়াই চাই এজনে ক'লে—"ৰাতিপুৱাই দিনটোলৈ কটা।" তলত কলাঘুমটীয়াই যোৱা আন এজন যাত্ৰীয়ে আমাৰ কথা-বতৰাৰ মাজতে মাত লগালে—"থাকি গ'লেও যাওক, আপুনি খালি কপ্লিং ছিগা ৰেলত নিলিখিব।" যাত্ৰীজনক চিনি নেপালোঁ। কিন্তু সন্দেহ হ'ল জানোচা তেওঁৰো লগুণ আছিল। সেইবোৰ যি হ'ল হ'ল। গাড়ীৰ পৰা নামিলোঁ। গোটেই প্লেটফৰ্মটোত

মাত্ৰ দুটা লাইট টিমিক্‌-ঢামাককৈ জ্বলি আছে। ঠায়ে ঠায়ে চোৱে চৰ মাৰিলেও নেদেখা আন্ধাৰ। ভুলতে শিৱসাগৰৰ গাড়ী ৪ নং লাইনত আছে বুলি আন্ধাৰে-মুন্ধাৰে, তালৈ ঢাপলি মেলিলোঁ। তাত এটাও লাইট নাই। ইঞ্জিন নোহোৱা ডবাকেইটামান নিশব্দে শুই আছে। হাতত লৈ ফুৰা চিগনেল লাইট দুটামান মাত্ৰ জোনাকী পৰুৱা জিলিকাদি জিলিকিছে। শিমলুগুৰি জংশ্যনটোত চাকি জ্বলাবলৈ বোলে চৰকাৰে মাহে ২৫ টিন অৰ্থাৎ এশ গেলনকৈ তেল দিয়ে। পিছে চাকি আকৌ কেইটামানহে জ্বলে। মটৰত তেল সৰহকৈ পাছ কৰিলে ষ্টাৰ্ট বন্ধ হয়। আমাৰ এই জংশ্যনটোতো তেল সৰহকৈ যোগান হোৱাত চাকিবোৰ তেলে বুৰাই নুমুৱাই পেলালে যেন পাইছোঁ। তথাপি এজন ৰেল কৰ্মচাৰীৰ কাষ চাপি সুধিলোঁ, "আপোনাসকলৰ ইয়াত চাকি-বাতি লগোৱাৰ নিয়ম নাই নেকি?" তেওঁ গহীনাই উত্তৰ দিলে—"আমাৰ ইয়াত চাকি দিনতহে জ্বলে ৰাতি জ্বলাবলৈ তেলেই নাথাকে।" তাকে শুনি মই ক'লোঁ, "আপোনাসকলে দেখিছোঁ কালৈকো পৰোৱাই নকৰে।" তেওঁ টপৰাই উত্তৰ দিলে—"ইমান সৰু কথাত পৰোৱাই কৰিবলৈ হ'লে, ডাঙৰ কথাত পৰোৱাই কৰিবলৈ আমাৰ সময় ক'ত?" ইতিমধ্যে ইঞ্জিনত উকি পৰিল। আমিও গাড়ীত উঠিলোঁ।

## আইলৈ যেই হাত

এইটো যোৱা ১০ মে' তাৰিখৰ ঘটনা। সেইদিনা বিয়াৰ ধুম। ষ্টেশ্যনবোৰত মানুহ অলপ সৰহ। শিৱসাগৰৰ এজন ভূতপূৰ্ব এম-এল-এ লগত ল'ৰা-ছোৱালী লৈ বিয়া খাবলৈ গৈছিল। বিয়া খাই উলটি শিমলুগুৰি মৰাণহাট শাখাৰ কালিকা লগা ষ্টেশ্যন ম'হখুটি পালেহি। পূৰা এবছৰৰ আগতে এই ষ্টেশ্যনতে গাড়ীয়ে গাৰ্ডক এৰি থৈ আহিছিল। সেইটোৱেই এইটো ষ্টেশ্যন। দুটা তেলৰ টেঙ্কি ষ্টেশ্যনত আছিল। ইয়াত লাইন মাত্ৰ এটা-এফাল। সেইদিনাও গাড়ী আহি ষ্টেশ্যনৰ পৰা একৰ্ফালংমান দূৰতে ৰ'ল। ইঞ্জিনটো আগবাঢ়ি আহি টেঙ্কি দুটা উলিয়াই নিলে। কেইবাগৰাকী তিৰোতা আৰু ভালেমান ল'ৰা-ছোৱালী গুদাম ঘৰটোৰ পানীপোতাৰূপী প্লেটফৰ্মতে বৈ আছিল। বাকীবোৰ যাত্ৰী আগ বাঢ়ি গাড়ী বৈ থকা ঠাইতে উঠিলেগৈ। ষ্টেশ্যন-মাষ্টৰে অফিচৰ পোনত আকৌ গাড়ী ৰাখিব বুলি কোৱাত তিৰোতা কেইগৰাকী আৰু ল'ৰা-ছোৱালীবোৰ আগ বাঢ়ি নগ'ল। টেঙ্কি দুটা লৈ ইঞ্জিনটো পিছ হুঁহকি যোৱাৰ খন্তেকমান পিছতে গাড়ীখন আগবাঢ়ি আহিল আৰু

অফিচটোৰ পোনত নৌ এক মিনিটমান ৰওঁতেই গাড়ী এৰি দিলে। ভালেমান ল'ৰা-ছোৱালী আৰু তিৰোতামানুহ উঠিবই নোৱাৰিলে। ভূতপূৰ্ব এম-এল-এ গৰাকী গাড়ীত উঠিল কিন্তু জীয়েক আৰু পৰিবাৰ থাকি গ'ল। সেইদৰে আন দুটামান পৰিয়ালৰ, হয়তো ল'ৰা-ছোৱালী উঠিল, মাক-বাপেক থাকি গ'ল। কাৰোবাৰ আকৌ পৰিবাৰ উঠিল, গিৰিহঁত থাকি গ'ল। গাড়ী খৰকৈ চলি গ'ল। ষ্টেশ্যনত হাঁহাকাৰ লাগিল। কোনোবাই হেনো কান্দিলেও। চলি যোৱা গাড়ীত এম-এল-এয়েই চেইন টানিলে। আন ডবাতো চেইন টানিছে। গাড়ী নৰয়। এইদৰে টনাটনি কৰি থকাৰ পিছত ষ্টেশ্যনৰ পৰা আধামাইলমান গৈ গাড়ী ৰ'ল। তাৰ পিছত গাৰ্ডক আপত্তি দিয়াত তেহে গাড়ী পিছুৱাই আনি থাকি অহা মানুহখিনি আনিছেগৈ। এজনে গাৰ্ডক আপত্তি দিলে—"ইমান খৰকৈ কিয় গাড়ী এৰি দিলে?" গাৰ্ডে ক'লে—"খৰকৈ চলালেও জগৰ, লাহে লাহে চলালেও জগৰ!" এনেতে এজন যাত্ৰীয়ে মাত লগালে, "এইটো ষ্টেশ্যনত যাত্ৰী থাকি যোৱাটোনো কি আচৰিত, যোৱা বেলি গাৰ্ডকে এৰি থৈ গৈছিল। 'আইলৈ যেইহাত, বাইলৈকো সেই হাত।"

## (১০)

অসমীয়া ভাষাত এটা ফকৰা আছে, বোলে—'নেদেখাই দেখিলে ঢাবী-পাৰি লেখিলে, ৰৰলাই তিৰোতা আনি মাহী আই যেন দেখিলে।' আমিও হেনো এই কপ্লিং হ্বিগা ৰেলখন এনে নোপোৱাই পোৱাদি পালোঁ যে এৰিবলৈকে মন নেযায়। হয়, পাৰোঁতেনো কৈছেনে বোলে—'বিধতাই দিলেও তিৰোতাই নিদিয়ে' আৰু তিৰোতাই দিলেও কোনোবাই নিদিয়ে। মুঠতে মনেখনা পুখুৰীত পানী খাবলৈ পোৱা বৰ টান। আমি কাপ-মৈলাম সামৰি, এখন কাণ কলা, এটা চকু কণা কৰি থাকোঁহে হয়, পিছে বেনিয়ে যাওঁ, তেনিয়ে এটি নতুন বাতৰি পাওঁ। কথাতেই কয় নহয়—'চৰণীয়া গৰুৰ বাটে বাটে বাঁহ।'

## দিল্লীকা লাড্ডু

অলপতে ভাৰত চৰকাৰৰ ৰেলৱে মন্ত্ৰীয়ে পাটনাৰ পৰা দিল্লীলৈ যাওঁতে কিবা বিধিৰ বিপাকত মোগলচৰাই জংশ্যনত খন্তেক বৈ তৃতীয়

শ্ৰেণীৰ ডবা আৰু জিৰণি কোঠা গোটাচেৰেক চাই দেখে যে যাত্ৰী ঘামত জুকলি-জুপুৰি, কিন্তু বিজুলী বিছনী চলা নাই। তেওঁ ৰাইজৰ যমৰ যাতনা দেখি নিজেই মন্ত্ৰীৰ মন্ত্ৰলগা আঙুলিৰে বিজুলী কিটিপটো টিপি দিলে, বিছনী অচল। মন্ত্ৰীয়ে তেতিয়াই চাৰিজন চাকৰিয়ালৰ নাম কাটি দিহাদিহি যাবলৈ টিকট কাটি দিলে। সেইটো ষ্টেশ্যনৰ তৃতীয় শ্ৰেণীতহে বিজুলী বিছনী নাছিল। আমাৰ ইয়াত প্ৰথম শ্ৰেণীতো বিজুলী-বিছনী যে অচলেই, কেতিয়াবা লাইটো নজ্বলে। তাকে দেখি-শুনি আমাৰ ইয়াৰ এজন ৰেল কৰ্মচাৰীয়ে মন্তব্য কৰিছে যে মোগলচৰাইৰ নিচিনা অপৰাধত আমাৰ ইয়াৰ চাকৰিয়ালৰ গাত ইমান দোষ ওলাব যে মানুহ খেদাওঁতে খেদাওঁতে সঁচলৈকো নেৰাচিবগৈ। মানুহে কয়—'দিল্লীকা লাড্ডু যোভি খাতা হ্যেই বহুভি পস্তাতা হ্যেই; যো ভি নহী খাতা হ্যেই বহুভি পস্তাতা হ্যেই।" আমাৰ কপ্‌লিং ছিগা ৰেলো দিল্লীকা লাড্ডু, যো উঠ্‌তা হ্যেই বহুভি পস্তাতা হ্যেই, যো নহী উঠ্‌তা বহুভি হ্যেই।"

## শাল, বাকলি গুচালেই ভাল

মাহ চেৰেকৰ আগৰ কথা। ৰাতিৰ ৰেল এখনত এজন মাছৰ বিষয়াই দুপাচি মাছ তিনিচুকীয়ালৈ নিবলৈ ৰেলত তুলিলে। সময়ৰ টনাটনিতেই হওক বা মনে জানিয়েই হওক, তেওঁ মাছখিনি বুক নকৰিলে। অলপ পিছতে গাৰ্ডজন আহি বিষয়াৰ লগত খট-বান্ধ কৰিলে আৰু তেওঁ এটা বুজন শ'ল মাছ দিবলৈ গাত ল'লে। গাড়ী চলিল। দুটামান ষ্টেশ্যন যোৱাৰ পিছত গাৰ্ডে আহি মোনা এটা আগবঢ়াই দিলে। নোমটেওৰ বিষয়াই ওপৰতে থকা এটা শাল-মাছ খেপিয়াই আনি আন্ধাৰে-মুন্ধাৰে মোনাটোত ভৰাই দিলে। গাৰ্ডে মোনাটো হাতত লৈ ওজনটো অলপ গধূৰ আৰু বাহিৰে বাহিৰে খামোছ মাৰি বেছ বুজন পাই এটা সন্তুষ্টিৰ হাঁহিৰে গ্ৰহণ কৰিলে। মোনাৰ ভিতৰতে ধৰফৰাই মাছটোৱে তাৰ বাকীখিনি যোগ্যতাৰ পৰিচয় দিলে। ৰেল আৰু আগ বাঢ়িল। পুৱতী নিশা তিনিচুকীয়া পালেগৈ। বিষয়াজন নামি গ'ল। গাৰ্ডেও যাবতীয় কামখিনি কৰি নিজৰ ঘৰলৈ যাবলৈ ওলাল। এনেতে মাছটো জীয়াই আছেনে নাই চাবলৈ মোনাটোৰ মুখখন মেলি দেখে, শ'ল মাছ, নহয়—শালমাছহে। গাৰ্ড বিমোৰ হ'ল। মনে মনে বিষয়ালৈ ভীষণ খং উঠিল। তেওঁ নিজে শাল মাছ খালেও হিন্দু মানুহে শাল মাছ নেখায়। বিশেষকৈ তেওঁৰ শ্ৰীমতীয়ে নেখায়। খন্তেক

পৰ ভাবি ঠিক কৰিলে, শালমাছ খালেনো কি দোষ? ঘৰত কুকুৰ দেখিলে তিনি ভেউ মৰা হিন্দু মানুহৰ ল'বাই হোটেলত কুকুৰা-মঙহ নেপালে, ভাতেই নেখায়। গতিকে শালমাছ পৰত নেখাই, ঘৰত খালেও একো নহয়। নাকটো মোহাৰি বুধিটো উলিয়াই এজন বিশ্বাসী পইণ্টমেনক মাতি আনি মাছটোৰ বাকলি গুচাই দিবলৈ ক'লে। পইণ্টমেনেও গাৰ্ডক ভালৰি বোলাই বাকলি গুচাই দিলে। এই বেলি তেওঁ পুনৰ মোনাটোত মাছটো ভৰাই ঘৰমুৱা হ'ল। 'আয়ে চাই মুখলৈ, তিৰীয়ে চাই হাতলৈ।' হাতত বাকলি-চাকলি গুচাই নিয়া শ'ল মাছটো দেখি শ্ৰীমতীয়ে অভিনন্দন জনালে আক সুধিলে, "শ'ল মাছটোত কিমান ল'লে?" এওঁ গহীনাই উত্তৰ দিলে—"এনেয়ে পালোঁ।" গাৰ্ডে পিছত এই কাহিনীটো তেওঁৰ বন্ধু মহলত কওঁতে আমি শুনি ক'লো— "শাল, বাকলি গুচালেই ভাল।"

## প্ৰগতিৰ গতি

"কথাত কথা বাঢ়ে, খৰিকাত বাঢ়ে কাণ,
মাকৰ ঘৰত জীয়েক বাঢ়ে, পথাৰত বাঢ়ে ধান।"

কথাত কথা ওলায়। অৱশ্যে ৰামায়ণৰ কথা কৰৰ সময়ত কলখোকা বাদুলীয়ে যোৱা কথা ওলোৱাদি কপ্‌লিং ছিগা বেলৰ কথাত ভাগৱতৰ কথা উলিয়াবলগীয়া হৈছে। দ্বাদশ স্কন্ধ ভাগৱতৰ ১৮৪৩০ নং পদত এই বুলি আছে—

"পৰম নিৰ্ভয় ভাৱ পুৰুষতোধিক।
নাহিকে নাৰীত পৰে মহা সাহসিক।"

কলিত হেনো নাৰী পুৰুষতকৈ আগবঢ়া হ'ব বুলি এইয়া শাস্ত্ৰতো কৈ গৈছে। যোৱা বছৰৰ দুৰ্গাপূজাৰ সময়ৰ কথা। কেইগৰাকীমান যুৱতী বিনা টিকটে লংপটীয়া ষ্টেশ্যনৰ পৰা শিৱসাগৰলৈ আহিছিল। তজো ষ্টেশ্যনত টিকট পৰীক্ষকে তেওঁবিলাকৰ টিকট বিচৰাত কাৰৰ ভৰাটোত যোৱা তিনিহিয়েকৰ ওচৰত আছে বুলি ক'লে। নগৰীয়া ছোৱালীৰ তিনিহিও সিমানবেই। সন্দেহত বুঢ়া গছো নোহোৱা উত্তৰ লক্ষীমপুৰীয়া অচিনাকি•ভেকা এজনিলাই ৰংপুৰীয়া ছোৱালীৰ 'মামা' আক কোনোবা তিনুকৰ লতা-পতা মিতিৰৰ ল'ৰা নগএজা ছোৱালীৰ 'দাদা'• ছোৱাটো একো গোৰে-পোৰে তল যোৱা কথা নহয়। সেইদৰে আচল তিনিহিয়েকৰ 'এনেকৰ পেলেক, কুকুৰাসোৱাৰ ভাগিনিয়েক'ৰ লেঠেৰি লগোৱা ভায়েক-ককায়েকক তিনিহি পাতি নগৰত তিলেমা, শিৱৰাত্ৰি চাবলৈ

অহা ৰংদেইহঁতৰো আকাল নাই। পিছৰ ষ্টেশ্যনত ভিনিহিয়েকক বিচাৰি গৈ দেখে যে সেইটো ডবাত কোনো চিনাকি মানুহেই নাই। তেতিয়া ছোৱালী কেইজনীয়ে কিবাকিবি গাবলৈ ধৰিলে। এইবোৰ দেখি টিকট-পৰীক্ষকে ছোৱালী কেইজনীক ভজো ষ্টেশ্যনত নমাই দিব খুজিলে। সিহঁতে নানামে, টিকটো নিদিয়ে। এইদৰেই আৰু এটা ষ্টেশ্যন পাৰ হৈ আহিল। এনেতে চাৰি-পাঁচজনমান ডেকা আহি টিকট-পৰীক্ষকজনক নানা ধৰণেৰে বিকৰ্থনা ককৰ্থনা কৰিবলৈ ধৰিলে। তেতিয়া জুমটোৰ ভিতৰৰ আটাইতকৈ পিন্ধনে-উৰণে আগবঢ়া ('নাইলন ?') ছোৱালীজনীয়ে মাত লগালে,—"তেওঁ আমাক 'ইনচল্ট' কৰিছে।" লগে লগে বাকী দুজনী নিমাতী-কন্যাৰ মুখতো এইবেলি মাত ওলাল। টিকট পৰীক্ষকজন বাক্য বাণেৰে থকা সৰকা হ'বলৈ ধৰিলে আৰু অৱশেষত আত্মৰক্ষাৰ উপায় বিচাৰি আমাক সাক্ষী দিলে। আমি ক'লো—"টিকট নাই যেতিয়া, পুলিচ মাতি আনি নমাই দিয়ক। চুপতি মাৰি আছে কেলেই ?" আমাৰ কথা শেষ হ'বলৈ নৌপাঁতেই এগৰাকীয়ে মাত লগালে, "আনক পুলিচ, ভয় কৰিছোঁ নেকি ? আৰু বেছি কথা নকৈ মনে মনে ভাবিলোঁ—ভগৱান অগতিৰ গতি, কপ্লিং ছিগা ৰেল নাৰীৰ প্ৰগতিৰ গতি। টিকট পৰীক্ষকজন তাৰ আগতেই বহুত চেঁচা হৈ পৰিছিল।

## একৰ এক গল শূন্য

দেশৰ ধৰণী, চ'টি, খুটা, মাৰলি ছাত্ৰসকলৰ কথা ইয়াৰ আগতে কৈছোঁ। ভাবী নেতাসকলৰ কাৰ্য্য-কলাপৰ লগতে এজন জীয়া নেতাৰ জীৱন্ত কাহিনী এটা কওঁ। এজন নেতা মাহচেৰেকৰ আগতে এটা প্ৰথম শ্ৰেণীৰ ডবাত সপৰিবাৰে আহিছিল। পিছে তেওঁৰ টিকট নাছিল। এজন টিকট-পৰীক্ষকে মৰণত শৰণ দি নেতাজনৰ ওচৰত থিয় হৈ টিকট বিচাৰিলে। তেওঁ গহীনাই উত্তৰ দিলে—"আপুনি মোক চিনি পোৱা নাই নেকি ? মই অমুক "........" তাৰমানে ৰেলৰ প্ৰথম শ্ৰেণীত যোৱাৰ পাছ আছে (অৱশ্যে লগত নাছিল); পৰিয়ালটোৰ টিকট ল'ব লাগে। টি-টি-ই জনে নিজকে বচাবলৈ গৈ ক'লে—"সেইটো হয়, পিছে লগত পাছ-টাছ এখন থাকিব লাগে নহয়।" সন্ধিৰ বাঁহ খুন্দিৰে কাটিব জনা এই সলিসিয়ান নেতাজনে নিজৰ দোষটো ঢাকিবলৈ গৈ ক'লে—"মই বুজিছোঁ। আপোনাসকলৰ নিচিনা কৰ্ত্তব্যপৰায়ণ কৰ্মচাৰীকেই আমি বিচাৰোঁ। বিনা টিকেটেৰে বহুতেই ভ্ৰমণ কৰে বুলি শুনিছোঁ। মোকনো ধৰেনে নধৰে তাকে চাবলৈহে মই টিকট লোৱা

নাছিলোঁ। কিমান পইচা লাগিব ? আটাইকেইটা টিকট কৰি দিয়কচোন।" নেতাজনৰ প্ৰশংসাত গদ-গদ হৈ টি-টি-ই চাহাবে ক'লে—"নালাগে, নালাগে চাৰ, টিকট কৰিব। মই নেজানিহে সুধিছিলোঁ। মাফ কৰিব।" তেওঁ হাত যোৰ কৰিলে। টিকট কিনিবলৈ আগ্ৰহ দেখুওৱা নেতাই সন্তুষ্টিৰে পইচাখিনি জেপত ভৰাই থলে। কৰ্তব্য-পৰায়ণ কৰ্মচাৰীজনে নেতাজনক তোষামোদ কৰি তেওঁৰ কৰ্তব্য-পৰায়ণতাৰ সমুচিত পৰিচয় দি গাড়ীৰ পৰা নামি গ'ল। পিছত ষ্টেশ্যনত থিয় দি থকা চকুচৰহা এমখাই কোৱা শুনিলোঁ—তেওঁ হেনো কোনোবা এখন বেলৰ, কোনোবা এখন উপদেষ্টা সমিতিৰ সদস্য। আমি আৰু সেইবোৰ কথালৈ মন নিদিলোঁ। —'গ'লেও গৈছে আমাৰ দেশৰহে নেতা গৈছে। বিনা টিকেটেৰে গ'ল বুলি আৰু কপ্‌লিং ছিগা ৰেলখন ক্ষয় যোৱা নাই নহয়।

## ক'লা ছাগলীৰ কালিকা

এইটো যোৱা ৬ জুন তাৰিখৰ কথা। ৰাত্তিপুৱা মৰাণলৈ যোৱা ৰেলখনে খৰাহাট ষ্টেশ্যনত চাণ্টিং কৰিছিল। সেই সময়তে তেল পৰি পিচলা শকত ছাগলী এটা লাইনৰ কাষতে শুই আছিল। ছাগলীটো সাইলাখ খাহী ছাগলীটোৰ দৰে। ইঞ্জিন আগ বাঢ়িল। ড্ৰাইভাৰে ছাগলীটো দেখিছিল কিন্তু হুইছেল্ দি খেদিবৰ দিহা নকৰি হয়তো মনতে ভাবিলে, যদি কেনেবাকৈ কাটে বা মাৰে তেন্তে লাইনত ছাগলী-মেলি দিয়াৰ বাবে গিৰিহঁতক অভিযুক্ত কৰি ভয় খুৱাই এটা ভাগ বিচাৰিব নতুবা পীৰা গোটে পাতে দি দিলেও হ'ব। যেই ইচ্ছা, সেই কাম। ইঞ্জিনে গৈ ছাগলীটোৰ সঁচাকৈয়ে পীৰা এটা কাটি দিলে আৰু ছাগলীটো উফাল খাই পৰিল। তিনি-ঠেংঙীয়া ছাগলীটো উফাল খাই পৰা দেখি ড্ৰাইভাৰৰ মুখত হাঁহি বিৰিঙিল—এটা নগদ পীৰা বৈ গ'ল। লগে লগে ভচ্-ভচ্ কৰি ইঞ্জিনটোও বৈ গ'ল। আগলৈকো নেযায়, পিছলৈয়ো নেযায়। যাত্ৰীয়ে কোৱা-কুই কৰিলে—ক'লা ছাগলীৰ গাত কালিকা আছিল সেয়েহে এনেকুৱা হ'ল। ড্ৰাইভাৰ নামি গ'ল, ক'ত কি বেমাৰ লাগিছে চালে, কিন্তু ধৰিব নোৱাৰিলে। লগতে কাটি পেলোৱা পীৰাটোও বিচাৰিলে; সেইটোও নেপালে। কথা সঁচাকৈয়ে কালিকা লগা বুলি সন্দেহ হ'ল। এনেতে ৰাগৰি পৰা ছাগলীটোৰ বেবনি শুনি চাই দেখে,—খাহী ছাগলী নহয়, চেউৰীহে। তেতিয়া ড্ৰাইভাৰৰ মুখত বিৰক্তিৰ ভাব বিৰিঙি উঠিল—ছাগলীৰ পীৰা খোৱাও নহ'ল; কালিকা লাগি ইঞ্জিনো বেয়া হ'ল। বহুত পৰৰ মূৰত কালিকা লগা পীৰাটো চকাৰ

মাজৰপৰা উদ্ধাৰ কৰা হ'ল। ক'লা ছাগলীৰ কালিকানে কপ্‌লিং ছিগা ৰেলৰ কালিকা, ছাগলীৰ গিৰিহঁতেহে জানে, আমি পিছে ক'ব নোৱাৰোঁ।

(১১)

আমাৰ ভাষাত এষাৰ কথা আছে—

"একঠা খোৱাই দুকঠা ৰান্ধিলে
জিকা দিছিল ভাতত,
এবে এবে বুলি বাট চাই আছিলোঁ
এটিও নেৰিলে পাতত।"

সেই কথা এতিয়া আমাৰ গাতে খাটে। এটা লিখিম বুলি কলম তুলি লোৱা মানুহে, দুটা—দুটাৰ পিছত তিনিটা, এনেকৈ এক ডজনৰ ওচৰ পালেগৈ। কোনোবাই এবে এবে বুলি বাট চাই আছিল যদিও এটিও এৰাৰ লক্ষণ নাই। পিছে এইখিনিতে সামৰণি পেলাবৰ বাবেহে আমি এইয়া পাতনি মেলিছোঁ। 'শাল বাকলি গুচালেই ভাল' শিতানেৰে ইয়াৰ আগতে লিখা কথাখিনি পঢ়ি আমাৰ বন্ধু গাৰ্ড এজনে কৈছিল—"আপোনাৰপৰা মাছ এচকলো খাব নোৱাৰি।" মই তেতিয়া ক'লোঁ, —"কি হ'ল, শালমাছে পেটত খলখলনি তুলিছিল নেকি? বাৰু, এইবাৰ শালমাছহে নেলাগে—শৰপহুৰ মঙহ খালেও নেলেখোঁ আৰু।"

## ঈশ্বৰৰ ইচ্ছা

মানুহৰ মুখেই মন দেখা দাপোণ হ'লেও আটাইবে চেহেৰা চাই তেওঁৰ চৰিত্ৰ সম্পৰ্কে খাটাং হোৱা টান। টিয়াঁহৰ জালি যেন চেহেৰাৰ মৰম-কোমল মুখখন দেখি মৰমতে মম গলাদি গলি যাম যেন লাগিলেও, তেনেকুৱা মানুহৰ চেনেহৰ চুমাই নাকটি-ছিঙি খাইল কৰাৰো উদাহৰণ আছে। গতিকে বাহিৰে চিকচিকীয়া হ'লেই যে ভিতৰখন ভাল হ'ব আৰু বাহিৰখন মামৰেখোৱা, পুৰণি হ'লেই যে ভিতৰখন বেয়া হ'ব, তাৰ মানে নাই। আচলতে যিটো কথা ক'ব খুজিছোঁ, কথাটো গুৱাহাটীৰ। ষ্টেশ্যনটো ৰেখাত চিকচিকীয়া হ'লেও গাড়ীবোৰ কালিকা-লগা। পাণ্ডু হেড্ অফিচৰপৰা মাত্ৰ তিনিমাইল দূৰৰ গুৱাহাটীত ভৰা খহি, ৰেল কৰ্মচাৰী খাইল হ'ল, এই সূত্ৰতে বোলে তিনিজনৰ

কাম গ'ল। মনতে এবাৰ ভাবিলোঁ—ডবা খহিলেই যেনিবা, ৰেল কৰ্মচাৰীবোৰ খাইল হ'ব কিয় ? পিছত নিশ্চয়তা স্থাপন কৰিলোঁ—খাই অফিচত কৰ্মচাৰীৰ সংখ্যা ইমান বেছি যে সেই অনুপাতে বহিবলৈ ঠাই আৰু চকী নাই। এজন যদি বহাৰপৰা উঠে, তেওঁ আৰু বহিবলৈ নাপায়। বহুতেই থিয়ৈ থিয়ৈ কাম কৰে নতুবা ইফালে-সিফালে ঘূৰে। গতিকে কিছুমান মানুহ যদি ৰেল খহি খাইল হৈ পৰি থাকে, তেন্তে অন্ততঃ সিমান সংখ্যক মানুহে সুখেৰে কাম কৰিব পাৰিব। ঈশ্বৰে যি কৰে, ভাললৈহে কৰে।

## কপ্‌লিং—বুকুৱে কৰে টিপ্লিং

আমাৰ উজনিত কপ্‌লিং ছিগি ডবা থাকি যায়। নামনিত আকৌ কপ্‌লিং লাগি বুঢ়াৰ জীৱন ছিঙিবলৈ উপক্ৰম কৰে। ঘটনাটো এই বছৰৰে জুলাই মাহৰ কথা। গুৱাহাটীৰ আমবাৰীৰ ওচৰত চান্টিং ট্ৰেইন এখনে দুটা ডবা একেলগ কৰোঁতে কপ্‌লিংডাল নলগা হ'ল। পইণ্টমেন দুজনে বহুত যুঁজ-বাগৰ কৰিছে তথাপি কপ্‌লিঙে পৰাজয় স্বীকাৰ নকৰে। তেওঁবিলাকে হেলৌ-হেচৌ কৰি থকা দেখি সেইপিনেদি যোৱা বুঢ়া এজনে সেইখিনিতে বৈ আলেখ-লেখ চাবলৈ ধৰিলে। বুঢ়াৰ মনতে হয়তো এনে ভাব হৈছিল—সেই ডেকাকালৰ লোৰ কড়াই গুৰি চোবাই পানী কৰিব পৰা বল যদি থাকিলেহেঁতেন, তেনেহ'লে এতিয়াই তিনিডাল কপ্‌লিং একেলগে লগাই ৰেল চলাই দিলেহেঁতেন। পইণ্টমেন দুজনে হাতেৰে ঘূৰাব নোৱাৰি ওচৰতে ইপিনে-সিপিনে কিবা সৰঞ্জাম পায় নেকি বিচাৰিবলৈ ধৰিলে। এচলা পকা ইটাৰ বাহিৰে একো নেপালে। তাকেই আনি বিশ্বকৰ্মাৰ নাম লৈ কপ্‌লিঙৰ নট্‌ ঘূৰাবলৈ থকা লো-ডালত মৰিয়াবলৈ ধৰিলে। বুঢ়াই তেতিয়াও চাই আছে। খুব জোৰেৰে ইটা চলা লোডালত মাৰি দিওঁতে তাৰে এচপৰা উফৰি গৈ বুঢ়াৰ মাজ কপালতে লাগিলগৈ আৰু থৰমৰ্‌ খাই পৰিল। পইণ্টমেনে তেতিয়া কপ্‌লিং এৰি বুঢ়াৰ টিপ্লিং টিপ্লিং কৰা জীৱনটো বচাবলৈ হস্পিটেললৈ লৈ গ'ল। দিনচেৰেকৰ পিছত বুঢ়াক আলিবাটত লগ পাই সুধিলোঁ—"কপ্‌লিং চাওঁতে কি হৈছিল ?" বুঢ়াই কপালৰ আধা শুকোৱা ঘা-ডোখৰত আঙুলি ফুৰাই ক'লে—"নকবি বোপাই, কপ্‌লিং বুলিলেই মোৰ বুকুৱে টিপ্লিং টিপ্লিং কৰে।"

## শাহুআইৰ সমান হ'ব কোন

অসমীয়া ভাষাত এটা সাঁথৰ আছে—'তাৰ ভিতিত ভাই ধৰে, খাজে-খোপে খাই পৰে।' উত্তৰটো—'এটা পানীৰ কলহ।' আমাৰ

এই ৰেলখনৰ নামতো এটা সাঁথৰ ৰচিব পাৰি। বামুণ চাই যেনেকৈ লিটিকাই, গোসাঁই চাই তেনেকৈ পাচনী আৰু সেইদৰে আমাৰ ৰেল চাই পইণ্টমেন আৰু লাইন চাই বনুৱা। অসমীয়া মানুহে ভোজটো, সকামটো পালে সিপিনে দৈৱসাহোন তল গ'লেও পিছফালে মুখ নকৰে। আগত ভোজৰ পাতখন লৈ বহি থাকোঁতে যদি কোনোবা ভকতে তিঁনিহালিচামান দীঘলকৈ আশীৰ্বাদৰ বকলা মেলে, তেনেহ'লে ইমূৰৰপৰা "হৈছে আৰু হৈছে" বুলি চিঞৰি আশীৰ্বাদটো চুটি কৰি গৰহা-গৰহে এপাত-এপাতকৈ তিনিপাত গ্ৰাস কৰা ভকতৰ যে কথাই নাই, সাধাৰণ ঘটিৰাম-বাতিৰামেও সুদাই নেৰে। ভাৱৰীয়া বস্তৰ। লাইনৰ বহুত ঠাইত বেয়া হৈছে। ইন্সপেক্টৰ অব বৰ্কছ আহিছিল লাইন চাবলৈ। কথাতে কয়—'য'তে বাঘৰ ভয়, ত'তে ৰাতি হয়।' হ'লেই যেনিবা ৰাতি—বাঘৰ আগতেল খোৱা মানুহো এনে আছে নহয়। তেনেকুৱা এজন মানুহৰে কথা। ৰেল-আলিত কাম কৰিবলৈ বুলি ওলাই গৈ এজন মানুহে, কাম নকৰি ৰেল আলিৰ কাষে কাষে পোন বাট ধৰিলে। আলিৰ কেঁকুৰি এটা ঘূৰিছে, এনেতে ট্ৰলীগাড়ীত উঠি কাম চাবলৈ অহা ইন্সপেক্টৰৰ লগত ভেটাভেটি হ'ল। ইন্সপেক্টৰে বাটতে সাতঘাটৰ চেঙেলি সেই মানুহজনক পাই ক'লে, "তুমি কাম নকৰি ক'লৈ যোৱাঁ?" তেওঁ গহীনাই উত্তৰ দিলে—"শহুৰৰ ঘৰত ন-খোৱা। শাহুৱে দহোকুৰি মাতি পঠিয়াইছে।" ইন্সপেক্টৰে ক'লে, —"এনেকুৱা কৰিলে কামৰপৰা খেদাই দিম।" মানুহজনে ক'লে— "চাৰ, কামৰপৰা খেদাই দিলেও দিয়ক। আহিলোঁ যেতিয়া যামেই আৰু।" ইন্সপেক্টৰে কিবা ক'বলৈ পোৱাৰ আগতেই তেওঁ ভোঁ ভোঁকৈ গুছি গ'ল। মনতে ভাবিলোঁ—এনেয়ে কয়নে? —'নৈৰ সমান বব কোন; শাহু আইৰ সমান হ'ব কোন?' ন-খোৱা খাবলৈ স্বয়ং শাহুৱেকে মাতি পঠিয়ালে নোযোৱাকৈ থকাটো কিমান টান হ'ব, সেইটো 'শাহুআই'ৰ মৰমৰ চোক পোৱা জোৱাঁয়েকহঁতেহে উপলব্ধি কৰিব পাৰিব; আমি নোৱাৰিম।

## কহয় মাধৱ দাসে

এখন বাগানৰ হাজিৰা মহৰী এজনৰ পুতেকে তিনিবাৰ মে চাৰি বাৰো ঠেকা-খুন্দা খাই পৰীক্ষা এটা ফেইল কৰি ৰেলত বিনা টিকটে যাওঁতে এজন গ্ৰেজুৱেট টি-টি-ইয়ে ধৰিলত ফৰাকৰ ইংৰাজী মাৰি ক'লে—"তুমি মোক চাৰ্জ কৰিবলৈ কোনহে? তুমিও গ্ৰেজুৱেট, ময়ো গ্ৰেজুৱেট। ইমান বাহাদুৰী নকৰিবাচোন।" পিছে গ্ৰেজুৱেট যাত্ৰীজনে ইংৰাজী কওঁতে ভুলকৈ কোৱা দেখি টি-টি-ই জনে ক'লে—"কহয়

মাধৱ দাসে, গ্ৰেজুৱেটে গ্ৰেজুৱেটে আছে। দিনচেৰেকৰ পিছত গম পোৱা গ'ল যে তেওঁ মেট্ৰিক ফেইল গ্ৰেজুৱেট। জোতা-মোজা, কোট-লংপেণ্ট মাৰি ফুলবাবুটো হৈ ঘূৰি ফুৰে আৰু চল পালেই '৪২০ ধাৰা' আচৰণ কৰে। এদিন তেৰেই ৰেলত গৈছিল। কেইবাজনো যাত্ৰীৰ লগত একেলগে কেইবাটাও ষ্টেশ্যন পাৰ হৈ যোৱাৰ পিছত এজন টি-টি-ই আহিল। টি-টি-ই জন সোমোৱাৰ লগে লগেই এই যাত্ৰীজনে টিকট এটা মুখেৰে কামুৰি পাহৰি যোৱাৰ চলেৰে নিজৰ জেপ, মনিবেগ, মোনা, চুটকেছ গোটেইখনতে টিকট বিচাৰি চলাথ কৰিলে। ওচৰৰে এজন সহানুভূতিশীল যাত্ৰীয়ে ক'লে—"এহ, আপোনাৰ টিকটটো আকৌ ক'লৈ গ'ল!" আকৌ এবাৰ খচমচকৈ চোৱাৰ পিছত তৃতীয় যাত্ৰীজনে ক'লে—"সেইটো দেখোন, টিকটটো আপুনি দাঁতেৰে কামুৰি আছে।" এওঁ—"এ হয়, পাহৰি গৈছিলোঁ" বুলি টি-টি-ই জনৰ ফালে টিকটটো আঙুলিৰে আগবঢ়াই দিলে। তেওঁ চহী কৰি গুছি গ'ল। টি-টি-ই জন গাড়ীৰপৰা নামি যোৱাৰ পিছত সহানুভূতিশীল যাত্ৰীজনে ক'লে—"চাওকচোন, আপুনি টিকটটো দাঁতেৰে কামুৰি আছে অথচ পাহৰি গৈছে।" আমাৰ এই টেঙৰ যাত্ৰীজনে উত্তৰ দিলে—"পাহৰা নাই। মনত থকাৰ বাবেহে এইটো কৰিছিলোঁ। এইটো মোৰ যোৱা মাহৰে টিকট। টিকটটো মুখত লৈ গোটেইখন বিচৰাৰ চলতে দাঁতেৰে কামুৰি তাৰিখটো চিনিব নোৱাৰা কৰি দিলোঁ।" সহানুভূতিশীল যাত্ৰীজনে মাথোন আৰু দুবাৰমান মূৰ জোকাৰিলে।

## শিয়ালৰ সাধু

এটা শিয়াল আছিল। আন এটা ধূৰ্ত্ত শিয়ালৰ সমানেই তাৰো বুদ্ধি আছিল। থাকিলেও সি তিৰোতা-সেকৰা আছিল। সি হাঁহ-পাৰ বিচাৰি আনি দিয়ে, ঘৈণীয়েকে গাঁততে থাকি পেট-পেলাই খায়। এইদৰে দিন গৈ থাকোঁতে এদিন শিয়ালে হাবি-বন, গাওঁ-নগৰ ফুৰি টহিলং কৰিও হাঁহৰ পাখি এখিলাও যোগাৰ কৰিব নোৱাৰিলে। অৱশেষত গাঁতলৈ উলটি আহিবৰ সময়ত এখিলা ফটা খবৰ কাগজ পাই লৈ আহিল আৰু গাঁত পাই ঘৈণীয়েকৰ আগত বৰমতা বোলাই ক'লে,—"চা, আজি হাঁহ-পাৰ একো নেপালোঁ। কিন্তু এইখন যে পাই আনিছোঁ, এইটো কম ভাইগৰ ফল নহয়। বহুত জনমৰ সাধনাতহে পায়।" ঘৈণীয়েকে ক'লে—"কিনো সেইখন সোণৰ সোলেং। —সেইখন পালেনো কি হয়।" শিয়ালে বাওঁ আগভৰিটোৰে দাড়ি কেইডাল মোহাৰি মোহাৰি ক'লে—"এইখন আমাৰ গাঁতৰ পট্টা। এইখন থাকিলে মানুহে

শিয়াল মাৰিব নোৱাৰে, কুকুৰে শিয়াল খেদিব নোৱাৰে, বাঘে ভয় দেখুৱাই গাঁতৰ মুখত হাঁউৰিয়াব নোৱাৰে। এইখন হেৰাব লাগিলে কিন্তু নিগমে মৰিলোঁ। আজিৰপৰা এই পট্টাখন ৰখি, গাঁতত মই থাকিম, তই আহাৰ বিচাৰি যাবি।" সেইদিনাৰপৰা শিয়ালে পট্টাখন (ফটা খবৰ কাগজখন) আগত লৈ গাঁতত শুই থাকে আৰু ঘৈণীয়েকে আজুৰি-পিজুৰি গোটাই-পিটাই আনি দিয়ে, সি ফস্তি মাৰি খায়। এইদৰে বহুত দিন পাৰ হ'ল। এদিন গিৰিয়েক-ঘৈণীয়েক দুটো গাঁতত সোমাই থাকোঁতেই এটা বাঘে আহি গাঁতৰ মুখতে হাঁউৰিয়াবলৈ ধৰিলে। তাকে দেখি ঘৈণীয়েকে ক'লে—"পট্টাখন দেখুৱাই দিয়া।" শিয়ালে ভয়ে ভয়ে ক'লে—"মনে মনে থাক।" ঘৈণীয়েকে আকৌ ক'লে—"পট্টাখন দেখুৱাই দিয়া।" শিয়ালে ভয়তে শিয়ালীৰ মুখত দুই ভৰিৰে হেচাঁ মাৰি ধৰি ক'লে—"মনে মনে থাক।" ঘৈণীয়েকে খঙতে মুখখন আঁতৰাই নি ক'লে—"তুমিয়েই দেখোন কৈছিলা, পট্টাখন থাকিলে বাঘে একো কৰিব নো'ৱাৰে।" এশ বুদ্ধিৰ শিয়ালে তৎক্ষণাত ক'লে—"এইজনেই পট্টা দিছিল। ইচ্ছা কৰিলে তেওঁ পট্টা 'কেন্সেল' কৰিবও পাৰে। সেইকাৰণেহে মনে মনে থাকিবলৈ কৈছিলোঁ।"

আমাৰ কথাও তথৈবচ। কপ্লিং ছিগা বেলৰ প্ৰশংসাৰ পট্টাখন বাইজেই দিছিল। ইচ্ছা কৰিলে কেন্সেল কৰিবও পাৰে। গতিকে আমি ইমানতে সামৰণি মাৰি মনে মনে থকাই ভাল। কিমধিকমিতি।

(১২)

দহ বছৰৰ আগৰ কথা। আন এখন কাকতত লেলপেল্ নিছিগাকৈ কপ্লিং ছিগা বেলৰ এলানি ৰচনা ওলাইছিল। পিছে আজি সেই ৰামো নাই, অযোধ্যাও নাই' হ'বলৈ ওলাই, আকৌ এখন ৰচনা লিখিবলৈ চিকুট-বাকুট লগালে আৰু আমাৰো মনত উকট্-পাকট্ লাগিল। এয়া, চৰকাৰৰ ডকা বান্ধি থকা চেনেহৰ হেঁচাতহে এনে হৈছে; ভূতে কি পকৱাই পাই এইখন অথন্তৰ ঘটাব খোজা নাই। আমিও আকৌ হাতত কাপ ললোঁ।

## দীঘে দীঘে গ'ল বুলিহে

কুৰি বছৰমানৰ আগৰ কথা। কলীয়াপানী উত্তৰপাৰৰ পৰা কলীয়া নামেৰে মানুহ এজন হেনো বেলগাড়ী চাবলৈ আহিছিল। বিৰচতিবাৰে

দিচাংমুখেদি নাৱেৰে পাৰ হৈ শুকুৰবাৰে ৰংপুৰ পালেহি। শনিবাৰে ৰবদ'লত সেৱা-সৎকাৰ কৰি কাণত বেলপাত-ফুল লৈ শিৱসাগৰ ষ্টেশ্যনত ৰেলগাড়ী চাবলৈ গ'ল।

ৰাতিপুৱা সাত বজাৰপৰা তেওঁ বৈ আছে, ৰেল আহিব, চাব, বহুদিনীয়া হেঁপাহ পূৰ হ'ব। বেলা পৰি আবেলি ৰেল আহিল। এমখা মানুহ নামিল, এমখা উঠিল। কলীয়াই আগৰপৰা গুৰিলৈকে ডিঙি মেলি মেলি চালে। তাৰ পিছত টিকট ঘৰটোৰ সমুখত থিয় হৈছেহি মাথোন, ইঞ্জিনে উকি দিলে। কলীয়া উচপ খাই উঠি ক'লে, আই ঐ, কাণ ফাটিলহেঁতেন আজি। তাৰ পিছত ৰেলগাড়ী চলি গ'ল—ঘচ্ ঘচ্ ঘচ্ ঘচ্। ষ্টেশ্যন এৰি যোৱাৰ পিছত কলীয়াই দীঘলকৈ উশাহ এটা সলাই ক'লে, "উস, ৰেলখন দীঘে দীঘে চলি গ'ল বুলিহে। আজি পথালিকৈ আহিবলৈ হোৱা হ'লে তেনেই সাং হ'লহেঁতেন; মহটিয়াই টহিলং কৰিলেহেঁতেন!"

## দাড়ি বনাম গাড়ী

পাঞ্জাবী মানুহবোৰ দাড়িয়ে পাগুৰীয়ে দেখিবলৈ আটাইবোৰ একে। শিমলুগুৰিৰ পৰা শিৱসাগৰলৈ যোৱা এজন পাঞ্জাবী যাত্ৰীয়ে এদিন ৰাতি শিমলুগুৰি জংশ্যনত গাৰ্ডক ক'লে, মই অলপ শোওঁ। এই টকা দহোটো দিছোঁ। মোক অনুগ্ৰহ কৰি শিৱসাগৰ ষ্টেশ্যনত জগাই নমাই দিব। মই বৰ টোপনিগধুৰ মানুহ। টোপনিৰ উখামুখাত নামিব নুখুজিলে জোৰকৈ নমাই দিব। মোৰ বহুত জৰুৰী কাম আছে। গাৰ্ডে টকা দহোটা লৈ সন্মতি জনালে। ৰাতি পুৱাল। গাড়ী গৈ চেপন পালেগৈ। চেপনত পাঞ্জাবী যাত্ৰীজনে গাড়ীৰপৰা নামি গৈ গাৰ্ডক গালি পাৰি পাৰি কৈছে, "টকা দহোটাও খালা। শিৱসাগৰত নমাই দিম বুলি নমায়ো নিদিলা। তুমি জগাই দিম বুলি গাত নোলোৱাহ'লে, মই নোশোৱাকৈ বহি থাকিলোঁহেঁতেন। মোৰ কিমান লোকচান হ'ল জানানে?" কোৱা কথাকে কৈ ইংৰাজী-হিন্দী মিহলি গালি পাৰি পাৰি মানুহজনে গাৰ্ডক আগচি ধৰি আছে। ৰেল এৰাৰ সময় পাৰ হৈ গ'ল। ইঞ্জিনে উকিয়াই আছে কিন্তু গাৰ্ডে ছিগনেল নিদিয়ে। গাৰ্ড আৰু মানুহজনক বেঢ়ি লৈ কুৰিজনমান মানুহ থিয় দি আছে।

গাড়ী এৰাৰ লক্ষণ-পাক্ষণ নেদেখি মযো ওচৰ চাপি গৈ ঘটনাটোৰ বুজ ল'লোঁ। তাৰ পিছত এটা পৰামৰ্শ আগবঢ়াই গাৰ্ডক ক'লোঁ, "কি ভাবিছে? তেওঁক টকা দহোটা ঘূৰাই দিয়ক আৰু শিৱসাগৰত নমাই

দিব নোৱৰাৰ বাবে ক্ষমা খোজক। আৰু কি কৰিব?" মোৰ কথা শুনি গাৰ্ডজনে দাৰ্শনিকৰ গহীনালিৰে ক'লে, "মই সেইবোৰ একো ভবা নাই। আন এটা কথাহে ভাবিছোঁ।" তেতিয়া মই ক'লোঁ, "কি ভাবিছে?" গাৰ্ডে ক'লে, "যিটোক নমাই থৈ আহিলোঁ, সেইটোৰ বা কি হৈছে!" মই তেতিয়াহে বুজিলোঁ দাড়িৰ জঞ্জালে গাড়ীৰ গতিও ৰোধ কৰিব পাৰে।

## কপ্‌লিং যায় যায়

শিমলুগুৰিৰপৰা মৰাণহাটলৈ চলা এই ৰেলখন যেনেকৈয়ে নচলক, আমাৰ বহুতৰে সুখৰ দুখৰ লগৰীয়া আছিল। এতিয়া শুনিছোঁ বোলে গাড়ীখন উঠি যাব। বাতৰিটো শুনি গাটো কেনেকুৱা লাগিছে বুজাব নোৱাৰি, কবৰ মন গৈছে, "তামোল হোৱা হ'লে ফালি যেন দেখুৱাম, হৃদয়ত কি কথা আছে। এতিয়া বোলে, দিচাঙৰ পৰা মৰাণহাটলৈ ষ্টেশ্যনবোৰত ছিগনেল নেথাকে। ষ্টেশ্যনত মাত্ৰ এজন বুকিংক্লাৰ্ক থাকিব আৰু দিনটোত এখন মাত্ৰ গাড়ী চলিব। কথাটো শুনি আমি বেয়া পোৱা নাই। আগতে ছিগ্‌নেল দেখিলে গাড়ী ষ্টেশ্যনত ৰৈছিল। এতিয়া আপোনাৰ শহুৰেকৰ পদূলিত, শালপতিয়েকৰ ঘৰৰ আগত নাইবা কোনোবা এলেকৰ পেলেক দাদা-মামাৰ ঘৰৰ কাষত হাতৰূপী ছিগ্‌নেল দাঙি ৰৈ থাকক, গাড়ী ৰৈ যাব। যথা দৃষ্টং তথা ষ্টপেজং। এজন বুকিংক্লাৰ্ক থাকিব। তেওঁ নেথাকিলেই যেনিবা, তাৰ পৰা কি হ'ল? শিমলুগুৰিৰ পৰা বোলে গাড়ীতে উঠি এজন পইণ্টমেন আহিব, তেৱেঁই সকলো কৰিব। বুকিংক্লাৰ্কৰ কামটোও পইণ্টমেনক দি দেখোন পাইকাৰী কাম কৰাই ল'ব পাৰি। দিনটোত মাত্ৰ এখন গাড়ী চলিব, অৰ্থাৎ বেলি উদয়ৰ লগে লগে এখন গাড়ী শিমলুগুৰিৰ পৰা যাত্ৰা কৰি চৌবিবশ ঘণ্টাৰ মূৰত একুৰি চৈধ্য মাইল বাট অতিক্ৰম কৰি পৃথিৱীৰ পৰা চন্দ্ৰলৈ যোৱা মহাকাশ যানখনৰ গতিক চেৰ পেলাব। এতিয়া দুখন গাড়ী চলে কিন্তু কৰবাত হাঁহকণীৰ যুঁজ হোৱাদি যুঁজেই লাগে বা। সেই বুলিহে চৰকাৰে এখন গাড়ী চলাব খুজিছে। উস্ চৰকাৰো যে ইমানা বুধিয়ক। ৰংপুৰীয়া মানুহ এমখাই আকৌ গাড়ীখনৰ টিপ্লিং টিপ্লিংকৈ থকা কপ্‌লিংডাল ছিগে বুলিহে ভয় কৰিছে। পিছে লেকেটো জীৱ; সতকাই নিছিগে।

শিৱসাগৰৰ পৰা ডিব্ৰুগড়লৈ পোনপটীয়া যোগা-যোগৰ বাবে দাবী জনাই শিৱসাগৰীয়া মানুহে দাবী জনাই আহিছে। পিছে অলপতে বাওঁপন্থী

দল এটাৰ পৰা বাগৰ সলাই নীলবৰ্ণ শৃগাল হোৱা নতুন কংগ্ৰেছী এজনে চৰকাৰৰ দীঘলীয়া উদাসীনতাত অতিষ্ঠ হৈ কিবা-কিবি সমালোচনা কৰিছিল। তাকে শুনি এজন জাতে-পাতে পুৰণি কংগ্ৰেছী সমাজকৰ্মীয়ে এটা ঘটনা ক'লে : এটা পগলা ফাটেকত এটা পগলাই নিতৌ পকী বেৰত কাণ দি কিবা এটা শুনি থাকে। এবছৰ-দুবছৰকৈ তিনি বছৰ ধৰি পগলাটোৱে বেৰত কাণ দি শুনি থাকে। এনেতে ফাটেকলৈ এজন নতুন ৱাৰ্ডেন আহিল। পগলাটোৱে বেৰত কাণ দি শুনি থকা দেখি ৱাৰ্ডেনজনে বাহিৰৰপৰা সি কিবা শুনে বুলি সন্দেহ কৰি নিজেও দুই-তিনিবাৰ কাণ দি চালে। একো নুশুনিলে। এইদৰে দুই-তিনিদিন শুনিও ৱাৰ্ডেনজনে একো ধৰিব নোৱাৰি পগলাটোক ক'লে, "ঐ বেৰত কাণ দি তই কি শুন? মই দেখোন একো নুশুনিলোঁ।" পগলাটোৱে এটা অট্টহাস্য কৰি ৱাৰ্ডেনজনক ক'লে, "হেৰ, মই তিনিবছৰ এইদৰে কাণ পাতি পাতিও একো নুশুনিলোঁ, তই তিনিদিনতে শুনিবলৈ আহিছ?" নতুন কংগ্ৰেছীজনে কিবা বুজিলেনে নাই, ক'ব নোৱাৰোঁ, তেওঁৰ মুখৰ বৰণ সলনি হ'ল।

শিমলুগুৰি-মৰাণহাট ৰেল যাহানি ডিব্ৰুগড় পাবগৈ, তাহানি চন্দ্ৰত আমাৰ ল'ৰা-ছোৱালীয়ে চিভিল-মেৰেজ পাতিবগৈ পাৰিব।

## পূজাৰ বাতৰি

"সাগৰত থাকে দুমুখীয়া শঙ্খ;
নেগুৰীয়া শামুকে বোলে,
ময়ো তাৰে বংশ।"

বাঁহতলৰ খালৰ নেগুৰীয়া শামুকে যদি শঙ্খৰ বংশ বুলি সম্মানৰ অংশ ল'ব পাৰে, আমাৰ এই হাতসৰকা-পাতসৰকা বাতৰিয়েও বাতৰি কাকতৰ পিঠিত উঠি নিজৰ নাম ৰাখিব পাৰে। বৰ বৰ আখৰেৰে ওলাই পৃথিৱীত তালফাল লগালেহে যে বাতৰি, নহ'লে বাতৰি নহয়, এই কথা অস্বীকাৰ কৰি আঁতৰি যাবৰ সাধ্য কাৰ? চৰিত্ৰত চেকালগা, মনত মামৰেখোৱা এবিধ মানুহে নিজৰ দোষবোৰ ঢাকিবলৈকে গহীন হৈ দেখুৱায়, জুখি জুখি খোজ কাঢ়ে আৰু বৰ বৰ কথা কয়। পিছে আঁচুকাঠৰ পানীত পৰি শিয়াল ৰঙা হ'লেই যেনিবা, ৰাস্তাতে পখৰা বুলি ধৰা পৰিবই নহয়। কথাতে কয় বোলে,— 'বজালেই কাঁহপাত্ৰ ভগা ভাল চিনি।' বাতৰি দুবিধ। এবিধ বাতৰি আছে, ই জাতে পাতে, ডাঙৰ। এবিধ বাতৰি আছে সৰু, কিন্তু বাতৰিটোৰ লগত

সংশ্লিষ্ট থকাসকলে ভাবে ভাঙৰকৈ ওলাওক। আমাৰ এই বাতৰি বিধো তেলে-ধৰণেৰে। ইয়াক টোটোকে বৌটো, কটাকানিৰ টোটো কৰিবলৈকো চেষ্টা কৰা নাই; সূকযৰ মুখত সোপা দি গোৱে-পোৱে তল যোৱা কথা ঢাকিবলৈকো চেষ্টা কৰা নাই। আমাৰ এজন আধুনিক কবিয়ে 'পূজা' বুলি এটা কবিতাত লিখিছিল— "পূজা তোৰ নাম নেজানো। বুৰ্বকৰ ঘোঁৰাচহীচ।" আমি পিছে পূজাৰ নামটো জানো। জানো বাবেই পূজাৰ এই বাতৰি কেইটা প্ৰকাশ কৰিব খুজিছোঁ।

## পুলিচ বনাম ফুলিচ

কথাটো ওলাইছে ৰাতি লাইট নোহোৱাকৈ চাইকেল চলোৱাৰপৰা। ৰাতি লাইট নোহোৱাকৈ চাইকেল চলোৱাটো অপৰাধ। পিছে বাধ্যত পৰিয়ে হওক বা ইচ্ছা কৰিয়ে হওক নেতা, বৰনেতা, সৰু নেতা, পাতিনেতা, ভাবীনেতা আৰু নেতাটিলিকাই নাগৰিকজ্ঞানৰ সূত্ৰ আওঁৰাই লৈয়ো ৰাতি লাইট নোহোৱাকৈ চাইকেল চলায়। পিছে চাইকেলত উঠি গৈ থাকোঁতে গছৰ মূঢ়াটো দেখিও উচপ খাই উঠে। বোলে, 'বনৰ বাঘে নেখালেও মনৰ বাঘেই খায়।' পিছে এটা কথা। নেতা আটাইবোৰ নেতা নহয়। বহুতে নেতাৰ ভাওহে দিয়ে। এদিন এজন এনেকুৱা নেতাই ৰাতি খাকী কাপোৰ পিন্ধা হিন্দুস্থানী পিয়ন এটাৰ আগত পৰি যিখন ভাও দিলে—দেখা হ'লে আপোনাৰ হাঁহিত পেটু-নাড়ী ছিগিলেহেঁতেন। আচলতে কিন্তু ক'ব খুজিছোঁ পূজাৰ বতৰৰ কথা। সেইদিনা সপ্তমী। ডাৱৰীয়া বতৰ। সপ্তমী হ'লেও ডাৱৰে জোনটো ঢাকি ৰাখিছিল, গতিকে এন্ধাৰ এন্ধাৰ লাগিছিল। ঠিক সাতমান বজাত আলিয়েদি চাইকেলেৰে দুজন মানুহ গৈ আছিল। আগৰজন পুলিচ, পিছৰজন নেতা। পুলিচ জনৰ নাম জোলোঙা পুলিচ। তেওঁ বিড়ীটোৰপৰা আৰম্ভ কৰি সন্তৰস্থলত সৰহীয়া টকালৈকে একো বাদ দিয়া বিধৰ ভকত নহয়। তেওঁৰ জোলোঙাত সকলো বস্তু সোমায় বুলিয়েই তেওঁৰ নাম জোলোঙা পুলিচ। ৰাতি কেতিয়াবা ম'বাইল কৰ্ট বহিলে এওঁ আদবাটত বৈ থাকি ফেউৰাৰ কাম কৰে। বাঘ ওলালে ফেউৰাই চিএৰি চিএৰি জনাই দিয়াৰ দৰে তেৰোঁ বাটত বৈ থাকি লাইট নোহোৱা চাইকেল, মটৰগাড়ী আদি ৰখাই আগন্তীয়াক সতৰ্ক কৰি দিয়ে আৰু এই সুযোগতে দুই-চাৰিটি অৰিহণাও সৰকায়। তেৰেই এওঁ। জোলোঙা পুলিচ আৰু লগতে নেতাজনৰো চাইকেলত লাইট নাছিল। দুয়ো গৈ আছে। হঠাতে পুলিচে 'টলটি চাই দেখিলে—চাইকেলৰ লাইট নোহোৱাকৈ

এজন মানুহ তেওঁৰ পিছে পিছে আহি আছে। কাতিমহীয়া কুঁৱলীৰ হাত সাৰিবলৈ নেতাজনেও মূৰে-গায়ে এড়ী কাপোৰ এখন উৰি লৈছিল। জোলোঙা পুলিচ চাইকেলৰপৰা নামিল আৰু কৰ্কশ মাতেৰে ক'লে—"হেৰা, নামা চাইকেলৰপৰা। লাইট ক'তা ? থানালৈ ব'লা।" নেতাজনো এলাপেচা ভকত নহয়, তেওঁ চুঙা চাই সোণা দিলে—"ব'লা, গৈ থাকাঁ। তোমাৰটি লাইটৰ পোহৰতে মই গৈ আছোঁ।" জোলোঙা পুলিচে থত্‌মত্ খাই ক'লে— "বহুত বছৰ চাকৰি কৰিলোঁ। এইদৰে ক'তো ঘাটি খোৱা নাই।"

## বশিষ্ঠৰ দুৰ্গতি

পূজা উপলক্ষে থিয়েটাৰ ক'ত নহয়! কলতল, বাঁহতল, নামঘৰ, ক্লাবঘৰ, গোটেইখনতে ভাওনা-থিয়েটাৰ হয়। ভাওনা চাবলৈ বেছি ভাল। থিয়েটাৰত আঁৰ-বেৰ, আদব-কায়দা সৰহ; ভাওনাত সা-সৰঞ্জামখিনিৰ বাহিৰে তেনেই মুকলি। ভাওনাত বচন মাতিবলগীয়া নেথাকিলে মঞ্চৰপৰা গৈ ঘৰৰ মাইকী মানুহৰ লগত কথা পাতিবও পাৰি আৰু গাঁথিত বান্ধি অনা তামোলখন, চুৰটটো খোৱাৰ চলতে সিগৰাকীক সুধিবও পাৰি—"হেৰা, কেনে দেখিছা হয়নে ?" গাঁথিৰ পৰা খৰ-ধৰকৈ তামোলখন উলিয়াই দিয়া মানুহজনীয়ে উগুল-থুগুল মনেৰে "ভালেই দেখিছোঁ" বুলি কোৱাৰ লগে লগে আৰু তিনিডালমান গদা ঘূৰোৱাৰ বল গোট খাই বুকু তিনি হাতমান ফুলি উঠিব নহয়। চিনেমা ঘৰত আকৌ ওচৰত কোনোবা নৱদম্পতী পূৰ্বৰাগ-অনুৰাগে ৰঞ্জিত প্ৰেমিক-প্ৰেমিকা বহিলে, একে সময়তে আৰু একেটা খৰছতে দুখন চিনেমা চাব পাৰি, এখন বাস্তৱত, এখন পৰ্দাত; এখন পূৰ্বৱৰ্তী নিশাৰ সপোন', আনখন আগলি নিশাৰ বাস্তৱ। ভাওনাত আকৌ মনে মনে চালে বহুত ভাওনা চাব পাৰি। মহাঅষ্টমী নিশাৰ কথা। এখন বাগিছাত 'সীতা-স্বয়ম্বৰ' নাটকৰ থিয়েটাৰ হৈছিল। পূজা বুলিলে বাগিছাৰ বনুৱাৰ গাত হুচ্ থাকিলেও বাবুৰ গাত নেথাকে। তাতে যদি কেনেবাকৈ চাহাবে পূজা বা থিয়েটাৰ চোৱাৰ কথা থাকে তেন্তে বাবুৰ গাত গোঁসাই নধৰাটো আৰু স্বাভাৱিক। সেইদিনা ঠাইতে বহিব, ঠাইতে উঠিব, ঘনাই ঘনাই চাহাব অহা বাটলৈ চাব। সেই সময়ত আপুনি দেখিলে চাহাবৰ পূজা পাতিছেনে, দুৰ্গাপূজা পাতিছে, ভুৎ ধৰিবই লোৱাৰিব। এতিয়া থিয়েটাৰৰ কথা। থিয়েটাৰৰ বাবে সজা মঞ্চত ভাৱৰীয়াৰ সাজ-সজ্জা তীব্ৰ গতিত চলিছে। বাহিৰত বনুৱা দৰ্শকৰ চিঞৰ-বাখৰ। মাজে মাজে চেঙেলীয়া ল'ৰাই মুখৰ দুই কোৰাবিত হাতৰ আঙুলি সুমুৱাই

পিঁট পিঁট সুহুৰি বজাইছে। ড্ৰপচিনৰ পিছত ভাৱৰীয়াসকল বহিছে। দশৰথ, ৰাম, লক্ষ্মণ, মন্ত্ৰী আৰু ঋষি বশিষ্ঠ এহাত-এমুঠন দীঘল, পকা দাড়ি। দাড়িবোৰ গুঁথিথোৱা তাঁৰ দুডাল কাণত মেৰিয়াই টানকৈ বান্ধি লৈছে, যাতে সহজে এৰাই পৰিব নোৱাৰে। ঢিলাকৈ বান্ধি লোৱা বাবে এবাৰ হেনো দুৰ্বাসা ঋষিৰ দাড়ি সুলকি পৰিছিল আৰু তেতিয়া দুৰ্বাসাই চিঞৰি চিঞৰি কৈছিল—"দাড়ি, তোৰ ইমান আস্পৰ্দ্ধা, মোৰ মুখৰপৰা সুলকি পৰিছ! তোক এতিয়াই শাপ দি ভস্ম কৰিব পাৰোঁ।" ভীতিবিহ্বল দৰ্শকে দুৰ্বাসাই এতিয়া অথন্তৰ ঘটাব বুলি ইস্ আস্ কৰি থাকোঁতে ঋষিয়ে যেনিবা নিজেই ক'লে—"বাৰু, আজিলৈ অভিশাপ নিদিওঁ। মুখৰপৰা সুলকি গৈ তই কি কৰিবি? মই তোক এতিয়াই লগাই ল'ব পাৰোঁ।" দুৰ্বাসাই এই বুলি দাড়িকোছা বুটলি লোৱাতহে বহুতৰ মুখলৈ পানী আহিছে। বশিষ্ঠই সেইবাবে আগতেই দুয়ো কাণত তাঁৰেৰে শকতকৈ মেৰিয়াই ল'লে। নিজৰ নিজৰ আসনত ভাৱৰীয়াসকল বহিল। বশিষ্ঠৰ ভোবোকাৰ দাড়িয়ে গোটেই গা ঢাকি পেলালে। প্ৰথম অঙ্কৰ প্ৰথম দৃশ্য ওলাবৰ হ'ল। ইতিমধ্যে বহু আ.পক্ষিত চাহাবো আহি পালেহি। পূজা কমিটিৰ চেক্ৰেটাৰী বৰমহৰীৰ হুঁচ বিগৰি গ'ল। তেওঁ থিয়েটাৰ সোনকালে কৰিবলৈ চিঞৰিবলৈ ধৰিলে। মঞ্চৰ ভিতৰতো দুই নম্বৰ ঘণ্টি পৰিল। তিনি নম্বৰ ঘণ্টি পৰিলেই ড্ৰপচিন দাং খাব আৰু থিয়েটাৰ আৰম্ভ হ'ব। দৰ্শকৰ মাজত ইতিমধ্যে এ'গাউৰি কিৰিলি পৰিল। বাহিৰে-ভিতৰে এটা হুলস্থুলৰ মাজত তিনি নম্বৰ ঘণ্টি পৰিল আৰু লগে লগে তীব্ৰবেগেৰে ড্ৰপচিন ওপৰলৈ উঠিল। চিন ওপৰলৈ উঠোঁতে বতাহ লাগি হঠাতে বশিষ্ঠৰ দাড়িকোছা চিনৰ বাঁহডালে সামৰি ল'লে আৰু পাকে পাকে পাক খাই উঠি গ'ল। পাক খাই দাড়ি থুতৰিৰ ওচৰ পালেগৈ আৰু বশিষ্ঠ বহাৰপৰা উঠি চীপ লোৱা মানুহৰদৰে ওলমি ৰ'ল; তাৰপৰা আৰু চিন দাং নেখায। উপায় নেপাই বশিষ্ঠই 'চিন পেলাই দে, দিন পেলাই দে' বুলি চিঞৰত স্বৰ্গধ্বনি লগালে। তাঁৰৰ চেপাত বশিষ্ঠৰ কাণ ছিগি তেজ ববলৈ ধৰিলে। প্ৰথম অঙ্কৰ প্ৰথম দৃশ্য ইমানতে অন্ত পেলাবলৈ চিন পেলাই দিয়া হ'ল।

## আচাম হলিউড

অসম হলিউড বুলিয়েই ক'লোঁহেঁতেন, বেয়া পাব, গতিকে আচাম হলিউড বুলিয়ে কৈছোঁ। ওপৰৰ শিৰোনামাটো দেখি হেলেন, ক্লিওপেট্ৰা, মেৰিলন্ মনৰো নাইবা আন কোনোবা হলিউড 'ৰাণী'ৰ ভাও দিবলৈ বিয়াৰ্ছেল কৰা সকলৰ মনটো নিশ্চয় ৰঞ্জিত ৰঞ্জিত

লাগিছে আৰু বৰুণশীলমখাই কটা নাকত খাৰণি চটিয়াই এসেকা দিব খুজিছে বুলি খিত্ পাৰি হাঁহিছে। বৰ, মই কটাঘাত চেঙাতেল মাৰি চেঙালুটি পৰাৰ খোজা নাই, সঁচাটোহে সদৰী কৰিব খুজিছোঁ। এগৰাকী আধুনিকাই মুঠেই চাৰি আঙুলমান বহল ব্লাউজ এটা পিন্ধি উনৈশত বা-বলাই কুৰাই দেখি নলবাৰী ফালৰ গাৱঁৰপৰা অহা এজন হোলগোজ, ভলং বন্ধুৱে এদিন কৈছিল—"ডাঙৰ কাম কৰে দিয়ক। বহুত টাকা বেতন পায়। তথাপি পেটটো ঢাকাকৈ ব্লাউজ এটা ল'ব নোৱেনে?" আমি মনতে ভাবিলোঁ—বন্ধু, ইটো কথা পৰম গুপুত; কহিবাক নাহিকে যুগুত। জাৰ্মান দেশৰ ফ্ৰয়েড চাহাবৰ লগত যদি কথা ৰাৰচেৰেক পাতি চালেহেঁতেন! এবেলি আকৌ বৰ ধনী মানুহৰ ঘৰৰ তিৰোতা এগৰাকীয়ে (জীয়ৰীনে বোৱাৰী ধৰিবৰ উপায় নাছিল) জিঞা পাখীৰদৰে পাতল, তেজী ৰঙা শাৰী এখন পিন্ধি আলিবাট তিনিফাল কৰি লিচিক্ লিচিক্ গৈ থকা দেখি পূজা চাবলৈ অহা গাৱঁলীয়া বুঢ়া এজনে আমাক সুধিছিল—"বাপু, সেই গৰাকী বাইজী নেকি?" অলপ ক্ষুণ্ণ হোৱাৰ ভাষাত ক'লোঁ—"হেঃ নহয়।" বুঢ়াই ক'লে—"সাজে-পাৰে তেনেকুৱা দেখিহে কৈছোঁ। পূজাৰ বতৰ নহয়।"

এইটো আন এটা পূজাৰ খবৰ। য'ত শিৱদ'ল, কালীবাৰী, গোসাঁইথান বা ফকীৰস্থান আছে, তালৈ এমথা মানুহে সখনাই যাতায়াত কৰে; কামাখ্যাৰ কথা নকৱেই। নাও বুৰি তলি পালেও টিঙৰপৰা ননমা আৰু আগফালে দুৱাৰ-দাং মাৰি পিছফালে খোবাং-বাং কৰা মানুহবিলাকেই নিজৰ স্বৰূপটো ঢাকিবলৈ এনে কৰে বুলি, মুখ আছে দেখিয়েই টপ্‌টপাই ফুৰা চকুচৰহা সোপাই ক'লেও আমি কিন্তু বিশ্বাস নকৰোঁ। অৱশ্যে মোৰ এজন বন্ধুৱে কোৱা কোনোবা এগৰাকী ভদ্ৰমহিলাই (বাহিৰত ধৰ্মপৰায়ণা) জীয়েকক স্বাধীনতা দিবলৈ সন্ধিয়া নামঘৰত নাম ল'বলৈ সোমাই দীঘলীয়া সময়লৈ ওলাই নহাৰ কথা বিশ্বাস কৰোঁ। কাৰণ, কলিকালত নামৰ মাহাত্ম্যই একমাত্ৰ সম্বল। নাম লৈ সংসাৰ সাগৰ পাৰ হৈয়ো উদ্দেশ্যৰ উপসাগৰবোৰো অনায়াসে পাৰ হ'ব পাৰি। পূজাৰ ভিতৰতে এদিন এহাল মাক-জীয়েক শিৱদ'লত সেৱা কৰিবলৈ গৈছিল। তেওঁবিলাকৰ সাজ-পাৰৰ বৰ্ণনা মই দিব নোৱাৰোঁ—অক্ষমতা মই স্বীকাৰ কৰিছোঁ। কাপোৰ কিমান পাতল আৰু কিমান দূৰলৈকে জিলিকিছিল সেইবোৰ বৰ্ণনা দিবলৈ মোৰ কলম ভোটা-ডাঠ। কিন্তু দেখি এটা ভাব হৈছিল—আটাইবোৰ তিৰোতাই যদি ইমান পাতল আৰু তাকৰ কাপোৰেৰে গা-ঢাকিবলৈ চেষ্টা কৰে, তেনেহ'লে বহুত কাপোৰৰ কল ইতিমধ্যে বন্ধ কৰি দিব লাগিব আৰু

কাপোৰৰ ব্যৱসায় কৰি বৰ পেট বঢ়োৱাসকলে মূৰে-কপালে হাত দি আন কিবা ব্যৱসায়ৰ কথা ভাবিব লাগিব। মনতো মোৰ বৰ বেজাৰ লাগিছিল। ভাবিছিলোঁ—এইদৰে বাউসীলৈকে হাত, বুকুলৈকে পেট আৰু কলাফুললৈকে ভৰি উলিয়াই কাপোৰ-অৰ্থনীতিৰ বাবে কাপোৰ-সত্যাগ্ৰহ কৰিবলৈ কোনে বৰ দিলে? পিছে সুবিধা নিশ্চয় আছে, পিন্ধোতাইহে জানে। মন্দিৰলৈ যোৱা মাক হাতত পূজাৰ সমল লৈ মন্দিৰৰ ভিতৰ সোমাল। জীয়েকো খন্তেক পিছে পিছে গৈ উলটি আহিল। ক্ষন্তেক পিছতে মন্দিৰৰ কাষতে ৰৈ থকা চিনাকি কামদেৱৰ ৰথত উঠি অজানা ৰাজ্যলৈ ঢাপলি মেলিলে। মাকে শিৱৰ আগত সেৱা কৰোঁতে জীয়েকৰ বাবেও বৰ এটা বিচাৰিছিল। কিন্তু শিৱই বৰ দিয়াৰ আগতেই জীয়েকে বৰ লাভ কৰিলে। বহুত সময় পূজা পাতল কৰি, মাক ওলাই আহিল। পিঁছে, জীয়েক দেখোঁ নাই। ইফালে-সিফালে চাওঁতে এজনে বাতৰি দিলে—জীয়েক মটৰত উঠি ফুৰিবলৈ গৈছে। জীয়েকৰ ওপৰত মাকৰ অগাধ বিশ্বাস। যদিও 'মাকে শলাগে জী, বাপেকে শলাগে জী, চা-চুবুৰীয়াই যাক শলাগিব, সেয়েহে মাকৰ জী।' কেইঘণ্টামানৰ পিছত জীয়েক কোনোবা 'দাদা'কৰ মটৰত আহি ঘৰ পালেহি আৰু মাকক ক'লে—'চাচোন মা, দাদাটো ইমান দুষ্ট। দ'লঙপৰা জোৰকৈ ফুৰিবলৈ লৈ গৈছে।'' মাকে মাথোন হাঁহিলে। মই কিন্তু ভাবিলোঁ—ৰবভূঁইকঁপত ইটো খহি পৰিলেও দ'লৰ কালিকা আছে, নহ'লেনো মাকে শিৱৰ ওচৰত বিচৰা বৰ হাতে হাতে ফলিয়াইনে ? আকৌ ভাব হ'ল—হলিউড অসমতো এখন হৈছে— পৰ্দাত নহয়, বাস্তৱতে।

## (১৩)
## আত্মবিশ্লেষণ

'বিশ্বকৰ্মা কিমানৰ কাৰিকৰ জগন্নাথৰ মূৰ্ত্তিয়েই চিন।' আমাৰ দিখৌপৰীয়া ন্যায়সোধা ফুকননো কিমানৰ দেশসেৱক তেওঁৰ আত্মজীৱনীয়েই চিন। ফুকন মাখিটোকে হাতীটো কৰি ঢোলবেলাই ফুৰা ফোপজহী ৰঙাই নহয়, নতুবা ৰাতি হ'লে সাত হাল বাই পুৱা হ'লে এহালো নোহোৱা হৈ খোবাং জুৰি শুই থকা ভাণ্ডৱীয়াও নহয়। ফুকন আপোনাৰ মোৰদৰে আক্ৰোশী পুৰুষো নহয় 'তোৰটি হ'লে, মোৰ, মোৰটি হ'লে বাপেৰেও নেপায় তোৰ' বুলি চাবিওপিনৰপৰা ৰইলাবে

চাপোৰাদি চপাই-বুটলি আনি আটাইবোৰ বুকুত বান্ধি ল'ব। ফুকন-নিঃস্বাৰ্থ লোক। তেওঁ এদিন এবাতি জেলত থাকি ৰাজনৈতিক নিৰ্যাতিত মুলি কটাডোল কোবাই চৰকাৰী সা-সুবিধা গোটেইখিনি চুঁচি-পাঁজি সূতে-মূলে উচল কৰি লোৱা বিধৰ দেশপ্ৰেমিক নহয়। এইটো কিন্তু মই নহ'লেও তেওঁৰ বাৰশত্ৰুৱেও স্বীকাৰ কৰিব যে তেওঁৰ বুদ্ধিৰ আগটো বেজীতকৈয়ো জোঙা, ঔ-বীজতকৈয়ো পিছল। তেওঁ কামৰ সময়ত লাও হৈ বগাই, কোমোৰা হৈ লাগিব জানে; হাতী হৈ গৰকি, পকৰা হৈ সৰকিবও জানে। ফুকন বক্তৃতা দিয়াত মকৰধ্বজ নহ'লেও আলুগুটি। আলুগুটি মাছতো দিব পাৰি, মঙহতো দিব পাৰি; ভাজিবও পাৰি, সনা-পিটিকা কৰিবও পাৰি, ইচ্ছা হ'লে চপ্‌ কৰিবও পাৰি। আমাৰ ফুকনকো সেইদৰে সকলো সভাতে বহুৱাব পাৰি। সাহিত্য, সঙ্গীত, কলা, বিজ্ঞান, খেল-ধেমালি, ছাত্ৰ-মহিলা, ধোবা-নাপিত, ৰান্ধনি-চাপৰাচী, মগনীয়া-ভগনীয়া সকলো সন্মিলনলৈকে মাতিব পাৰি আৰু এডাল ফুলৰ মালা পিন্ধাই হাতচাপৰি বজাই সভাপতি পাতিব পাৰি। তেওঁ সভাপতি নহ'লেও ৰভাপতি হৈ সকলো কাম চলাই দিব। ফুকন ডাঙৰ মানুহ, গতিকে তেওঁৰ আত্মজীৱনীখনৰ বিৰাট মূল্য আছে। অলপতে তেওঁ, তেওঁৰ আত্মজীৱনীখন এজনৰ হতুৱাই লিখোৱাইছে। তাৰে পাতখিলাচেৰেক আমি পাই আনি ইয়াত উদ্ধৃত কৰিলোঁ।

## গোৰ মাৰি গঙ্গাত

স্বাধীনতাই কি কৰা নাই? আমাৰ দেশত ডাঙৰ উপকাৰ সাধন কৰিছে। এই কথা লোকৰ গাত শাখা দি মই কোৱা নাই; নিজৰ গাত চিকুট মাৰি চাইহে কৈছোঁ। স্বাধীনতাৰ আগতেনো মোৰ কিটো আছিল? 'চোৰ পোৰ মুখখনিহে।' বিয়াল্লিছৰ আন্দোলনৰ সময়ত কাম-বন একো নাছিল। ঘৰতে এনেয়ে বহি আছিলোঁ। এনেতে নগৰৰ জনচেৰেক মানুহ আহি ভলণ্টিয়াৰ পাতিলে। ভলণ্টিয়াৰ হ'বৰ ইচ্ছা কিন্তু সমূলি নাছিল। তথাপি ডঁৰিত পৰি বান্দৰ নাচিবলগীয়া হ'ল। খাদৰৰ এঙাচোলা এটিও ল'লোঁ। এনেকুৱাতে দেশত তেনেই তল-ওপৰ লাগিল। এপিনে মহাৰণ, ইপিনে আন্দোলন। ভাইটোৱে ডিমাপুৰত মিলিটেৰী ঠিকাদাৰ হৈ মুঠিয়ে মুঠিয়ে ধন গোটাইছিল। মোৰ আকৌ ৰাহুৰ কি কেতুৰ দশা পৰিছিল, মই সেইবোৰ এৰি ভলণ্টিয়াৰ হ'লোঁ। এদিন সেই খাদৰৰ এঙাচোলাটো পিন্ধি দেওবৰীয়া হাট কৰিবলৈ গৈছিলোঁ, এনেতে পুলিচে এপাল মানুহক শিশুপাল খেদা দি খেদি অনা দেখিলোঁ। ভয়তে মঝো দৌৰ দিলোঁ। পিছে কঁকাল—আধিৰ দোৰত খৰকৈ দৌৰিব

নোৱাৰিলোঁ, আদবাটতে পুলিচে ধৰিলে। তাৰ পিছত জেললৈ লৈ গ'ল। দুদিন দুৰাতি জেলত থাকি মুকলি হৈ আহিলোঁ। তাৰ পিছত পাঁচবছৰ পূৰা হৈ গ'ল; দেশো স্বাধীন হ'ল। এতিয়াহে বুজিছোঁ পুলিচে এই অভাগাক গোৰ মাৰি গঙ্গাতহে পেলালে। এতিয়া তাৰ জোৰতে মোৰ ঘৰত আই লখিমীয়ে থিত লৈছে।*

## আৰ্জে নন্দ-গোৱালে, খায় বোন্দা শিয়ালে

"আছে কপালত নিব কোনে,
নাই কপালত দিব কোনে।"

স্বাধীনতাৰ পৰশ পাই খোৰাই পৰ্বত বগাইছে, বোবাও চতুৰ হৈছে আৰু শতাকাঠৰো গজালি আহিছে। ভলণ্টিয়াৰ দেখিলে চকু মুদা, গান্ধীৰ কথা শুনিলে তিনি বেলি ভূমি চুই কৰ্ণত হাত দিয়া, গাত গা লাগিলে কাপোৰ-কানি তিয়াই গা-ধোৱা মানুহেও স্বাধীনতাৰ পিছত ঢৰীয়া সূতাৰ দগধা খাদৰ পিন্ধি এতিয়া 'তইহে তই, মইহে মই' হৈছে। গণ-আন্দোলনৰ সময়ত হাড়ক মাটি কৰি, তেজক পানী কৰি মৰা, এমখা ওলাই গলত, বাকীমখাৰ 'গাখীৰতে ম'হৰ খুটি সান্দহতে হাত' হ'ল। এতিয়া এই 'পৰৰ মূৰত খোৱা, ভটীয়া নাৱত যোৱা' সোপাক পায় কোনে? এওঁবিলাকে চল পালেই শাসনৰ বাঘজৰী টানে, সমাজৰ লাইখুটাত বহে, ৰইনাৰে ধন চপায় অৰ্থাৎ ভেটি খায়। এতিয়া এইমখা উদেই ভেটাৰখীয়া হোৱা দেখি মানুহে ভালেহে কয়, 'আৰ্জে নন্দ-গোৱালে, খায় বোন্দা শিয়ালে।'

## বসুধৈৱ কুটুম্বকম্

আমি যিদিনাই স্বাধীনতা পালোঁ, সেই দিনাৰপৰাই মনবোৰ মুকলি হৈ গ'ল। এতিয়া আমাৰ মনবোৰ জকাই-চুকীয়া কৰি, চুঙা বাদুলি হোৱাৰ দিন নহয়। এতিয়া আমি বহল মনেৰে বহল ভাবেৰে সকলো কথা সৰ্বভাৰতীয় দৃষ্টিভঙ্গীত চাব লাগে। কোনো কোনোৱে এইখন দেশত ঘৰতে আলহী হৈ পৈতৃক ভেটিটোকো হেৰুৱাব লাগিব বুলি

* আই লখিমীয়ে আপোনাৰ ঘৰত থিত লোৱা শুনি আটায়ে আনন্দ পাব। '৪২ চনৰ পানীকেচুৱা ল'ৰাই যদি ৰাজনৈতিক নিৰ্যাতিত বুলি চাকৰি পাব পাৰে, চৰকাৰী অনুদান আনিব পাৰে, দুদিন দুৰাতি জেল খাটি আইলখিমীক লাভ কৰাটো দোষৰ কথা নহয়।

টেটুফলা চিঞৰ শোধাইছে। সেইটো জাতে-পাতে মিছা কথা। গোটেই ভাৰতখনেই আমাৰ, আটাইবোৰ ভাৰতীয়ই আমাৰ ককাই-ভাই। কোনো কোনো ঠেক প্ৰাদেশিকতাবাদী মানুহে অসমখন ভাগি-ছিগি অন্ত হ'ল বুলি ক'লেও আমি মানিব নোৱাৰোঁ। পিছে আমি যুধিষ্ঠিৰৰ আদৰ্শ লমনে, দুৰ্য্যোধনৰ আদৰ্শ লম? সূচ্যাগ্ৰ মেদিনী নিদিওঁ বুলি ৰণ পাতি কিয় অশান্তিৰ সৃষ্টি কৰোঁ? এইটো দিনেই হ'ল 'ভূ-দান'ৰ দিন। আমি নিজৰ মাটি দান দিব নোৱাৰোঁ গতিকে ৰাজহ্‌ৱাকৈ ভূ-দান কৰিছোঁ। শাস্ত্ৰত কৈছে, ভূমি দানতকৈ শ্ৰেষ্ঠ দান নাই। গতিকে আমি চুবুৰীয়া ৰাজ্যক এছোৱা-এছোৱাকৈ দান দি, পিছত লাগিলে আমি যুধিষ্ঠিৰৰদৰে বনবাস খাটিম—নামবৰ হ্বাবিত। আৰু বহুতে বহুত কথা উলিয়াই, সেইবোৰকে পাগুলি পাগুলি অযথা সময় নষ্ট কৰে। এতিয়া পাঁচবছৰীয়া পৰিকল্পনাৰ সময়। এইবোৰ লাপিলুপা কথা ভাবি সময় অবাবত অথলে নিয়াবলৈ কিহে পাইছে? কচুৱে-ঢেকীয়াই, উখুৱাই-জাবৰীয়ে, যি পায়, এগাল খাই, ত্যাগ আৰু কষ্ট স্বীকাৰ কৰি দেশগঠনৰ কাম কৰিব লাগে। চাকৰিয়ে-বাকৰিয়ে ভাষাই-কৃষ্টিয়ে জাতিটোৰ অস্তিত্ব মৰিলে বুলি অনুশোচনা কৰিবৰ প্ৰয়োজন নাই। 'উদাৰচৰিতানাং তু বসুধৈব কুটুম্বকম্'—উদাৰ চৰিত্ৰৰ পুৰুষৰ বাবে পৃথিৱীখনেই আপোন।

## আত্মবিশ্লেষণৰ দিন

পোন্ধৰ আগষ্ট। স্বাধীনতা লাভৰ দিন। বছৰেকত অন্ততঃ এদিন হ'লেও নিজকে বিচাৰ কৰি চোৱাৰ দিন। '৪৭ চনৰ আগতে কি আছিলোঁ আৰু এতিয়া কি হ'লোঁ, সেইটো আজি মুকলিকৈ কোৱাৰ দিন। আগতে মোৰ কিটো আছিল? মানুহে মাটিৰামৰ ঘৰৰ বুলি উপলুঙা কৰিছিল, এতিয়া কিমান ভয় কৰে? মানুহে বাঘলৈকো সিমান ভয় নকৰে। বিধান সভাত বহা দূৰৰ কথা, গাৱঁৰ তামোল-চোৰৰ সোধৰ মেল এখনতো ভাগ নেপাইছিলোঁ। এবাৰ একো নেপাই, চিপাহী কামতে সোমাবলৈ গৈছিলো। পিছে, যি কৰে ঈশ্বৰে ভালেই কৰে। এতিয়ানো মোৰ কি নাই? ভাইটোৰ নামত লোৱা ঠিকা-ঠুকলিৰ ধনেই যথেষ্ট। মাৰোৱাৰী ব্যৱসায়ীৰ চিমেণ্ট, টিনপাত, লোহা-লক্কৰ, চেনি-আটাৰ পাৰ্‌মিটৰ লগত থকা গোপন অংশৰপৰাও বহুত পাওঁ। লোকৰ নামত মটৰ—বাছো ৰাখিছোঁ কেইবাখনো। ভাৰাঘৰো আছে কেইবাটাও। এদিন হ'লেও পুলিচৰ খেদাৰ কোবত জেলত সোমাইছিলোঁ বুলিহে ইমানখিনি সুবিধা উভৈনদী হৈছে। তাহানি ভলাণ্টিয়াৰ হৈ ঠেকা-খুন্দা

খোৱা বহুতে ক্ষমতাপ্ৰাপ্ত দলৰপৰা আঁতৰি গৈ মহা মূৰ্খামি কৰিছে। সাগৰৰ জলনো বান্দৰে খাই কি অন্ত কৰিব?

## পোৱা-নোপোৱাৰ হিচাপ

নোপোৱাৰ লেখত মাথোন দুখ পোৱা নাই। তাৰ বাহিৰে কি পাইছোঁ, সেইটো হিচাপ মই নিদিলেও ৰাইজেই ৰাখিছে। দেশৰ বাবে যোৱা বাৰ বছৰে কি কৰিছোঁ, সেইটো মই নকওঁ—"শূৰঃ স্যাদবিকত্থনঃ"— বীৰে আত্মপ্ৰশংসা নকৰে; ময়ো কৰিব খোজা নাই। তথাপি সত্যতা ৰক্ষাৰ খাতিৰত কওঁ—ইতিমধ্যে মোৰ মিতিৰ-কুটুম অঙ্গহী-বঙ্গহী আটাইবোৰকে, এটা নহয় এটা কামত সোমোৱাই দিছোঁ। জোঁৱাই ল'ৰাটোক অন্যায়কৈ হ'লেও লাগি-ভাগি প্ৰমোচন দিয়াইছোঁ। ভনী-জোঁৱাইটোক ডাঙৰ ডাঙৰ ঠিকা দিয়াইছোঁ আৰু ধন ঘটোঁ বুলিলে অন্যায়কৈ ধন ঘটিবলৈকো সুৰুঙা উলিয়াই দিছোঁ। ভাবী জোঁৱাইটোক চৰকাৰী বৃত্তি দি বিদেশত উচ্চশিক্ষা ল'বলৈ পঠাইছোঁ। মোৰ নিজৰ ল'ৰাটোক মানুহে বেয়া বুলি হাঁহিলেও তাক হাকিম কাম এটা দিয়াইছোঁ। নিৰ্বাচনৰ সময়ত টকা দি সহায় কৰা আটাইবোৰ ব্যৱসায়ী বন্ধুকে ধন ঘটিবলৈ বাট উলিয়াই দিছোঁ। এইবোৰনো ক'ৰা মানুহ? আমাৰ নিজৰ দেশৰহে মানুহ। চীন দেশৰ দাৰ্শনিক কনফুচিয়াছে কৈছে—"The root of all improvement is self-improvement." নিজৰ উন্নতিয়েই সকলো উন্নতিৰ গুৰি। এদিন আমি যি ত্যাগ আৰু কষ্ট স্বীকাৰ কৰি স্বাধীনতা লাভ কৰিলোঁ, তাৰপৰা একেলগে আটাইৰে উন্নতি নহ'লেও কিছুমানৰ হৈছে; লাহে লাহে ইবোৰবো হ'ব।

## দেশকৰ্ম্মীৰ উক্তি

বিয়ালিছত কিমান খাটিলোঁ
হাড়ক কৰিলো মাটি,
জেলত থাকিলো নগদ দুদিন
এটা দীঘল ৰাতি।
শাসন পাওঁতে সুবিধা পাওঁতে
যদিহে নকৰো ধন,
যদিহে নকৰোঁ মাটি চাৰিজৰা
কিহেৰে পোনাম মন?
ডাঙৰ ল'ৰাটোক ডাঙৰ কামত
যদিহে সোমোৱাই নিদোঁ,

ডাঙৰ ঠিকাৰ সৰহ টকালৈ
কিহ'লে খদ্দৰ পিন্ধো ?
দুদিন এবাৰতি জেলত থাকিও
বাৰটা বিষয় নাই,
ইমান অকৰা নহওঁ মইহে
নীৰৱে থাকিম চাই।
ছোৱালীজনীৰ বিয়াৰ দিনা
বাৰটা কেঞা আহি,
যাৰটা ডাঙৰ উপহাৰ দিলে
কোনে নেপেলাব হাঁহি।
বাৰটা ত্যাগৰ বক্তৃতা উগাৰি
বাৰটা স্বাৰ্থত লাগোঁ,
দেশসেৱাৰ ভেশছন ধৰি
স্বাৰ্থলৈ চাই থাকোঁ।
বগলীৰ দৰে নিৰামহী খাওঁ
ঘোচ পালেও নেৰোঁ ;
একাদশীয়া বামুণৰ দৰে
গৰহা-গৰহ কৰোঁ।
ঠিকা-পাৰ্মিট কণ্ট্ৰল-বজাৰ
আমাৰ কামৰ থলী,
মোমাই-ভাগিন মিতিৰ-কুটুম
আৰু মোৰ খুলশালী।
আমাৰ ত্যাগৰ ৰসাল কাহিনী
শুনি হৰষিত চিত,
সোণালী আখৰে জিলিকি থাকিব
স্বাধীনতা বুৰঞ্জীত।
ছাদুল্লা চাহাবক খাটনি ধৰিলোঁ
ইংৰাজক তোষামোদ,
কংগ্ৰেছৰ দিনত বিষয় ভুগিছোঁ
এয়ে কথা অদভুত।
কেঞা-মহলদাৰ ব্যৱসায়ী সৈতে
আছে ভিতৰুৱা চুক্তি ;
ভুৱা দেশসেৱা, স্বাৰ্থহে আচল
এয়ে মোৰ সত্য উক্তি।

(১৪)

## ৰভাপৰ্ব

সভা আৰু ৰভা একেশাৰীৰ কথা। সভা পাতিবলৈ ৰভা পাতে। বৰসবাহ, বিয়া আৰু ভাওনালৈ ৰভা নেপাতিলেই নহয়। সি যি কি নহওক বিয়া আৰু ৰভা কিন্তু একে বস্তুৰে ইপিঠি আৰু সিপিঠি। বেইতল গৰকিবলৈ নোপোৱা ডঙুৱা ডেকাই সেয়েহে ৰভাতল গৰকিয়েই মনটো পতিয়াই আনৰ আগত ফিটাহি মাৰোঁতে কয়—"বিয়া নেপাতিলোঁ কি হ'ল, ৰভাতল গৰকিছোঁহে তেও।" ৰভাতলীত অকল যে বিয়াৰে বিসঙ্গতি ওলাই মানুহক হুঁহুৱায় এনে নহয়, সভা, ভাওনা থিয়েটাৰ আটাইবোৰেই পাগত উঠিলে হুঁহুৱাই পেটুনাড়ী ছিঙো যেন কৰে।

## হৰগৌৰী বসতি কৰক

ৰভাতলীৰ শেহতীয়া আৰু আটাইতকৈ জনপ্ৰিয় আশীৰ্বাদষাৰি হ'ল 'হৰ-গৌৰী বসতি কৰক।' লাগে বিয়াৰ তিনিদিনৰ পিছৰপৰা 'তই থাক মই যাওঁ, পানী আনি ভাত খাওঁ' হৈ থৈয়া-নথৈয়া লাগক, দন্দ-কাজিয়াৰ চিঞৰ-বাখৰত সাতখন ভোৰতালৰ মাত তল্ পৰক নতুবা ঘৰ গুচি বাঁহতল হওক তথাপি আশীৰ্বাদ সেই একেষাৰেই। ৰভাতলৰপৰা কলতললৈকে গোটেইখনতে সেই একেষাৰে কথা— 'হৰগৌৰী বসতি কৰক।' পিছে এটা কথা, এই আশীৰ্বাদটো আওপুৰণি হৈ পৰিছে। অজৌকালৰ বজৌগুটি বুঢ়া শিৱক দৰা পাবলৈ টিয়ঁহৰ জালি যেন চেহেৰাৰ দীপলিপ্ পাৰ্ব্বতীয়ে নেখাই নবই দেহা খৰিকা যেনকৈ শুকুৱাই তপস্যা কৰিছিল। আজিও সেইটো সম্ভৱ নে? তথাপি দৰা বা কি লাকটৰ? গাত ফুটছাইৰ প্ৰসাধন, কটিত বাঘছাল (হ'ব লাগিছিল জিনচ্), হাতত ত্ৰিশূল-ডম্বৰু। কোনোবা সত্যযুগত যদি কোনোবা ভেলেঙী পাৰ্বতীয়ে এনেকুৱা 'কোৱালিফিকেশ্যান'ৰ শিৱক দৰা বিচাৰি হুলস্থূল লগাই মাক-বাপেকৰ মূৰ-কামোৰণি তুলিছিল ক'ব নোৱাৰোঁ, এই কুৰি শতিকাত কোনো পাৰ্বতীয়ে তেনেকুৱা ডাল-দৰিদ্ৰ শিৱক দৰা বাছি হাতৰ কুঠাৰ ভৰিত মাৰি ল'ব নোৱাৰে। তদুপৰি বিয়াৰ পিছতো যদি তঁয়া-তোকা নলগাকৈ এসাজ খাবলৈ পালেহেঁতেন, তেনেহলেও এবললৈ মানিব পাৰি, পিছে, খোদ, ডঙুৱা শিৱক খেতি কৰিবলৈ পঠিয়াওঁতে টেঙাকথা-হুতামাত শুনোৱাই তেনেই ৰলা-কলা কৰিছিল। ভাতৰ তিতাহে খাব পাৰি, মাতৰ তিতা খাব নোৱাৰি। সেই যি সেই। হৰ-গৌৰীৰ সংসাৰখননো কি সুখৰ আছিল? ল'ৰা-ছোৱালী

চাৰিওটাৰো যিহে বিলাই-বিপত্তি। বৰপুতেক গণেশ—শনিপাত মোমায়েকটোৰে চাবলৈ আহোঁতেই মূৰটো ছিগি থাকিল। কাৰ্ত্তিক,—চেহেৰাই-পাতিয়ে, বলে-বিক্ৰমে দেৱতাবো জোৰ নোপোৱা হ'লেও, বিয়া-বাক নহ'ল। বঁৰলা-ভাত খাওঁতেই জনমটো গ'ল। জীয়েক সৰস্বতী, সৰস্বতীবো বিয়া নহ'ল। চেং চেং কৰে গাভৰু ছোৱালী এজনীৰ বিয়া নোহোৱাকৈ থকাটো হৰ-গৌৰীৰ কিমান বেজাৰৰ কথা, আপুনি কি বুজিব? লুইতেহে জানে বঠা কিমানলৈ বহে।' লক্ষ্মী, লক্ষ্মীৰ যেনিবা বিয়া হ'লেই, কিনো সুখৰ ঔটেঙা যেন ভাতগাল খাই পালে? সতিনীয়েক সত্যভামাৰ লগত নিতৌ তিনিখন দন্দ লাগি—তই থাক, মই যাওঁ কৰোঁতেই গ'ল। শিৱৰ সেই মৰমলগা চকুহাল দেখি ভোল যাওঁতে হয়তো গৌৰীয়ে ভাবিছিল— শিৱই এবুকু মৰম বাকি দিব, এখন সোণৰ সংসাৰ পাতিব। পিছে 'ন যযৌ ন তস্থৌ' হওঁতেই যি আনন্দ পালে, তাৰ পিছত শিৱৰ লগত বাস কৰাটো উঁৰিত বান্দৰ নচা কাৰবাৰহে হ'ল। আমি এই বকলা এইবাৰেই মেলিবলগীয়া হ'ল যে অলপতে বিয়া হ'বলগীয়া এহাল দৰা-কন্যাই আমাক এখন স্মাৰক-পত্ৰ দি জনাইছে যেন তেওঁবিলাকৰ বিয়াত কোনেও 'হৰ-গৌৰী বসতি হওক' বুলি আশীৰ্বাদ নিদিয়ে, কাৰণ, হৰ-গৌৰী কুৰি শতিকাৰ আদৰ্শ হ'ব নোৱাৰে। গতিকে চিনেমাৰ কোনোবা অভিনেতা অভিনেত্ৰীৰ নাম ধৰি 'বসতি হওক' বুলি যেন আশীৰ্বাদ দিয়ে— আমি ইয়াকে পৰামৰ্শ আগ বঢ়াইছোঁ, ৰাইজে সমৰ্থন কৰিলেই হ'ল, দৰা-কন্যাই যে সমৰ্থন কৰিব, তাত সন্দেহ নাই।

## গদা যুদ্ধত পৰাজয়

'বিয়া' এই পদটো আমাৰ ব্যাকৰণত বিশেষ্য পদ হ'লেও বিধাতাৰ ব্যাকৰণত যোজক অব্যয়। যাৰ কন্যা তাৰ বিবাহ। সি জন্মত যি যাৰ মাহ-তিল খাই আহিছে, এই জন্মত তাৰ বিয়া নহৈ কাৰ হ'ব? সি জন্মত যি যাৰ মাহ-তিল খাই অহা নাই, এই জন্মত সি বিয়া পাতিব খুজিলে, হয় আকৌ মাহ-তিল খাব লাগিব, নহয় মাৰ-কিল খাব লাগিব। আমাৰ ঘৰৰ ওচৰতে এঘৰ মুছলমান মানুহৰ বিয়া হৈছিল। বিয়াৰ দিনা তিনিমান বজাত নিকাহ পঢ়ুওৱা হৈ গ'ল। খাই-বই দৰাঘৰীয়া মানুহ গাড়ীত (ঘোঁৰাগাড়ী) উঠিলগৈ। সময় যথেষ্ট পলম হ'ল কিন্তু ছোৱালী ওলিয়াই দিয়া নাই। লাহে লাহে দুখনমান দৰাঘৰীয়া গাড়ী ঘৰমুৱা হ'ল কিন্তু বাকী কেইখন বৈ থাকিল। তেতিয়াও কন্যা ওলিয়াই দিয়া নাই। দৰাৰ মাকো লগত আহিছিল। তেওঁৰ আকৌ মুখ নহয়

লাওপাত কচুপাত। সাতকুৰা অগনি একেলগে দিলেও মুখ নোপোৰে। সদ্য-নিকাহৰ কন্যা ওলাই নহা দেখি শাহুৱেকৰ তিতা-কেহা লাগি ক'লে— "নিকাহ হৈ গ'ল যেতিয়া আমাৰ ছোৱালী। চুলিত ধৰি উলিয়াই লৈ আহ।" শাহুৱেকৰ এই তাম-কাঁহুত মৰা কথাষাৰে বিয়া-ঘৰৰ বাহিৰ-ভিতৰ গোটেইখন ৰজনজনাই গ'ল। কন্যাৰ ৰৰদেউতাকো এলাপেচা পুৰুষ নহয়। তেওঁ নিজৰ পদূলিমূৰতে সেইষাৰ বিছ্যাত-বৰলে ডকা কথা শুনি সহি থকা বিধৰ মানুহ নাছিল। তেওঁ তৎক্ষণাত চোতাললৈ ওলাই আহি চিঞৰি চিঞৰি ক'লে— "শ্যালা, মোৰ ঘৰৰ ভিতৰতে ইমান ৰৰকথা! আন বেতডাল। শ্যালাচবক চিনাকি দিওঁ।" সঁচাকৈয়ে কোনোবাই বেত এডাল আনি দিয়াত তেওঁ বেতডাল গদাৰদৰে ঘূৰাই ঘূৰাই দৰাঘৰীয়া মানুহবোৰৰ ফালে খেদি গ'ল। দৰাঘৰীয়া মানুহে 'এলাৰ (আল্লা) বিষতকৈ কেলাৰ বিষহে চৰা হোৱা' দেখি য'ৰে বস্তু ত'তে এৰি ঘোঁৰা চেকুৰাই ভিৰাই লৰ মাৰিলে। সেই সময়ত গাড়ী ইমান দৌৰাইছিল যে চকাই মাটিৰপৰা জপিয়াই জপিয়াই উঠিছিল আৰু দৰাঘৰীয়া মানুহে শিশুপাল খেদা খাই পলাওঁতে বাটৰ কাষত ৰৈ থকা মানুহে কিৰিলি পাৰি হাঁহিছিল। নিকাহ হ'লেও খেদাখোৱা দৰাই আৰু কন্যা নেপালে, এবছৰৰ পিছত আন এজন মানুহৰ লগত বিয়া হ'ল। সেয়েহে কৈছোঁ— আগৰ জন্মত মাহ-তিল খাই নাছিলে, এই জন্মত বিয়া পাতিব খুজিলে মাৰ-কিল খোৱাৰহে ভয় আছে।

## ৰুক্মিণীয়ে বোলে মোৰ কপাল নহয় ভাল

"ৰুক্মিণীয়ে বোলে মোৰ কপাল নহয় ভাল।
নাহিলেক বেদনিধি, নাহিলে গোপাল।।"

কৃষ্ণ-ৰুক্মিণীৰ বিয়াৰ আদৰ্শৰ শতমুখী প্ৰশংসা। আয়তীসকলে নাম গাওঁতে ভাবে—যুগে যুগে কৃষ্ণ-ৰুক্মিণীৰ দৰে মনেবছা দৰা-কন্যাৰ বিয়া হওক। হওক, হ'লে ভালেই, পিছে বহুতৰে আপত্তি আছে। বংশ-পৰিয়াল, ককাই-ভাই, আই-বোপাইৰ কথা চুৰা পেলোৱাদি পেলাই গাভৰু ছোৱালী এজনীক সাত-নৈ সিপাৰৰ অচিনাকি দৰা এটা বাছি ল'বলৈ দি জীয়া জুইত কোনে জাপ দি মৰিব? এনেয়ে কৈছেনে— 'অচিন কাঠৰ ঠোৰাকো নলগাবা।' এৰা, যুগ-যুগান্তৰ বাগৰি গ'লেও কৃষ্ণ-ৰুক্মিণীৰ বিয়াৰ আদৰ্শ অন্ত পৰা নাই। অনন্ত গোঁসাইৰ অনন্ত মহিমা। ৰুক্মিণীয়ে বেদনিধি বাপুক পিয়ন পাতি চিঠি দি জনাইছিল— "ভিক্ষুক মুখে তব গুণ-ৰূপ শুনিয়ে কায়বাক্যমনে বিবাহ তোহ্মাক পতিভাবে বইৰছি। .......জানি হামু নিজ দাসীক সত্বৰে নেব আসিয়া

স্বামী। যব তোহো বোল, তোহো অন্তেসপুৰে বহ, কোন পৰকাৰে ভেট পাৱব, তথি উপায় কহোঁ। হে নাথ, তা শুনহ, বিবাহক পূৰ্বদিনা ভবানীক মঠ চলব। সে সময়ে হামাক হৰি নিয়ে যাব। যব তোহোঁ হেলা কৰি হামাক নাহি নেৱব, তব তোহাত বধ দিয়ে হামো প্ৰাণ ছাড়ব।" (ৰুক্মিণীহৰণ নাটক, শঙ্কৰদেৱ) এইয়া ৰুক্মিণীৰ স্বৰূপ। ককায়েকে বাছি দিয়া দৰা ৰজা শিশুপাললৈ বিয়া নোসোমাই ষোল শ গোপীৰ মন চুৰ কৰা শ্ৰীকৃষ্ণলৈ চিঠি চলাই চলাই বিয়াঘৰ উলট-পালট কৰি দিলে। "যব তোহোঁ হেলা কৰি হামাক নাহি নেৱব, তব তোহাত বধ দিয়ে হামো প্ৰাণ ছাড়ব।" আজিকালিৰ আধুনিকা ৰুক্মিণীয়ে 'চুইচাইড' কৰিম বুলি ভয় দেখুওৱা আৰু ৰুক্মিণীৰ ৰূপ-লাৱণ্যত ভোল গৈ অনন্ত গোসাঁই কৃষ্ণই বিয়া পাতিবলৈ থৰ-কাছুটি হেৰাই যোৱা চকুৰ আগতে দেখিছোঁ নহয়। তাহানিৰ ভবানীৰ মন্দিৰলৈ যোৱাৰ সুযোগ নেথাকিলেও শিৱদ'ল, কামাখ্যা, বশিষ্ঠশ্ৰম বা আন কোনোবা বৰুৱা-ফুকনৰ ঘৰ আছেহে তেও। তাতেই শিবিৰ পাতি শেনটো অহাদি অহা শিশুপালৰ মুখত ছাই-মাটি সানি ফেঁচাটোৰ দৰে ওভোটাই পঠিয়াব পাৰি। তথাপি ৰুক্মিণীয়ে ক'লে—"বোলে মোৰ কপাল নহয় ভাল।" নীলাখামৰ চিঠি চলাই কোনোবা ৰুক্মিণীয়ে দৰা ঘটিলেও বহুতে আকৌ থমা দৈ বুলি চূণৰ ভোৰোকাতো হাত ভৰাবলগীয়া হয় নহয়। সেয়েহে চাগৈ ৰুক্মিণীয়ে কপালত চপৰিয়াইছিল। কথাতে কয়— 'অবহুতী কন্যাৰ ওঠৰটা বাৰ।' দিস্তাই দিস্তাই চিঠি লিখি, হোমৰ গুৰিত আনৰ লগত বহিবৰ বেলিকা মনত কি জুই জ্বলে, কোনে বুজিব? দ্বাৰকাৰপৰা সোহাই-পিটাই আহি শিশুপালৰ লগত তয়াময়া ৰণ কৰিবলৈ কঁকালত টঙালি আঁটি ওলোৱা কৃষ্ণৰ এতিয়াও আটক হোৱা নাই আৰু ৰুক্মিণীৰো ভূমিকা চলি আছে। তথাপি বহুতো ৰুক্মিণীয়ে আজিও ক'বলগা হয়—"বোলে, মোৰ কপাল নহয় ভাল।"

## ঘেৰঘেৰী বাছ

কপ্‌লিং ছিগা-বেলৰ সোৱাদ লগা কাহিনীবোৰৰ লগতে চৰকাৰী বাছবোৰৰ তিতা-কেহা লগা কথাবোৰ শুনিবলৈ বাট চাই থকাৰ বাতৰি পাই এইয়া তাৰে গাঁঠৰি মেলিছোঁ। বেলবো চকা ঘূৰিলে টকা আহে; বাছৰো চকা ঘূৰিলে টকা আহে। বেলৰ ইঞ্জিনে যেনিবা চকা আৰু টকা আটাইবোৰ এৰি ঢাপলি মেলে, বাছৰ যেনিবা চকা সুলকি বাটৰ কাষত টকা বুটলিবলৈ যায়। অসমীয়া মানুহৰ লেজুত ধৰি বল নিদিয়া স্বভাৱ এটা আছে, গতিকে এই অসমীয়া চৰকাৰৰ বিভাগটোও তথৈবচ।

চাবলৈ গ'লে চন্দ্ৰতো কলঙ্ক আছে, আৰু অপৰাধ ধৰোঁ বুলিলে খোৱাই খোজে প্ৰতি অপৰাধ ধৰিব পাৰে। তেনেস্থলত যদি চকুৰ আগতে দোষ-খুঁত কাৰৈমাছ উজুৱাদি উজায়, তেতিয়ানো দুই কোৱাৰি বন্ধ কৰি কোন থাকিব পাৰে? চকু থাকিলে সৰগলৈয়ো যায়, নৰকলৈয়ো যায়। গতিকে আমাৰ চকুত পৰা এই চৰকাৰী বাছৰ ৰসাল কথা গোটাচেৰেকহে নিবেদন কৰিব খুজিছোঁ।

## কেৰেলাতকৈ গুটি দীঘল

শুনা কথা। অৱশ্যে চৰকাৰী বহীৰ পাতত লিখা আছে যদিও নেজানো। যদি আছে আৰু ভগনীয়া সংস্থাপন বিভাগৰ অফিচৰদৰে জুই লগা নাই, আপুনিও চাব পাৰে। পৰৰ দোষ খুচৰি ফুৰাই যাৰ ধৰ্ম, সেইবোৰ মানুহে আকৌ এনেয়ে মায়া একোটা দেখে। এবেলি ৩৫,০০০ টকা দি কিনা নতুন (?) গাড়ী এখন মেৰামতি কৰোঁতে হেনো তিনি বছৰত একলাখ টকা খৰছ পৰিল। এই কথাত আমাৰ হৰিষাদো নাই, বিষাদো নাই। সাগৰৰ জলনো বান্দৰে খাই কি অন্ত কৰিব? মাথোন কথাটোহে কৈছোঁ—বোলোঁ, কেৰেলাতকৈ গুটি দীঘল হৈছে।

## শোট-মোছ ধুমুচ্

যোৱা বছৰৰ গৰম কালিৰ কথা। এক মাৰোৱাৰী দম্পতী 'দেছ'লৈ যাবলৈ গুৱাহাটী এক্সপ্ৰেছত উঠিছিল। টিকট কিনিবৰ সময়ত টকা ধুই পানী-খোৱা মহাজনে ঘৈণীয়েকলৈ ওপৰ শ্ৰেণীৰ আৰু নিজলৈ তল শ্ৰেণীৰ টিকট কিনিলে। হিচাপত দেখা গ'ল, মহাজনৰ কেইবা টকাও ৰাহি হয়। মহাজন বৃকোদৰ পুৰুষ। পেটৰ আয়তন বুজাবলৈ অসমীয়াত শব্দৰ আটক, তথাপি ঢৌ-পেটা বুলিব পাৰি। মুঠতে পূৰা দুকুৰি বছৰৰ নাড়ী-ঢোৰোকাকৈ চুৰিয়া পিন্ধি, দিনে চাৰিঘণ্টাকৈ ঘিউ মালিচ কৰাতহে যে ইমানটো পেট হৈছে সেইটো ঠিক। চৰকাৰী বাছৰ বেঞ্চবোৰ আকৌ ইয়াৰ বিপৰীত, যিমান পাৰে সিমান ঠেক। এবাৰ সোমালে ওলাব নোৱাৰি, ওলালে সোমাব নোৱাৰি। বৃকোদৰ মহাজনেও কষ্ট কৰি ভিতৰলৈ নোসোমাই, তলশ্ৰেণীৰ দুৱাৰ মুখৰ বেঞ্চ এখনতে বহিল। গাড়ীৰ গতি বঢ়াৰ লগে লগে থেকেচনিও আৰম্ভ হ'ল। ডেৰশ মাইল বাট পাৰ হৈ বাছ ইতিমধ্যে নগাওঁ পালেগৈ। থেকেচনিত মহাজনৰ কঁকালৰ বিষে উক দিবলৈ ধৰিলে। সেইদিনা যাত্ৰী অলপ সেৰেঙা, গতিকে মহাজনে কঁকালৰ বিষ পাতলাবলৈ একেবাৰে শেষৰ গাদীখনত (বেঞ্চখনত) দীঘল দিলেগৈ। বহুত মাৰোৱাৰী

মানুহ অসমলৈ আহোঁতে ঘটী এটা মাথোন লৈ আহে আৰু যাবৰ সময়ত সোণ চুঁচি লৈ যায়। অসমলৈ আহি যে মহাজন চহকী হৈছে, সেইটো দেখুৱাবলৈ তেওঁ দেশলৈ যাওঁতে ঘটীৰ পৰিবৰ্তে বাল্টি এটা লৈ গৈছিল আৰু সেইটো বেঞ্চৰ তলতে ভৰাই থৈছিল। বাল্টিৰ ভিতৰত অৱশ্যে কিবাকিবি পিতলৰ পাত্ৰ দুটামান আছিল আৰু থেকেছুনিত বাল্টিটো আগ্‌-বাঢ়ি আহি দুয়োখন বেঞ্চৰ মাজতে বৈছিল। চলন্ত বাছখন তীব্ৰগতিৰে গৈ থাকোঁতে জাগীবোডৰ ওচৰত এটা গাঁতত পৰি জাপ মাৰি উঠিল আৰু বাছৰ পিছফালে গেমেহ কৰে কিবা এটা পৰাৰ শব্দ হ'ল আৰু লগতে ঘৰংকৈ বাল্টিটো বাজি উঠিল। আটাইবোৰ যাত্ৰীয়ে ঔৎসুক্যৰ ভঙ্গীত উলটি চাই দেখে বৃকোদৰ মহাজনে বাগৰি পৰি বেঞ্চত দুখনৰ মাজৰপৰা হোঁহকা-পিচলা কৰি পেটটো উলিযাবলৈ চেষ্টা কৰিছে। সহানুভূতিৰ সলনি দৃশ্যটো দেখি আটাইবোৰ যাত্ৰীয়েই পাৰেমানে হাঁহিলে। একেবাৰে শেষৰ বেঞ্চখনত বহি শোট-মোছ ধুমুচ হৈ পৰা বৃকোদৰ মহাজনৰ অৱস্থা দেখি একেবাৰে আগত বহা মহাজনৰ ঘৈণীয়েকৰ বাৰু মনটো কেনেবা কেনেবা লগা নাছিল নে'? পিছে আনবো লাগিলেহেঁতেন।

## জালকে বুলিলে জকাই

আমাৰ ভাষাত কথা এষাৰ আছে—'জালকে বুলিলে জকাই; এন্ধাৰে-মুন্ধাৰে চিনিব নোৱাৰি, পৈয়েকক বুলিলে ককাই।' কোন এলাইবাদু তিৰোতাই পৈয়েকক ককাই বুলি এই বদনাম কৰি থৈ গ'ল, তাকে মানুহে আজিও সোঁৱৰাই থাকে। এইখিনিতে আমি কথা এটি ক'ব খুজিছোঁ— পিছে, এইটো আন্ধাৰ মুন্ধাৰৰ কথা নহয়, দিন-দুপৰৰে কথা। শিৱসাগৰৰপৰা গৈ গুৱাহাটী বাছ-ষ্টেশ্যনত নামি আমাৰ এজন লগৰীয়াৰ লগত উজানবজাৰ বুলি যাবলৈ ৰিক্সাৰ যোগাৰ কৰোঁতেই ১৫/১৬ বছৰীয়া ল'ৰা এজন আহি তেওঁক মাত লগালে— "ভিনদেউ, আপুনি আহিলে।" এই মৌ-বৰষা সম্বোধনটো শুনাৰ পিছতো আমাৰ লগৰীয়াই ল'ৰাটোৰ ভৰিৰেপৰা মূৰলৈকে চাই ক'লে—"মই দেখোন তোমাক চিনি পোৱা নাই। তেতিয়া ল'ৰাটিয়ে ক'লে— "মই অমুক। আপুনি জানো অমুক বৰুৱা নহয়।" আমাৰ লগৰীয়াই গহীন লগে লগে ল'ৰাটিৰ কাণ-মূৰ ৰঙা হৈ উঠিল আৰু থিতাতে কেনি পলাল, ধৰিবই নোৱাৰিলোঁ। তেতিয়া যদিও হাঁহি উঠিছিল, পিছত ভাবিলোঁ— এইটো আমাৰ এই ৰেবৰ্ঘেৰী ৰাছৰেই পৰিণতি। সেইদিনা চাগে বাছত ভিনিদেৱেক অহাৰ কথা আছিল আৰু বাছত টিকট নেপাই

কৰবাত থাকি আহিল আৰু মৰমৰ খুলশালীয়েকে চেহেৰাৰ মিল থকা আমাৰ লগৰীয়াজনকে ভিনিয়েক পাতি আদৰি নিব খুজিছিল। বাছৰপৰা নামিয়েই মৌ-বৰষা ভিনদেউ সম্বোধন পোৱাৰ বাবে আমাৰ অবিবাহিত লগৰীয়াই আমাক চাহ-মিঠাই খুৱাবলগীয়া হ'ল। পিছে আমাৰ ৰসিক বন্ধু এজনে তেওঁক ক'লে— "তোমাৰ যদি ক'ৰবাত 'ভিনদেউ' হ'বলগীয়া আছিল, ইয়াতে খণ্ডি গ'ল।" লগৰীয়াই উত্তৰ দিলে—"তেনেহ'লে, বেজাৰহে পালোঁ।"

## উঁৱালী বাবুৰ কেঁচুৱা

এইটো মাঘ মাহৰ কথা—'পুহত কল, মাঘত জল; যি খায়, তাৰ গাত সাত ভতৰাৰ বল।' ঘণ্টাই ঘণ্টাই পানী খোৱা আমাৰ চৰকাৰী বাছবোৰৰ গাত, সাত ভতৰাৰ ঠাইত সাতোটা গঁড়ৰ সমান বল থাকে। তাতে মাঘমহীয়া ডাৱৰীয়া বতৰত পানী খোৱা বাছৰ যে কথাই নাই। গুৱাহাটীৰপৰা জালুকবাৰীলৈ বাতি, সাত বজাত যাবলগীয়া বাছখন মাছখোৱা ষ্টেশ্যান পাই নচলা হ'ল। খা-খবৰ কৰি গম পালোঁ লাইট বেয়া হ'ল। কেইবাবাৰো ড্ৰাইভাৰে উমানে উমানে লাইটৰ তাঁৰবোৰ টিপাটিপি কৰি নামি গ'ল। তাকে দেখি এজনে এটা ফকৰা ৰচি আওৰালে— 'মৰিলেও নমৰে ডবাখেলৰ নাইট; জ্বলালেও নজ্বলে ট্ৰেন্সপৰ্টৰ লাইট।' খন্তেকমান সময়ৰ পিছতে ড্ৰাইভাৰে হাতত এমুঠি মমবাতি লৈ আহি, তাৰে এডাল জ্বলাই ওচৰতে থকা আন এখন ভাল লাইটৰ গাড়ীৰ তাঁৰবোৰ টিপাটিপি কৰি আছে আৰু লাইট দুটা জ্বলিছে আৰু নুমাইছে। আমাৰ গাড়ীৰ ড্ৰাইভাৰে আন এখন গাড়ীত লাইট ভাল কৰা দেখি আমাৰ বাছৰপৰা নামি গৈ তেওঁক সুধিলোঁ—"এইখন বাছ বিশ্ববিদ্যালয়লৈ যাব নেকি?" ড্ৰাইভাৰে অতি ব্যস্ততাৰ মাজতে ক'লে— "হয়।।" তেতিয়া আমি আকৌ সুধিলোঁ— কেতিয়া যাব?" এইবেলি ড্ৰাইভাৰে মুখ তুলি যাত্ৰীহীন বাছখনৰ ভিতৰলৈ চাই কলে— "এই এইখন মোৰ গাড়ী নহয় দেখোন।" অৰ্থাৎ ড্ৰাইভাৰে নিজৰ লাইট বেয়া গাড়ীখন পাহৰি আন ভাল গাড়ী এখনতে সোমাই লাইটৰ তাঁৰবোৰ টিপিটিপি কৰি আছে। ড্ৰাইভাৰে নিজৰ ভুল বুজিব পাৰি ততাতৈয়াকৈ নামি আহি আমাৰ গাড়ীত সোমাই কামত লাগিল। তাকে দেখি তেওঁ শুনাকৈ আমাৰ এজন মুখচোকা সহযাত্ৰীয়ে ক'লে— "এওঁ যদি ভুলতে নিজৰ তিৰোতা এৰি, আনৰ তিৰোতা এগৰাকীকে ধৰি আনে তেনেহলে বাৰু কি হ'ব? আন এজনে উত্তৰ দিলে "বাৰ বাজিব।" ড্ৰাইভাৰে মাথোন হাঁহিলে। অসমীয়া বুঢ়াগৰু ছালত জীৱটো সোমাই থকালৈকে যেনেকৈ হাল টানিব লাগে, অসমীয়া চৰকাৰৰ বাছেও

তেনেকৈ মানুহ টানিব লাগে। টিমিক্ ঢামাক্ লাইটৰ পোহৰত বাছ গৈ মালিগাৱঁৰ অভাৰব্ৰিজ্ পালেগৈ। তাত উঠি গৈ থাঁকোতে হঠাতে লাইট নুমাই গল। ড্ৰাইভাৰে গাড়ীখন আন্ধাৰে-মুন্ধাৰে ৰখাই আকৌ মম এডাল জ্বলাই লৈ লাইটৰ তাঁৰবোৰ টিপাটিপি কৰিবলৈ ধৰিলে। শেষত ভিতা-কেছা লগাত কলে "ভবাঁনী বাবুৱে কেণ্ডেলডাল দিছিল বুলিহে।" কথাষাৰ শুনি হাঁহিলোঁ আৰু ড্ৰাইভাৰে ইঞ্জিনৰ ভিতৰতে মমডাল জ্বলাই লৈ শামুকীয়া গতিত গাড়ী চলাই নিবলৈ ধৰিলে। আমি আটাইবোৰ গাঁথিত জীৱ বান্ধি বাছৰ লগে লগে আগ বাঢ়িলোঁ। ভবাঁনী বাবুৰ কেণ্ডেল সাৰ্থক হল।

## ঘেৰ্ ঘেৰী বাছ

আজিকালি ডিব্ৰুগড় আৰু গুৱাহাটীৰ মাজত' এখন 'এক্সপ্ৰেছ' বাছ চলে। এইখন জানিবা সাক্ষাৎ মধ্য যুগৰ ৰজাৰ ৰথ। বা-বিষয়া লগুৱা-লিকচৌ, আটাইবোৰই এই গাড়ীখনৰ বেলিকা সাৱধান। অৱশ্যে 'নতে-নঅঁৰা; পুৰণি হলে ছঅঁৰা' এইটো দেশৰ নিয়মেই। কথাতেই কয় নহয়, গাখীৰতকৈ বগা হলে শুকিলাহে বোলে। এদিন এই এক্সপ্ৰেছখন গুৱাহাটীৰ পৰা ডিব্ৰুগড় মুৱা হৈ গৈছিল। গাড়ীখন গৈ জখলাবন্ধা পাৰ হোৱাৰ পিচতে ঘেৰ্ ঘেৰ্ কৰি বৈ গল। ড্ৰাইভাৰে ইঞ্জিনতেই কিবা মহিমা কি কালিকা লাগিলে বুলি ইঞ্জিনৰ ঢাকনিখন গুচাই কিবাকিবি কল-কব্জা একৰাই পেলালে। তাৰ পিছত দেখে যে ইঞ্জিন বেয়া হোৱা নাই। কথাটো ভালকৈ টং কৰি চাওঁতে ধৰা পৰিল—— গাড়ীত তেলহে নাই। কথাটো দেখি কেনোবাই হাঁহিলে, কোনোবাই দাঁত- মুৰ কামুৰিলে। এইবেলি যাত্ৰীয়ে চান্দা তুলি ইপিনৰ পৰা অহা ট্ৰাক এখনৰপৰা দুগেলনমান ডিজেল কিনি দিলে। এইবাৰ ড্ৰাইভাৰে আকৌ গাড়ীত উঠি ষ্টাৰ্ট দিলে। ওঁহো, ষ্টাৰ্ট নহয়; ঘেৰ্ঘেৰ্ ঘেৰহে কৰে। অশেনত ড্ৰাইভাৰে খচ্ মচ্ কৈ খুলি পেলোৱা কল-কব্জা আকৌ লগাওঁতে ক'ৰবাত বিজুতি লাগিল। আকৌ বহুত পৰ হেঁচা- পোটকা কৰি কৰি যেনিবা ঘেৰ্ ঘেৰণি মাৰ নিয়াই ষ্টাৰ্ট কৰিলে। এইবেলি গাড়ীৰ শেষত হামিয়াই-হেকটিয়াই বহি থকা এজনে মান্তব্য কৰিলে "মানুহে কয় এইখন এনেয়ে এচ্‌পেচ্ নহয়, ইবোৰৰ নিচিনা ঘেৰ্ঘেৰী বাছহে।"

## গাড়ীত চকা নাই

এদিন যোৰহাটপৰা শিৱসাগৰলৈ যাবলৈ বুলি আহি বাছ-ষ্টেশ্যন পালোঁহি। এখাৰ ৰজাৰ বাছ চৰকাৰী নিয়মমতে কেইৱজাত যায় কব নোৱাৰোঁ কিন্তু টিকট সময়মতে দিলে। টিকট লোৱা মানুহে গাড়ীৰ

নম্বৰমতে 'যোৰহাট-শিৱসাগৰ' লিখা গাড়ীত গৈ উঠিল। লাহে লাহে এঘাৰ বাজি গল' এনেতে এজন কৰ্ম্মচাৰী উধাতু খাই আহি কলে— "হৰি, গাড়ীত চকাই নাই।" শেনটো হৈ উঠি ফেঁচাটো হৈ নামি তললৈ চাই দেখোঁ— সোঁপিনৰ পিছ চকা দুটা নাই। আমাৰ লগৰে এজন মৰাৰ মুখত হাঁহি উলিয়াবপৰা ৰসিক বন্ধুৱে কলে— "গাড়ীত চকা নোহোৱাটো আগতেই দেখিছিলোঁ। পিছে, চৰকাৰী বাছ নহয়, চকা নোহোৱাকৈ চলে বুলিহে উঠিছিলোঁ। এঘাৰ বজাৰপৰা চৌফলীয়া ৰ'দত খৰলি খাই খাই খাই যেনিবা এঘাৰ বজাৰ বাছ এক বজাত শিৱসাগৰ বুলি ৰাওনা হল। চৰকাৰী বাছৰ মহিমা আমাৰ নিচিনা পথালিচকুৱা নৰমনিচে কি বুজিম ?

(২)

"খেৎতেৰি লেতেৰী  
মাটি-কলী ফাপৰী  
নেপাইহে আনিলোঁ তোক।"

কোন ৰণত পৰি কলীয়া হোৱা তেল নাইকিয়া ফপৰীয়াই মাটি কলী ফাপৰী তিৰোতা আনি এইদৰে পিছত অনুশোচনা কৰিছিল ক'ব নোৱাৰোঁ, পিছে কথাটো হ'লে কাললৈকে ৰৈ গ'ল। আমাৰ দশা সেয়ে। নেপাইহে আৰু নোৱৰাতহে আমি সেই ঘেৰঘেৰী বাছত উঠি হেলৌ-হেচৌ কৰিবলগীয়া হয়। এদোণ ধানৰ পিঠা খুন্দি জগতখনতে ৰজনজনাই যোৱাকৈ যহাই ফুৰা ফোপজহী ৰঙাইৰ দেউতাকে এখন মটৰ গাড়ী কিনিলে। ওচৰৰে বুঢ়া এজনে তাকে দেখি সুধিলে, "বোপাই, গাড়ীখন ভালনে ?" ল'ৰাই উত্তৰ দিলে— "গাড়ী নতুনেই, পিছে চলিবৰ সময়ত হৰ্ণটোৰ বাহিৰে গোটেই গাড়ীখনেই মাত দিয়ে।" আমাৰ চৰকাৰী বাছবোৰৰ অৱস্থাও সাইলাখ এই নতুন গাড়ীখনৰ দৰেই। সেয়েহে নিতৌ এটা নহয় এটা কালিকা লগা কাহিনী শুনিবলৈ পাবই।

## পানী নপৰি গাখীৰ পৰিবনে

এদিন শ্বিলঙলৈ গৈছিলোঁ। বাটতে এজাক বৰষুণে পালে। বৰষুণ অলপ বেছি হ'ল। লাহে লাহে বাছখনৰ চালেদি উৰুখিবলৈ ধৰিলে। যাত্ৰীসকলৰ মাজত সমালোচনা হ'বলৈ ধৰিলে আৰু দুই এজনৰ গাত বাৰুকৈয়ে পানী পৰিল। বাছত এজন কংগ্ৰেছী এম-এল-এও আছিল।

তেওঁকে শুনোৱাই দুজনমানে আষাৰচেৰেক টান কথা ক'লে। তেৰাই, গহীন গম্ভীৰ হৈ নীৰৱেই থকা দেখি আমি মাত লগালোঁ—"বোলোঁ চৰকাৰে পাৰোঁতেনো গঁড়ৰ ছবিটোৰে টৈলপর্টৰ প্ৰতীক কৰি লৈছেনে? শিল চিকুটি ঘা লগাব পাৰিলেও গঁড়ৰ ছালত চিকুটি ঘা লগাব নোৱাৰি। চাই-চিতিহে ছাল ডাঠ চাই এইটো প্ৰতীক কৰি লৈছে।"

আন এদিনৰ কথা। যোৰহাটৰ পৰা নগাওঁমুৱা বাছত গৈ আছোঁ। এনেতে আহিল ডবাপিটা বৰষুণ। খন্তেকমানৰ পিছতে কেইবা ঠাইতো উকখিবলৈ ধৰিলে। লগে লগে বেঞ্চৰ তলে তলে পানী বাগৰি আহি কেইজনমানৰ ছুটকেছ আৰু টালি-টোপোলা তিয়াই দিলে। ল'ৰাৰ ক্লাছৰ একেবাৰে আগৰ বেঞ্চত বহি যোৱা এহাল ডেকা গাভৰু যাত্ৰীয়ে বেছিকৈ—'পানী পৰিছে, পানী পৰিছে' বুলি তৰ্জন-গৰ্জন কৰিবলৈ ধৰিলে। দুই চাৰিজনে তেওঁবিলাকৰ লগতে উজান দিলে। কিন্তু এজন বুঢ়াই গহীনাই উত্তৰ দিলে, "বোপা, ল'ৰাৰ ক্লাছত পানী নপৰি গাখীৰ পৰিব লাগে নে?" ইতিমধ্যে বৰষুণো এৰিলে। সেই সময়ত কণ্ডাক্টৰজনে কি মূৰ্তি ধৰি আছিল মন কৰিবলৈ নহ'ল।

## কাকনো বুলিম কৰা

এদিন আমাৰ অসমৰে কোনো এখন নগৰৰ চাৰিআলি এটাত যান-বাহন নিয়ন্ত্ৰণ কৰা এজন পুলিচৰ কাষতে এজন লগৰীয়ালৈ বাট চাই ৰবলগীয়া হৈছিল। পুলিচজনেও চাৰিআলিৰ কাষলৈ নামি গৈ আমাৰ ওচৰতে এজন মাৰোৱাৰী ভদ্ৰলোকৰ (দেখাত) লগত কথা বতৰা পাতি আছিল। সেই সময়ত গাড়ী-ঘোঁৰা নিজে নিজেই নিয়ন্ত্ৰিত হৈছিল। কথা-বতৰাৰ মাজতে ইজনে পুলিচ জনক সুধিলে, "আচ্ছা, আপোনাসকলে এইবোৰ কেছ নধৰে কিয়?" পুলিচজনে গহীনাই উত্তৰ দিলে, "এইবোৰ লাপিলুপা—সক কেছ ধৰি ফুৰিলে আমাৰ ডাঙৰ কেছ ধৰিবলৈ সময় ক'ত?" মোৰ হাঁহি উঠিছিল যদিও ভাবিলোঁ: সঁচা কথা। এনেতে মাৰোৱাৰীজনে আকৌ ক'লে, "ঠিক কথা। পিছে বহুত ধৰা কেছবো চাৰ্জ-চিট নিদিয়ে কিয়?" এইবাৰ পুলিচে তাচ্ছিল্যৰ সুৰত ক'লে, "হেঃ। এটা কেছৰ চাৰ্জ-চিট দিবলৈ হ'বলা কমবোৰ লিখালিখি কৰিব লাগে?" এই বেলিহে আচল তথ্যটো উপলব্ধি কৰিব পাৰিলোঁ। ৰামায়ণৰ বেলিকা কলথোকা বাদুলিয়ে খোৱাৰ কথাটো এইবাৰেই উলিয়াবলগীয়া হ'ল যে আমাৰ আইন শৃঙ্খলাৰ গৰাকীৰ মুখত নো কেনেকুৱা কথা ওলায়। আচলতে ক'ব খুজিছিলোঁ যেবুঢ়েৰী বাছৰ এটা কাহিনী আৰু এজন সৰহীয়া বেতন পোৱা চৰকাৰী চাকৰিয়াল

আৰু ব্যৱসায়ীৰ কথা।

এই বছৰৰে জানুৱাৰী মাহৰ কথা। দুজন মানুহ যোৰহাটৰ পৰা গুৱাহাটীলৈ যাব। গুৱাহাটী এক্সপ্রেছত তেওঁবিলাকে শিৱসাগৰৰ পৰাই দুটা টিকট বুক কৰিছে; কিন্তু মানুহ উঠিব যোৰহাটত। এই কথা গম পাই যোৰাহাটলৈ যাবলগীয়া উপৰোক্ত পুৰুষ দুজনে সেই টিকট দুটাকে লৈ, তাকে দেখুৱাই যোৰহাট পালেগৈ আৰু যোৰহাটত আচল মানুহ দুজনক টিকট দুটা দি দিলে। টিকট হেনো 'নট্ ট্রেন্সফাৰেবল'। কথাটো দেখি শুনি আইনমতে অন্যায় যেন দেখি অভিযোগ এটা উত্থাপন কৰিবলৈ বুলি 'কমপ্লেইন বুক' বিচাৰিলোঁ। কণ্ডাক্টৰে নিৰ্ভীকচিত্তে উত্তৰ দিলে—"বহী নাই।" আমিও ঠোঁট মুখ চেলেকি ডিভিজনেল ছুপাৰিনটেণ্ডেণ্টৰ ওচৰ পালোঁগৈ। কমপ্লেইন বুক নাই বুলি কাগজ এখিলাতে কথাটো লিখি দিলোঁ। ঘটনাটো পিছত ফুটুকাৰ ফেনেই হ'ল নে, কিবা গুটি ধৰিলে, গম নেপালোঁ। বেলত টিকট নোহোৱাৰ বাবে স্কুলীয়া ল'ৰাক দোষাৰোপ কৰোঁ। এইবেলি বাছত চৰকাৰী চাকৰিয়ালকে পাই ক'লোঁ, "কাকনো বুলিম ককা, আটাইৰে দাড়ি-চুলি পকা।"

## টেকেলি ফুটা বাছ

এই বছৰৰ এপ্রিল মাহৰ শেষৰ সপ্তাহৰ কথা। টেকেলি ফুটি জোল যোৱা গাখীৰ এভাৰ লৈ গৈ শাহুৱেকৰ আগত ভেচভেচীয়া হোৱা জোঁৱাই বহুত আছে। আমি কাৰোবাৰ জোঁৱাই নহ'লেও আৰু তলি ফুটা টেকেলি জোকাৰি শাহু আইৰ আগত চৰখৰীয়াত নপৰিলেও চৰকাৰী বাছত চৌঠেঙীয়াত পৰি অৰ্থনাশ আৰু মনস্তাপ পাইছোঁ। কথা এষাৰ আছে—বোলে, 'কোনো মৰে হাড়ে-হাড়ে, কোনো মৰে মঙহ ভাৰে'। কোনোবাই বিচাৰি হাবাথুৰি খায় আৰু কোনোবাই আঁঠুমূৰতে সোণ পায়। যোৰহাটৰ পৰা মৰিয়নী হৈ গোলাঘাটলৈ যোৱা চৰকাৰী বাছৰ লাইনটোৰ কথাও তথৈবচ। কমাৰবন্ধা আলিয়েদি তাকৰ সময়তে তাকৰ পইচা দি গোলাঘাটলৈ নগৈ চৰকাৰী বাছৰ ঘেৰুঘেৰণি শুনি কোন যাব? তথাপি বাছ লাইন আছে। 'ৰজাই ভাল বোলে যাক, দোলাঘোঁৰাও নেলাগে তাক।' পিছে যাত্রীৰ সংখ্যা আঙুলিমূৰত লিখিবলগীয়া হোৱাত কৰ্তৃপক্ষই উপায় নেপাই য'তে ডাঙৰ গছ একোজোপা আছে, তাতেই গাড়ী ৰখাবলৈ অনুমতি দিছে আৰু এতিয়া মানুহ উঠক বা নুঠক, নামক বা নেনামক, ড্রাইভাৰে গছ এজোপা দেখিলেই গাড়ী ৰাখে।

এতিয়া ঘাই কথালৈ আহোঁ। যোৰহাটৰ পৰা বাছখনত গৈ

তিতাবৰ বাছ-ষ্টেশ্যন পালোঁগৈ। বাছ-ষ্টেশ্যন মানে এখন চালি। বিস্কিউজী দোকানীয়ে কাৰোবাৰ দোকানৰ পিৰালিত দোকান দিয়াৰ দৰে তিতাবৰ বাছ-ষ্টেশ্যনটোও দেছুৱালী দোকানীৰ পিৰালিত পতা এখন সৰু দোকান মাত্ৰ। বাছ ৰ'ল। আমিও এইছোৱা বাছৰ 'নৃত্য-ভঙ্গীমাত জঠৰ হোৱা ভৰি-হাত পোনাবলৈ নামি গ'লোঁ ইফাল-সিফাল কৰোঁতে হঠাতে দেখিলোঁ বাছৰ টেংকিটোৰ পৰা ডিজেলবোৰ পিৰ্-পিৰ্‌কৈ পৰিছে। তলত এটা চৰিয়া পাতি থৈছে— ঘৰৰ উকথনি পানী ধৰিবলৈ পাতি থোৱাদি। সেইটো আচল চৰিয়াও নহয়, কিছুমান মটৰ গাড়ীৰ ৰিমটোৰ গাত যে শাঁকৰ এখন থাকে, সেই বস্তুটোহে। বাছ তাত ৰৈ থকা সময়খিনিত তাত ডিজেল পৰি থকা দেখি আমি আতঙ্কিত হৈ সুধিলোঁ,—"এইটো দেখোন ফুটা।" গাড়ীৰ কণ্ডাক্টৰজনে গহীনাই উত্তৰ দিলে,—"হয়।" তেওঁ সিমান অস্বাভাৱিক গহীন হোৱা দেখি খং উঠিলত ক'লোঁ— "এইদৰে ওৰে বাটটো তেল পৰি গৈ থাকিলে গোলাঘাট নেপাওঁগৈ বা?" তেতিয়া ড্ৰাইভাৰজনে গোঁফৰ তলতে হাঁহি এটা মাৰি ক'লে—. "ভয় নাই। যোৰহাটৰ পৰা গোলাঘাটলৈ তিনি গেলনহে তেল পোৰে। ইয়াত চৌবিশ গেলন ভৰাই দিছোঁ।" এইবেলি আশ্বস্ত হ'লোঁ— একুৰি চাৰিগেলনৰ একুৰি একগেলন পৰিলেও বাকী তিনি গেলন নপৰে। তথাপি আমাৰ মাজৰে উপদেষ্টা লায়েকৰ যাত্ৰী এজনে উপদেশ আগবঢ়ালে—"চৰকাৰী তেল পাইছা। পেলাবৰ মন গৈছে, একে ঠাইতে পেলোৱা। যোৰহাটৰ পৰা গোলাঘাটলৈকে এইদৰে গোটেই বাটটোতে চেৰেলিয়াই যাবলৈ কিহে পাইছে?" কথাষাৰ শুনি ড্ৰাইভাৰ-কণ্ডাক্টৰে যিটো ভঙ্গী দেখুৱালে, তাৰপৰা ভাব হ'ল—'গড়গএগা হাতী, টিকায়ো নকৰে কাটি।'

## বিয়া আহিল—দৰাহে থাকিল

এইখন যোৰহাটৰ এজন বয়সীয়া এডভোকেটৰ চিঠি। আমি হুবহু তুলি দিছোঁ। যোৱা ২৪ মে'ৰ দিনা ৰাতিপুৱা ৮-১৫ ৰ যোৰহাট-আমগুৰিৰ বাছত টিয়কলৈ গৈছিলোঁ। টিকট দিলে। সময় পাৰ হৈ গ'ল। তেতিয়াও গাড়ী নাই। খবৰ লৈ জানিব পাৰিলোঁ গাড়ী হেনো তেল আনিবলৈ গৈছে। তেলেই আনিলে নে আন কিবাই আনিলে, আহি ৮-৩০ মানত গাড়ী ষ্টেশ্যন পালেহি। এইবেলি জনচেৰেকে ইঞ্জিনটোত হাত লগালে। তাৰ পিছত ৮-৪০ মানত যাত্ৰী লৈ বাছ চলিল। চলিলহে চলিল, লুক্কীহাট পায়েই বাছ ৰৈ গ'ল। ড্ৰাইভাৰে খৰখৰকৈ নামি গৈ ৰেডিয়েটৰটোৰ সাঁফখন একবাই দিয়াৰ লগে

লগেই ধোঁৱা ইমান কোবেৰে ওলাবলৈ ধৰিলে যে সেইটো ইঞ্জিন নহয়, যেনিবা সাক্ষাৎ সৰুসুৱা আগ্নেয়গিৰি। হো-হোৰনিৰ মাজতে কোনোবাই কোৱা শুনিলোঁ, "আৰু খন্তেকমান থকা হ'লেই ইঞ্জিনত জুই জ্বলিলেহেঁতেন।" মনে মনে ভাবিলোঁ— আগ্নেয়গিৰিত জুই নজ্বলি পানী ওলাবনে? তাৰ পিছত ড্ৰাইভাৰ আৰু কণ্ডাক্টৰৰ ব্যস্ততা—ইঞ্জিনত পানী ঢালিবলৈ পাত্ৰ বিচাৰি আলিৰ কাষৰ দুঘৰ মানুহৰ পৰা এটা বদ্না আৰু এটা ঘটি আনি খালৰ পানী ঢালিবলৈ ধৰিলে। পিছে, একাজলি পানীৰে কি জ্বলা জুই নুমুৱাব? বহুতপৰ যুঁজি যুঁজি কোনোমতে ইঞ্জিনটো শান্ত কৰিলে। তাৰ পিছত হোঁহকা-পিছলা কৰি কৰি গাড়ী আকৌ যোৰহাটমুৱা হ'ল। এইবাৰ গম পালোঁ—গাড়ীৰ হেনো কিবা 'হোচ পাইপ' ফাটিল। গাড়ী গৈ পুনৰ যোৰহাট বাছ ষ্টেশ্যনত ৰ'লগৈ। তেতিয়া জনচেৰেক যাত্ৰীয়ে টিকনিৰ আগতে খংটো লৈ টিক্‌চি বিক্‌চি উঠি তাৰ বিষয়াজনক কিবাকিবি ক'লেগৈ। তেতিয়া তেওঁ হাঁহি হাঁহি ক'লে—"যন্ত্ৰৰ কথা। কেতিয়াবা বেয়া হয়, কি কৰিব? যন্ত্ৰ আৰু এনেকুৱা বস্তু নহয় যে মন্ত্ৰ মাৰি ভাল কৰিব। অলপ ৰ'ব। আন এখন গাড়ী পঠাই দিম।" এইবুলি আন এখন গাড়ী বিচাৰি গেৰেজলৈ গ'ল। কিন্তু যোৰহাট বাছ-ষ্টেশ্যনৰ বিশেষত্ব এই যে ইয়াত যিমান চলিব পৰা গাড়ী আছে, অচল গাড়ীৰ সংখ্যা তাৰ দুগুণ। কেতিয়াবা আপুনি অফিচৰ পিছফালে চকু দিলেই গম পাব।

নতুন গাড়ী নাহিল। অলপ পিছতে এজন মেকানিক আহি ক'লে,—"এইখন গাড়ীয়েই ঠিক আছে। যাব পাৰিব।" ডাঃ ভূবনেশ্বৰ বৰুৱাই ৰোগী সম্পৰ্কে কৰা মন্তব্য মানুহে বিশ্বাস কৰাদি যাত্ৰী সকলেও মেকানিকৰ কথাতে বিশ্বাস কৰি পুনৰ ঠায়ে ঠায়ে উঠি বহিল। ড্ৰাইভাৰে হাততে হেৰোৱা এঘণ্টা সময় পূৰাবলৈ যিমান কোবেৰেপাৰে খণ্ডত গাড়ী চলাই দিলে। এইবেলি গাড়ী আহি ভোগদৈৰ দলং পালেহি। যাত্ৰীবোৰে খুব হাঁহিছে। পিছলৈ মুখ ঘূৰাই গম পালোঁ—কণ্ডাক্টৰজনকে এৰি থৈ আহিল। মনতে ভাবিলোঁ— বিয়া আহিল, দৰাহে থাকি আহিল। ভোগদৈৰ দলং পাৰ কৰি ড্ৰাইভাৰে গাড়ীখন ৰখাই দিলে। বোধকৰোঁ ইতিমধ্যে ড্ৰাইভাৰেও গম পাইছিল। অলপ সময়ৰ পিছত আন এখন গাড়ীয়ে কণ্ডাক্টৰজনক লৈ আহি যেনিবা নমাই দিলেহি। কণ্ডাক্টৰ গাড়ীত উঠিল। যাত্ৰীবোৰে পাৰেমানে হাঁহিলে। তাকে দেখি বঙালী যাত্ৰী দুজনে কোৱা-কুই কৰিলে, "আসামীৰা কি ৰকম লোক? গণ্ডগোল না কৰে কেবল হাসছে।"

# বিয়েৰিং চিঠি

মৰমৰ সীমা,

তোমালৈ লিখা বিয়েৰিং চিঠিৰ নকলবোৰ সাঁচি থৈছোঁ, কিন্তু সাঁচি থৈ কি লাভ? শগুণে উমনি দি থকা কণী বাহৰপৰা পাৰি আনি সিজাই আকৌ বাহত তুলি থৈ আহিলে যথা সময়ত পোৱালি ওলায়। মৰা শৰ ওপৰত বজা হোৱা শগুণে হেনো মৃতসঞ্জীৱনী লতা চিনি পায়। তাকে আনি সিজোৱা কণীত পৰশ দিলে সিজা কণীৰপৰা পোৱালি ওলায়। মইতো মৃতসঞ্জীৱনী চিনি নেপাওঁ যে আমাৰ মৰা অতীতটো জীয়াই তুলিম। আমাৰ অতীত শগুণৰ সিজা কণী নহয়, হাঁহ-কুকুৰাৰ ঘোলা কণীহে। সেই বুলি অতীতটো অস্বীকাৰ কৰিব নোৱাৰি। আজিকালি তোমালৈ ডাক টিকটৰ ফুল বাছি চিঠি দিলে তুমি হেনো নোপোৱা। চিঠিবোৰো হেৰায়। সেই বাবে বিয়েৰিং চিঠি লিখিবলৈ দিহা কৰিলোঁ। বিয়েৰিং চিঠি দিলে পিঠিত অৰ্ধ চন্দ্ৰৰ চাপ লৈ চিঠি চলি যায়, আৰু তুমি যদি সেই চিঠি অৱিহণা যেৰা দি গ্ৰহণ নকৰা তেনেহলে 'বুমেৰাং' অহাদি সেই চিঠি মোলৈ উলটি আহে। লাভ নহ'লেও মোৰ মূলধন অটুট থাকে। এইদৰে বাতিক দিন কৰি, এই চিঠিবোৰ লিখিছোঁ। চিঠি লিখোঁতে ওলোৱা চকুপানীবোৰ গোটাই থোৱা হ'লে তুমি বাহী মুখ ধুবই পাৰিলাহেঁতেন; তপত হমুনিয়াহ লাগি ধান আখৈ হ'লহেঁতেন, চিন্তাত তপত হোৱা তালুত চাউল কৰাই হ'লহেঁতেন। উস্ কি উৎকট পৰিস্থিতি!

ভদ্ৰতাৰ খাতিৰত আনৰ চিঠি পঢ়িব নেপায়। কিন্তু কিছুমান ডাকঘৰৰ চাব লগা চিঠি দেখিলেই মনটো লিকলিকাই থাকে। কেতিয়াবা চুৰকৈ এনেকুৱা চিঠি পঢ়াৰ অভ্যাস বহুতৰে আছে। এবাৰ এগৰাকী সদ্য বিবাহিতা শিক্ষিতা ভদ্ৰ মহিলালৈ তেওঁৰ পুৰণি পঢ়াৰ প্ৰেমিক এজনে অতীতত কি কৰিছিল, নকৰিছিল তাৰে হিচাপ লিখি চিঠি এখন দিছিল। ভদ্ৰ মহিলা ঘৰত নথকা অৱস্থাত প্ৰেমিক নিজেই আহি চিঠিখন দি গৈছিল। কিন্তু মোৰ এজন মন লিকলিকাই থকা বন্ধুৱে মনটো সামৰিব নোৱাৰি চিঠিখন খুলি পঢ়িলে। পঢ়ি অবাক। যুৱতী দীঘলীয়াই নহয়, কেলেঙ্কাৰীও। তেওঁ চিঠিখন কাকো নিদি পুৰি পেলালে। পিছে, এতিয়া কথা হ'ল, চিঠিখন যদি কিম্বা বিভূতিত লিবিয়েকে

পালেহেঁতেন! তেনেহ'লে হয় সোণৰ লঙ্কাত জুই জ্বলিলেহেঁতেন, নহয় সীতাৰ বনবাস হ'লহেঁতেন। চিঠি চোৰাংকৈ চোৱা এই শনাহী মখাৰ হাত সাৰিবলৈ মই চিঠিবোৰ বিয়েৰিং কৰি লিখিছোঁ।

এই চিঠিবোৰ বিবাহিতসকলৰ বাবে নহয়। কাৰণ, তেওঁবিলাকৰ জীৱনৰ বহুত সঁচা কথা ইয়াত আছে। এই চিঠিবোৰ অবিবাহিত ডেকাসকলৰ বাবেও নহয়, কাৰণ তেওঁবিলাকে এই কথাবিলাক পঢ়ি নিজে উজটি খোৱাৰ ভয় আছে। তদুপৰি তেওঁবিলাকৰ মনত সাঁচি থোৱা কিছুমান কোমল কোমল শব্দ মই ইয়াত লিখি পেলাইছোঁ। এই চিঠিবোৰ বুঢ়াসকলৰ কাৰণেও নিষিদ্ধ; কাৰণ, ইয়াত তেওঁবিলাকৰ ল'ৰা-ছোৱালীবোৰৰ কাহিনী আছে। এই চিঠিবোৰ ছাত্ৰ-ছাত্ৰীহঁতেও নপঢ়িব, কাৰণ ইয়াৰ কথাবোৰ তেওঁবিলাকে বুজি পাব। এই চিঠিবোৰ মই তোমালৈ লিখিছোঁ। ইয়াক আনে কিয় পঢ়িব?

সীমা, চিঠিবোৰ পঢ়ি যদি তোমাৰ হাঁহি উঠে তেনেহলে মাটিত পেট পেলাই পৰি থাকিবা। যদি চকুপানী ওলায়, টুকি থবা, তাবে জুৰণি খাব পাৰিবা। যদি চিঠিবোৰ পঢ়ি খং উঠে তেনেহলে ছোৱালীয়ে বোৱাৰী হৈ জীয়ৰী জীৱনৰ, কেলেঙ্কাৰীবোৰ ঢাকি থোৱাৰ দৰে খংটোও ঢাকি থবা। এটা কথা জানা নে? চৰিত্ৰৰ বেলিকা যাৰ ব্লেকবুকত নাম আছে তেনেকুৱা পুৰুষে ডেকা জীৱনত কৰা কু-কীৰ্তিবোৰ ৰং-ৰহণ সানি লগৰীয়াৰ আগত কৈ গৌৰৱ কৰে। কিন্তু নাৰীৰ বেলিকা, যি নাৰীৰ চৰিত্ৰৰ দুৱাৰ-ডাং কটা তেওঁ আকৌ নিজৰ কীৰ্ত্তি-কলাপৰ চুঙাটো সোপা-গোজা দি মাৰি, তিলটোকে তালটো কৰি আনৰ বদনাম ৰটে। উট চৰায়ে বালিত মূৰটো গুজি থৈ ভাবে, তাক কোনেও দেখা নাই। তুমি অভিনয় কিমান চাবা? চাব জানিলে তোমাৰ ঘৰত, সমাজত, পৃথিৱীত, গোটেইখনতে অভিনয় দেখিবা। আমি সঁচাৰ সঁচাৰ-কাঠি লৈ মিছাৰ দুৱাৰ মুকলি কৰোঁ, প্ৰশংসাৰ ফুলজাৰি মাৰি বদনামৰ বৰদৌল বান্ধো। চৰিত্ৰৰ গড় মাৰি ভণ্ডামিৰ সিন্ধি দিওঁ। গতিকে এই চিঠিবোৰত তুমি আটাইবোৰ পাবা। তোমাৰ হাঁহি উঠিব, তোমাৰ চকুপানী ওলাব, তোমাৰ গাটোও ঠায়ে ঠায়ে কটা ঘাত লোণ-পানী লগাৰ দৰে চেকচেকাব। তুমি নপঢ়াকৈ নেথাকিবা।

বিয়েৰিং চিঠি আনে কেতিয়া লিখে, জানা? চিঠিবে প্ৰেম কৰি কৰি চিঠিলৈ পিঠি দিলে মাজত চিঠিখন থৈ তিনি আগ কাগজ ওপৰত কঁথা জপাদি জাপি ঠিকনাটো লিখি দিয়ে। এনে ক্ষেত্ৰত থুৱে আঠাৰ কাম কৰিব নোৱাৰা হয়, বিশেষ আঠাৰ প্ৰয়োজন হয়। এনেকুৱা চিঠিবোৰৰ সংজ্ঞা এটা মই আজিলৈকে নিৰ্দ্ধাৰণ কৰিব পৰা নাই।

এই চিঠিবোৰ একেধাৰে বুৰঞ্জী, কবিতা, চুটি গল্প, ৰচনা, সকলো। পৰীক্ষাৰ দুৱাৰত বছৰে বছৰে মূৰ খুন্দিয়াই মূৰঠেটেলা কৰা ছোৱালীয়ে লিখা এনেকুৱা (জুই) চিঠি দেখিছোঁ যাৰ বৰ্ণনা দিলে মই লিখিবলৈ লোৱা চিঠিবোৰ কোনেও নপঢ়া হ'ব। চিঠিৰ বিষয়ে আৰু বেছি কথা নকওঁ।

সীমা, হাতী ডাঙৰ জীৱ; চকু সৰু। সি নিজৰ এধানমান মাত্ৰ দেখা পায়। অৰ্থাৎ বেচেৰাই নিজকে নেদেখে। ঈশ্বৰৰ কি বিচিত্ৰ কৌশল! মানুহ জীৱ শ্ৰেষ্ঠ; আগে-পিছে, আকাশে-পাতালে, বস্তুত দেখে; কিন্তু নিজৰ দোষবোৰ নেদেখে। কিন্তু তুমিতো কিছুমান চকুচৰহা মানুহৰ চকুৰ হাত সাৰিব নোৱাৰা। একো গৰাকীয়ে জীৱনত ব্যভিচাৰ কৰি আনৰ আগত মহাসতী হৈ দেখুৱায়, একোজনে গোটেই জীৱন অপকৰ্ম কৰি মহাত্মা হ'বলৈ বিচাৰে। এই দলটোত সকলো শ্ৰেণীৰে মানুহ আছে। আটাইতকৈ বেছি বুদ্ধিজীৱী শ্ৰেণীটোৰ। তেওঁবিলাকে ভাবে যে তেওঁবিলাকৰ বুদ্ধিৰ আগটো কেৰে ঢুকি নেপায়। কিন্তু মনত ৰখা উচিত গাখীৰতকৈ বগা হ'লে শুকিলাহে বোলে।

সীমা, আৰম্ভ কৰিছিলোঁ কিবাটোত শেষ হ'সহি কিবাটোত। চিঠিৰ উত্তৰ দিবা।

মৰম ল'বা। ইতি

তোমাৰ
অসীম

# আজিও মনত পৰে

## চেকনিৰ আগত বিদ্যা

আজিও মোৰ মনত পৰে। তেতিয়া মই সাহায্যপ্ৰাপ্ত হাইস্কুল এখনৰ শিক্ষক। ওপৰ শ্ৰেণীত সংস্কৃত আৰু অসমীয়া পঢ়ুৱাওঁ। পিৰিয়ড সংখ্যা সমবিভৱণৰ বাবে মোৰ গাত এটা ড্ৰইং অৰ্থাৎ ছবি আঁকাৰ পিৰিয়ড জাপি দিছিল। তেলীশালত জুটি দিয়া গৰুৰে কান্ধত খুঁৱলি লৈ ঘূৰি ফুৰাৰ দৰে আমিও ঘূৰিব লাগিছিল। মোৰ ভাগত ড্ৰইং আঁকোৱাৰ পিৰিয়ড এটা আছিল যদিও মই আঁকা ছবিৰ তলত নাম লিখি নিদিলে আপোনাৰ ধৰিবৰ সাধ্য নাই, সেইখন কিহৰ ছবি।

এদিন বছৰৰ শেষৰ কালে শ্ৰেণীত সোমাই এযোৰ পুৰণা ধৰণৰ দোৱাত কলম আঁকিবলৈ ক'লোঁ। কোনোবা এটা ল'ৰাই ক'লে—"ছাৰ, বৰ্ডত আপুনি আঁকি দিয়ক।" এইবেলি মজা ওলাল। মই আঁকিব জনা ছবি, যেনে: গিলাচ, বেঙেনা, কেৰেলা, জিকা, ভেন্দি, কিতাপ, বগলী আদি আঁকি শেষেই হ'ল। এতিয়া কৰোঁ কি? বুকুত এপাচি সাহস গোটাই লৈ বৰ্ডৰ ওচৰলৈ গ'লোঁ। হাতত চক-পেঞ্চিল লৈ পুৰণা ধৰণৰ দোৱাত এটা আঁকিবলৈ চেষ্টা কৰিলোঁ। ওঁহোঁ, কোনোমতেই আঁচ কেইডালত সমতা ৰাখিব নোৱাৰোঁ। হেঁচা পোটোকা দি এটা আঁকি উলিয়াই ছাত্ৰবোৰক সুধিলোঁ—'হৈছে নে?' একেমুখে দহোটামান ল'ৰাই উত্তৰ দিলে, 'নাই হোৱা ছাৰ।' আকৌ বৰ্ডৰ ওচৰলৈ গ'লোঁ, মোহাৰি-মেলি পোনাই-পজৰাই আহি সুধিলোঁ—'এইবেলি হৈছে নে?' সিহঁতে আগতকৈয়ো ডাঙৰ শব্দ কৰি ক'লে—'নাই হোৱা ছাৰ।' এইবেলি একো মাত নামাতি মই বাহিৰলৈ ওলাই গ'লো আৰু হাতত দীঘল বেত এডাল লৈ আহি দুৱাৰমুখত থিয় হৈ সুধিলোঁ—"এইবেলি হৈছে নে?" সিহঁত আটাইবোৰে একেমুখে উত্তৰ দিলে— 'হৈছে ছাৰ।' মই তেতিয়া বীৰদৰ্পে ক'লোঁ—'আঁক তেনেহলে।' চকেৰে ছবিটো আঁকিব নোৱাৰি বেতেৰে আঁকিলো। কিন্তু ওচৰৰ কোঠাতে হেড্মাষ্টৰ আছিল। দুয়োটা কোঠাৰ মাজত নিলিপা ইকৰাৰ বেৰ। তেখেতে সকলো গম পাই আছিল। পিৰিয়ডৰ শেষত অফিচলৈ উলটি যাওঁতে হেড-মাষ্টৰে— 'কিহে, কি হৈছিল' বুলি নিজেই হাঁহিবলৈ ধৰিলে। মই মাত্ৰ ক'লোঁ—'বেতডাল আছিল বুলিহে আজি বাচিলোঁ— ছাৰ।'

## সভাপতি ভঙ্গ

আৰু এটা কথা মনত পৰে। তেতিয়া মই কলেজৰ অধ্যাপক। গাঁৱে-ভূঞে হোৱা সভা-সমিতিৰ প্ৰায় এক প্ৰকাৰ স্থায়ী সভাপতি কিম্বা নিৰ্দিষ্ট বক্তা নতুবা বিশিষ্ট অতিথি। মোৰ সহকৰ্মী—অধ্যাপক এজনক ফুটবল খেল এখনৰ বঁটা বিতৰণ কৰিবলৈ মাতিছিল। ফাইনেল খেল। এখন ওখ ডাঙৰ পীৰ্লৰ উপৰিও দুয়োপক্ষৰ খেলুৱৈ প্ৰতিজনকে দিবলৈ পোৱালি-পোৱালি কাপ একুৰিতকৈ সৰহ সজাই থৈছিল। একেখন টেবুলতে বঁটা-বিতৰণী সভাৰ সভাপতিক পিন্ধাবলৈ এডাল ফুলৰ মালা আনি থৈছিল। খেল আৰম্ভ হ'ল। দুয়োটা টিমে প্ৰবল পৰাক্ৰমেৰে খেলিবলৈ আৰম্ভ কৰিলে। ইতিমধ্যে খেলৰ আৰম্ভণিতে মাইকযোগে সভাপতিৰ উপস্থিতি আৰু স্থিতি ঘোষণা কৰা হ'ল। কিন্তু খেলৰ শেষত খেল ড্ৰ হ'ল। আকৌ অতিৰিক্ত সময়ৰ বাবে খেল হ'ল।

খেল পুনৰ অমীমাংসিত হ'ল। ইতিমধ্যে সন্ধিয়া নামি আহিল। খেল সেই দিনালৈ অমীমাংসিত হৈয়েই ৰ'ল। নিমন্ত্রিত সভাপতি, গুন্থিত ফুলৰ মালা, ঘোষিত সভা সকলো অথলে গ'ল। খেলৰ দীঘলীয়া হুইছেলৰ লগে লগে দর্শক ঘৰমুৱা হ'ল। সভাপতি মাথোন বহি থাকিল। যেতিয়া প্রায় দর্শক গৈ শেষ হ'ল, তেতিয়া খেল-আয়োজনৰ সম্পাদকজন আহি সেমেনা-সেমেনিকৈ ক'লে—'ছাৰ, বেয়া নেপাব ছাৰ। কি কৰিম? খেল ড্র হ'ল। খবৰ দিম, আকৌ খেল হ'লে আহিব ছাৰ।' বন্ধুৱে মুখেৰে একো নেমাতি মিচিক্-মিচিক্কৈ মাথোন হাঁহিছিল। মই ক'লোঁ— 'বলক এতিয়া, সভা ভঙ্গ নহ'ল সভাপতিহে ভঙ্গ হ'ল।'

## বাহী সভাপতিৰ ৰথ আৰোহণ

আৰু এটা কথা মনত পৰে। নগৰৰপৰা সোতৰ মাইলমান দূৰত এখন শিক্ষক সন্মিলন বহিছিল। তাতে সভাপতি হৈ আহিছিল যোৰহাটৰ অধ্যাপক বন্ধু এজন। বন্দোবস্ত, সভাৰ শেষত বন্ধু আহি শিৱসাগৰ নগৰত থাকিব আৰু পিছদিনা পুৱাৰ বাছতে যোৰহাটলৈ যাব, কাৰণ, কলেজত তেওঁৰ বিষয়ৰ পৰীক্ষা আছে। ঘটনাক্রমেময়ো নির্দিষ্ট বক্তা আছিলোঁ সেই সভাৰ। ছয়মান বজাত, সন্ধিয়া সভা ভাগিল। আমাক জনালে, নগৰত থৈ যাবৰ বাবে গাড়ী বিচাৰি গৈছে। ৰাতি ন বাজিল। গাড়ীৰ কোনো খবৰ নাই। তেতিয়া ক'লে, ভাত খাই লওক। ভাত খাওঁতে ৰাতি চাৰে দহ বাজিল। তেতিয়াও গাড়ী নাই। তেতিয়া ক'লে—'সভাৰ ৰভাতে ভাওনা হৈছে, ভাওনা চাওক।' কি কৰিম, ৰভাৰ এমূৰে বেঞ্চ এখনত বহি ভাওনা চাবলৈ ধৰিলোঁ। ভাওনা চোৱা মানে ঘৰলৈ যাম বুলি ৰাতি এঘাৰ বজালৈ বাট চাই থাকি আমনি গুচোৱা। মই ভাওনাৰ ৰাণিং কমেণ্টাৰী দিবলৈ ধৰিলোঁ। ৰাতি বাৰ বাজি গ'ল। মোৰ অধ্যাপক বন্ধু পিছদিনা পুৱা যোৰহাট পাবলগীয়া নোহোৱা হ'লে ক'ৰবাত শুই থাকিয়েই পাৰিলোঁহেঁতেন। ভাওনাৰ পৰ ধৰিবৰ সময়তে এজনে আহি ক'লে—'গাড়ী আহিছে।' খৰধৰকৈ ভাওনা এৰি গাড়ীত উঠিলোঁ। গাড়ী আকৌ টাৰ্পলিনেৰে ঢকা হাৰ্ফটন ট্রাক। যি কি নহওক ৰাতি ডেৰ বজাত শিৱসাগৰ পালোঁহি। অধ্যাপক বন্ধু যি ঘৰত থকাৰ কথা আছিল, তেওঁবিলাকৰ সাৰ-সিৰিকতিয়েই নাই। ডেৰ বজা ৰাতিনো কোনোবাই আলহী বিচাৰে নে? শেষত বন্ধুক মোৰ ঘৰলৈকে বুলি প্ৰস্তাৱ দিলোঁ। ৰাতি দুই বজাত বন্ধু বিচনাত পৰিল। ঘটনা সিমানতে শেষ নহয়। পিছদিনা পুৱা পাঁচমান বজাতে উঠি সভাপতি বন্ধুক বাছষ্টেণ্ডলৈ পঠোৱাৰ দিহা কৰিলোঁ। ৰিক্সা নাই।

অথচ অধ্যাপক সভাপতি বন্ধুৱে সাৰ্তৱজাৰ বাছু ধৰিবই লাগিব। বন্ধুৱে চাইকেল চলাব জানে কিন্তু পিছত এজন তুলি নিব নোৱাৰে। নিৰুপায়। বাছষ্টেণ্ডৰপৰা চাইকেলখন কোনে আনিব? শেষত সমস্যা সমাধান হ'ল। এটি পোন্ধৰ-ষোল বছৰীয়া ল'ৰাই চাইকেল চলাব আৰু বন্ধু কেৰিয়াৰত বহি যাব। যেই চিন্তা সেই কাম। আগদিনা ফুলৰ মালাৰে বিভূষিত সভাপতি পিছদিনা বাহী দৰাৰ দৰে বাহী সভাপতি হৈ চাইকেলৰ কেৰিয়াৰত উঠি বাছু ধৰিবলৈ বুলি ঢাপলি মেলিলে। দৃশ্যটো আজিও মোৰ মনত পৰে।

## বৰচাহাবৰ ফেৰ

একালত বাগিছাৰ চাহাব বুলিলে বুজিবৰ নাছিল। বাগিছাৰ কেৰাণী-মহৰীয়ে চাহাব বুলিলেই চাহাবৰ নামতে চেলাম কৰিছিল। আৰু যদি কেনেবাকৈ কেতিয়াবা ঘৰৰ চোতালত চাহাবৰ পদধূলি পৰিল, তেনেহ'লে সেই কথা তেওঁবিলাকৰ বংশাৱলীত চিৰদিনলৈ লিপিবদ্ধ হৈছিল। মোৰ এগৰাকী সম্পৰ্কীয় মহিলাই বাগানৰ মেনেজাৰ চাহাবটো ঘৰৰ আগৰ আলিয়েদি গ'লেও আমাৰ বাগানৰ চাহাব, ঘৰৰ আগেদি অমুকদিনা, তমুকদিনা গৈছিল বুলি ডায়েৰী লিখিছিল। তেওঁবিলাকৰ ঘৰতে বিয়া। বিয়া উলিয়াই দিয়া। দৰা আগবঢ়াই ৰভাতলীত বহুৱাই সম্প্ৰদানৰ কাম আৰম্ভ হ'ল। আনদিনা হাফপেণ্ট পিন্ধা আমাৰ সম্পৰ্কীয়ই ধূতি-পাঞ্জাবী পিন্ধি, গাত চেলেং কাপোৰ লৈ সম্প্ৰদানত বহিল। পুৰোহিত মন্ত্ৰ আওৰাবলৈ ধৰিলে। এনেতে এজন মানুহে আহি কন্যাৰ দেউতাকৰ কাণত ফুচফুচকৈ ক'লে—'চাহাব আহিছে।' শব্দ দুটা শুনিবলৈহে পালে, কন্যাৰ দেউতাকে পুৰোহিতক ক'লে—'ৰবচোন ৰ'ব। চাহাব আহিছে। পুৰোহিতে কিবা এটা ক'বলৈ পোৱাৰ আগতেই দেউতাকে হোমৰ বেদী এৰি ঢাপলি মেলিলে। দৃশ্যটো মোৰ আজিও মনত পৰে।

## থলত থল-বজা

এইখিনিতে আৰু এটা চাহাবৰ কথা মনত পৰে। এখন চাহ-বাগিছাত জয়ন্তী উৎসৱ পাতিছিল।ময়ো গৈছিলোঁ নিৰ্দিষ্ট বক্তা হৈ। সভাপতি আছিল এজন বয়সীয়া বুৰঞ্জীবিদ আৰু নিৰ্দিষ্ট অতিথি আছিল আৰু এজন শিলঙৰপৰা অহা চৰকাৰী বিষয়া। সভাঘৰত সোমায়েই দেখিলোঁ তিনিখন বেতৰ চোফাত বিছনা চাদৰ পাৰি থিয়েটাৰৰ ৰাজসিংহাসনৰদৰে সজাই থৈছে। সম্পাদকজনে তাৰে এখন মোলৈ আঙুলিয়াই দিয়াত মই তাতে বহিলোঁ। সভাপতি আৰু নিৰ্দিষ্ট অতিথিক পিছত প্ৰস্তাৱ

কৰি পৰিচয় দি বহিবলৈ বিশেষভাৱে অনুৰোধ জনাব। গতিকে তেওঁলোক দুজন দুখন তেনেই সাধাৰণ চকীত বহিল। আগত মেজো নাই। কিন্তু কি হ'ল ? হঠাতে বাগিছাৰ মেম আৰু চাহাবক লৈ বৰমহৰী সোমাই আহিল। সোমায়েই সভাপতি আৰু অতিথিলৈ সজাই থোৱা চকী দুখনত বহুৱাহ দিলে। মেম-চাহাব বহিল। সভাপতি অতিথি থৰে থৰে থাকিল। সভাপতি নিৰ্বাচন হোৱাৰ আগতে যেনিবা ক'ৰবাৰপৰা সৰু মেজ এডুখৰি আনি সভাপতিৰ সংস্থান কৰিলে। সভাপতি আহোঁতে বাটত জোকালোঁ। সভাপতিয়ে ক'লে—'কি কৰিবা, থলত থল-ৰজা, পোতা পুখুৰীত বাক-ৰজা।'

## বিধতাই দিলেও তিৰোতাই নিদিয়ে

আৰু এটা কথা। আমাৰ ল'ৰা কালত শিৱসাগৰৰ কাষেদি বৈ যোৱা দৰিকা নৈখন খৰালি ভেটা মাৰি কেইবাখনো গাঁৱৰ মানুহ গোটখাই মাছ মাৰে। যিজনে মাছ ধৰিব পাৰে, তেওঁ মাছৰ মূৰটো ওপৰঞ্চি পায় আৰু বাকী মাছ আটাইবোৰ মাছমৰীয়াৰ মাজত সমানে ভাগ হয়। সৰু ল'ৰা হ'লে আধা ভাগ পায়—তাকে ডেই ভাগ বোলে। মই আৰু আমাৰ চুবুৰীয়া ল'ৰা এটাই প্ৰায়ে একেলগে মাছ মাৰিবলৈ যাওঁ। সি বয়সত মোতকৈ দিনচেৰেক ডাঙৰ। কিন্তু মই বাঢ়িলেই বুঢ়া আৰু সি নেবাঢ়িলেই ল'ৰা আছিল। মাছৰ মই ডাঙৰৰ সমানে ভাগ পাইছিলোঁ আৰু সি সদায়েই ডেই ভাগ পাইছিল। এদিনৰ কথা। সকলো কাটি কৰি থৈ মই ৰাইজৰ আগত ক'লোঁ—'ৰাইজ, শ্ৰীতমুক মোতকৈ বয়সত ডাঙৰ, মই যিমান ভাগ পাওঁ, সিও পাব লাগে।' ৰাইজৰ ভিতৰৰে এজনে তাক সুধিলে—'হেৰ তই ল'ৰা নে ডেকা ?' সি ক'লে— 'ল'ৰা।' তেতিয়া ৰাইজৰ আটাইয়ে গিৰ্জনি মাৰি হাঁহি দিলে। তাক সমান ভাগ দিয়াবলৈ চেষ্টা কৰিলোঁ, সি নিজেই খাব নাজানি নষ্ট কৰিলে। পিছে, আজি কেইবছৰমানৰ আগতে আকৌ তাক লগ পাইছিলোঁ। তাক হাফপেণ্ট পিন্ধাই ক্লাচ এইটত এতিয়াও নাম লগাই দিব পৰা হৈয়ে আছে। ক'ৰবাত বয়সীয়া—অথচ চুটিচাপৰ মানুহ দেখিলেই আজিও তালৈ মনত পৰে।

## কঠিন অন্নতাৰ

মোৰ স্কুলীয়া জীৱনৰ কথা। তেতিয়া বছৰেক কি দুবছৰ মানহে স্কুলত পঢ়িছিলোঁ। আমাৰ চেকেণ্ড মাষ্টৰ এজন নিচেই তামৰীয়া দিনৰ বাবে আহিছিল। তেওঁ সদায় সৰু টিলিকা থোৱা এটাত উঠি আহিছিল।

তেওঁ দুষ্ট ল'ৰাবোৰক চেকনি এচাৰিবে যৰ কোবাইছিল আৰু টেবুলৰ তলত, বৰ্ডৰ তলত বহুৱাই থৈছিল। তেনেকুৱা দগধা ল'ৰা দুটামানে চেকেণ্ড মাষ্টৰৰ ঘোঁৰাটো মনে মনে খেদি নি ধাননিত মেলি থৈ দিছিল আৰু আন ল'ৰাৰ হতুৱাই পথাৰৰপৰা ধৰাই আনি খোৱাৰত দিবলৈ বুলি বান্ধি থৈছিল। কেতিয়াবা চেকেণ্ড মাষ্টৰৰপৰা চাৰিঅনা পইচা লৈহে ঘোঁৰাটো এৰি দিছিল। এই ঘটনাই মোৰ মনত এনেয়ে সাঁচ বহুৱাইছিল। এদিন আমাৰ ঘৰত জনচেৰেক ভকতে কীৰ্তন পাঠৰ অন্তত ধৰ্মব্যাখ্যা কৰোঁতে কৈছিল—

'কলিৰ শেষত হৈবে কল্কি অৱতাৰ।
কাটিমাৰি ম্লেচ্ছক কৰিব বুন্দামাৰ।।'

—কলিৰ শেষত কল্কি অৱতাৰ হ'ব আৰু কলি ঘোঁৰাত উঠি আহিব। এই কথাষাৰত মই ইমান বিশ্বাস কৰিছিলোঁ যে আমাৰ চেকেণ্ড মাষ্টৰকে মই কল্কি অৱতাৰ বুলি ভাবিছিলোঁ। আজিও টিলিকা ঘোঁৰাত মানুহ উঠি যোৱা দেখিলেই মোৰ চেকেণ্ড মাষ্টৰ কল্কি অৱতাৰলৈ মনত পৰে।

# মই কবি হ'লোঁ কেনেকৈ ?

কবি হোৱাৰ হেপাহটো মোৰ জন্মগত। উপজি কল্লাপাতত পৰিয়েই মই কবি হোৱাৰ মনোভাব ব্যক্ত কৰিছিলোঁ— জীৱনত একো নহ'লেও মই যেন কবি হওঁ। কবিতা যদি কবি-মনৰ স্বতঃস্ফূৰ্ত অভিব্যক্তি হয়, তেনেহলে মই উপজিয়েই এটা কবিতা লিখিছিলোঁ। টেঁৱা, টেঁৱাকৈ করুণ ৰস মিশ্ৰিত অনুপ্ৰাস ব্যঞ্জিত যিটো কবিতা মই ব্যক্তি কৰিছিলোঁ, সেইটোৱেই মোৰ জীৱনৰ প্ৰথম কবিতা। কলেৰিজৰ মতে যদি 'বাছকবনীয়া শব্দৰ চমৎকাৰ সংযোজনাই' কবিতা হয়, তেনে হ'লে টেঁৱা এই বাছকবনীয়া শব্দ সংযোজিত সেই কবিতাটোও মোৰ শ্ৰেষ্ঠ কবিতা। আইৰ গৰ্ভৰপৰা আহি সৃষ্টিৰ গভীৰ ৰহস্যৰ পাৰ নেপাই অনুভূতি জাগিছিল আৰু মহাকবি বাল্মীকিৰ মুখৰপৰা হঠাৎ 'মা নিষাদ' শ্লোক প্ৰকাশ হোৱাদি মোৰো কবিতা উফৰি গৈছিল। সেইদিনাৰেপৰা কবি হোৱাৰ হেপাহটো আৰু সজীৱ হৈ উঠিল। এইখিনিতে মোৰ কবি হ'বৰ বাবে কৰা চেষ্টা, প্ৰেম, শ্ৰম, 'কুছ-কাৱাজ'ৰ এটা বিৱৰণী দিওঁ।

## কবিতাৰ পোক

বয়স বাঢ়ি যোৱাৰ লগে লগে পছোৱা বলিলে লুইতৰ পানী বঢ়াদি মোৰ কবি হোৱাৰ হেঁপাহটো বাঢ়ি যাবলৈ ধৰিলে। কবিতা লিখিবলৈ ছন্দ মিলিব লাগে। ছন্দ মিলোৱা কামটো মোৰ বাবে জেঠুৱা ৰ'দত বহি শিল ভঙাতকৈ টান কাম। কিন্তু মই স্বভাৱত বজ্ৰলেপ; সতকাই এৰি দিয়া ভকত নহওঁ। খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে কেৱল ছন্দ মিলোৱাৰ 'কুছকাৱাজ' চলিবলৈ ধৰিলে। বাঢ়েটোকা চৰায়ে গছ খোলাদি কবিতাৰ পোক মোৰ মূৰত খুলি খুলি সোমাল। তেতিয়া মোৰ বয়সে তেৰ কি চৈধ্যটা ভাদ পাৰ হৈ নৈৰ সোঁত যোৱাদি আগবাঢ়ি গৈছে। কবি হোৱাৰ বায়ু তেতিয়া উনৈশত বলিছে। কেবাদিনো মৰঘাম ওলোৱা পৰিশ্ৰমৰ অন্তত এটা কবিতাৰ লায়েকৰ কবিতা লিখি পেলালোঁ।

আগফালে ফুলবাৰী,
খিড়িকিত নগাঢাৰী,
মোৰ ধুনীয়া অসম,
শত্ৰুৱে কৰিলে জখম।

এই ষ্টেঞ্জাটোকে শিৰোনামা কৰি একেবাৰে দীঘল কবিতা এটা লিখি পেলালোঁ। দেশপ্ৰেমৰ কবিতা। মোৰ এই বহুমূলীয়া কবিতাটো একেলগে পাঁচখন বাতৰি কাকত-আলোচনীলৈ পঠিয়াই বাট চাই থাকিলোঁ। যি দিনাই মোৰ কবিতা প্ৰকাশ হ'ব সেইদিনাই মই কবিৰ চাৰ্টিফিকেট পাম; কাৰণ, আজিকালি কবি হ'বলৈ এটা কবিতাই যথেষ্ট। প্ৰেমিকাই প্ৰিয়জনলৈ বাট চাই উচ্ পিচ্ কৰি থকাৰ দৰে ময়ো লেখি লেখি ছমাহ বাট চালোঁ, কবিতা ছপা হৈ নোলাল। ধানখেৰৰ জুই নুমুৱাদি কবি হোৱাৰ হেঁপাহটো প্ৰথমবাৰলৈ চেঁচা পৰিল। মাহচেৰেক মুগা চোকোৰাত লেটা থকাদি নিমাতে থাকিলোঁ; কিন্তু কবিতাৰ পোকটো হ'লে মূৰৰপৰা আঁতৰি নগ'ল।

## প্ৰেমিক কবি

মোৰ এইখন অৱস্থাৰ দেখি মোৰ এজন বন্ধুৱে উপদেশ দিলে, কবি হ'বলৈ হেনো প্ৰেমত পৰিব লাগে। বিখ্যাত কবি ডাণ্টে হেনো একনম্বৰ প্ৰেমিক আছিল। মোৰ বয়স তেতিয়া সহজতে প্ৰেমত পৰাৰেই বয়স আছিল; কিন্তু সেই বুলি প্ৰেমতো ডাৱৰীয়া বতৰৰ পিছল আলিবাট নহয় যে ভৰিৰ খোপনি ঢিলা হ'লেই পিছলি পৰিম। এবাৰ মিহি

কোমল মাত, এটা মধুৰ চাৱনি, এচেৰেঙা মিচিকি হাঁহি নেদেখিলেনো প্ৰেমত পৰোঁ কেনেকৈ? এটা সৰল ৰেখাৰেতো সমান্তৰাল ৰেখা আঁকিব নোৱাৰি। লাহে লাহে নিৰাশ হৈ পৰিলোঁ। প্ৰেমত পৰি কক্‌বকনি খাই কবিতা লেখাৰ আশাও সিমানতে মৰহি যাবলৈ ধৰিলে। নিৰাশাবাদেৰেও হেনো কবিতা লিখিব পাৰি। নিৰাশাকে গইনা লৈ কেইঅঁৰামান কবিতা লেখি মোৰ বন্ধু-বান্ধৱৰ আগত পঢ়ি পঢ়ি তেওঁবিলাকৰ কাণ ঘোলা কৰি দিলোঁ। তেওঁবিলাকৰ কথামতে আটাইবোৰ কবিতা আলোচনীলৈ পঠিয়াই দিলোঁ। কিন্তু কাঠচিতীয়া সম্পাদক এজনেও মোৰ কবিতা নছপালে। ইপিনে মোৰ বন্ধুবোৰে 'প্ৰেমিক কবি' উপাধিৰে ভূষিত কৰিলে।

## দঢ়ীয়া কবি

পৃথিৱীৰ কেইবাজনো বিখ্যাত কবিৰে হেনো দীঘল আৰু সৰহীয়া দাঢ়ি আছিল। ৰবি ঠাকুৰে হেনো দাঢ়ি ৰাখিহে কবি হৈছিল। বাল্মীকি আৰু হোমাৰৰ কথাই নাই। অথলা কালিদাসৰো একোচা দীঘল দাঢ়ি আছিল বুলি অনুমান হয়। সাতে-পাঁচে, কড়াই-ক্ৰান্তিয়ে হিচাপ কৰি ময়ো দাঢ়িয়ে-গোঁফে ভোবোকাৰ হৈ কবিৰ ভাও দিবলৈ সিদ্ধান্ত কৰিলোঁ। দাঢ়ি খুৰাবলৈ এৰি দিলোঁ। এহাতে খুৰৰ খৰছ ৰাহি, আনপিনে কবিৰ মেলিব পাহি। কেইবামাহো বাট চোৱাৰ পিছত দাঢ়িৰ সংখ্যা লেখি লেখি ছকুৰিডালমান হ'ল। কিছুমান কবিতা লিখি, কবিৰ ভেশ ধৰি, জেঠমহীয়া গৰমতো ডিঙিত চাদৰ লৈ, কবি হ'বৰ চেষ্টা কৰিলোঁ। সকলো ফুটুকাৰ ফেন। কবি বুলি স্বীকৃতি দিয়া দূৰৰ কথা, ফুকলীয়া ল'ৰায়ো জোকাবলৈ ধৰিলে। স্কুলীয়া ল'ৰাবোৰে মই যোৱা বাটত ৰৈ থাকি হাতত চাইকেলৰ পুৰণি 'নট' এটা লৈ কয়—'হেৰি কবি! এইটো পৰি গ'ল, লৈ যাওক।' সিমানতে মুখেৰে যে নোৱাৰিলোঁ, গোঁফেৰেও কবি হোৱাৰ আশা ডাৱৰীয়া বতৰত কলাখাৰ সেমেকা দি সেমেকি গ'ল।

## খাগৰি কবিতা

ছক্ৰেটিছে হেনো কৈছিল, কোনো এক দৈৱিক শক্তিৰে অনুপ্ৰাণিত নহ'লে কবিয়ে ভাল কবিতা ৰচনা কৰিব নোৱাৰে।

মোৰ গাতো দেও লম্ভি দেওধনি উঠাৰ আশা কৰিছিলোঁ যাতে মই ডাঙৰ কবি হ'ব পাৰোঁ। কবিতা লিখিবলৈ শোনতে ছন্দ মিলিব লাগে। মোৰ কিন্তু ছন্দৰ লগত দ্বন্দ কাহানিও নেভাগিল। এপিনে

কবি হোৱাৰ প্ৰবল আকাঙ্ক্ষা, আনপিনে পদে পদে বিফলতা। এই দুই সংঘাতত মোৰ সাংঘাতিক দুৰবস্থা। এনেতে দেশত দ্বিতীয় যুদ্ধ লাগিল। যুদ্ধৰ লগে লগে বহুতো গুণ আমাৰ দেশৰপৰা নাইকিয়া হ'ল। কবিতাৰ ছন্দও নাইকিয়া হ'ল। কাকতে-পত্ৰই ছন্দহীন কবিতা ওলাবলৈ ধৰিলে। বান্দৰ, শগুন, শিয়াল, শুকান জেওৰা এইবোৰক লৈ কবিতা ওলাল। মোৰো মনটো ফৰকাল লাগিল। এটা নতুন বহী লৈ একভজনমান নতুন কবিতা লিখি পেলালোঁ। মোৰ মতে কবিতাবোৰ অসমীয়া সাহিত্যৰ একো একোটা মুকুতা-মণি। এদিন কবিতাবোৰ কাব্যামোদী বন্ধু এজনক দি বন্ধু-মুখনিঃসৃত প্ৰশংসাৰ কলৰব শুনিবলৈ বাট চাই থাকিলোঁ। বন্ধুৱে কবিতা কেইটা হাতত লৈ এটা অৰ্থব্যঞ্জক হাঁহি মাৰি বহুত ধৈৰ্য্যৰে পঢ়ি গ'ল। মোৰ ধাৰণা হ'ল, মোৰ বন্ধুৱেহে একমাত্ৰ মোৰ কবিতা উপলব্ধি কৰিছে। কবিতা পঢ়ি নীৰব হৈ পৰা বন্ধুক প্ৰশংসাৰ আশাত উপযাচি সুধিলোঁ— 'বন্ধু, কবিতা পঢ়ি কেনে পালে?' বন্ধুৱে এঙামুৰি এটা দি কিবা মুখখন বিকটাই ক'লে— 'ঠিক কুঁহিয়াৰ বুলি খাগৰি খোৱাৰ সমানে সোৱাদ লাগিল।' কবিতা কেইটা থাপ মাৰি লৈ গুচি আহিলোঁ।

## কবিঃ কৰয়তে কাব্যং

কবি হোৱাৰ তৃষ্ণা মোৰ অসীম। গাই-গৰুৱে লঠিয়ালেও তাইক ধৰি-বান্ধি গোটা মাৰি গাখীৰ খীৰোৱাৰ দৰে, ঠেকা-খুন্দা খালেও মই কবি হৈহে এৰিম, এইটো আছিল মোৰ দৃঢ় সংকল্প। মোৰ কোষ্ঠীত লিখা আছে, মই কবি হ'ব লাগে। মোৰ বুকুৰ মধ্যদেশত এটা তিল আছে, সেই মতেও মই কবি হ'ব লাগে। মোৰ ধাৰণা, আচলতে মই কবিয়েই। চকুচৰহা সম্পাদক মখাৰ হিংসাত মাথোন মোৰ কবিতা ছপা হৈ নোলায়, জানোচা ন-পুৰণি আটাইবোৰ কবিক মোৰ কবিতাৰ অমাবস্যাৰ আন্ধাৰে ঢাকি পেলায়। ছন্দহীন কবিতাৰ পিছত আহিল অবোধ্য-দুৰ্বোধ্য শব্দৰ কবিতা। ইও এবিধ নতুন কবিতা। এইবোৰ শব্দৰ উচ্চাৰণ কৰোঁতে কেতিয়াবা দাঁত ভগাৰেই ভয়। বহুতেই সন্দেহ কৰে যে আলোচনী, বাতৰি কাকতৰ সম্পাদকসকলেও আচলতে এইবোৰ বুজি নেপায়; ফলত নিজৰ নিৰ্বুদ্ধিতা ধৰা পৰাৰ ভয়ত ছপাই দিয়ে। মই কিন্তু এই মন্তব্যৰ পক্ষপাতী নহওঁ। এই নতুন টেকনিক লৈ কিছুমান প্ৰতীকধৰ্মী কবিতা লিখি পেলালোঁ। অৱশ্যে সৰু ল'ৰাই হাতী আঁকি তলত এইটো হাতীৰ ছবি বুলি লিখি নিদিলে ধৰিব নোৱাৰাৰ নিচিনাকৈ, মোৰ প্ৰতীকবোৰো ঠিক মোৰ সমান বুদ্ধিৰ মানুহ

নহ'লে বুজিব নোৱাৰিছিল। নতুবা চন্দ্র-বন্ধনীৰ ভিতৰত লিখি দিবলগীয়া হৈছিল। এইচাম (কনচাইনমেণ্ট) কবিতাও বাতৰি কাকত, আলোচনী আটাইবোৰলৈকে পঠিয়লোঁ; কিন্তু এদিন দেখিলোঁ তাৰে এটা কবিতাত চানাচুৰৱালাই চানা বেচিছে। বুজিলোঁ, ই সম্পাদকৰেই কীৰ্ত্তি। ইয়াৰ পিছত কবিতা লিখিবলৈ কঁকালত টঙালি আঁটি লাগি গ'লোঁ। অসমীয়া আৰু বঙালী অভিধান দুখন উলিয়াই টান টান শব্দ কিছুমানৰ এখন লিষ্টি কৰিলোঁ। তাৰপিছত লিষ্টিখন চাই চাই ৰাজমিস্ত্রীয়ে ইটা গাঁথাৰ দৰে শাৰীয়ে প্রতি দুটা, তিনিটা, চাৰিটা, এনেকৈ গাঁথি গ'লোঁ। নাই ক্রিয়া, নাই অব্যয়, কিছুমান শব্দ আৰু যতি চিন। এইদৰে শব্দ-গাঁথনি হৈ যোৱাৰ পিছত এইবেলি পঢ়ি চালোঁ। চমৎকাৰ শব্দযোজনা; অর্থ বুজিবলৈ স্বয়ং সৰস্বতী আৰু ব্রহ্মাৰো সাধ্য নাই। এইবেলি তাক এখন বিখ্যাত আলোচনীলৈ পঠিয়াই দিলোঁ। এমাহৰ পিছত ছপা হৈ ওলাল। মই গজগজীয়া কবি হৈ পৰিলোঁ। প্রকাশিত কবিতাটোৰ অর্থ চাগৈ সম্পাদকে বঢ়িয়াকৈ উপলব্ধি কৰিছিল। মই কিন্তু আজিও নুবুজিলোঁ। সেয়েহে সংস্কৃত শাস্ত্রত কৈছে—

"কবিঃ কবয়তে কাব্যং
ন স জানাতি তদ্ৰসম্।"

## মন্দ কবি যশঃপ্রাৰ্থী

ইংৰাজ সাহিত্যিক গ'ল্ডস্মিথে কৈছিল— "Of all kinds of ambition that which persues poetical fame is the wildest." ময়ো এইফাকি কথাৰ ব্যতিক্রম নাছিলোঁ। আলোচনীত মোৰ কবিতা ওলোৱাৰ দিনৰেপৰা মই অপ্রতিদ্বন্দ্বী কবি হ'বলৈ চেষ্টা কৰিলোঁ। কেনেবাকৈ যদি কোনোবা কবিতা সংকলন মোৰ কবিতাই অলঙ্কৃত কৰে, তেতিয়াহলে মই কবিৰ একচনা পট্টা খাৰিজ কৰি ম্যাদী পট্টা ল'ব পাৰোঁ। সেই বাবে মোৰ এজন বন্ধুক খাটনি ধৰিলোঁ, যাতে তেওঁৰ বন্ধু-সমালোচক এজনে মোৰ কবিতাৰ প্রশংসা কৰে। আজিকালি 'বুদ্ধিঃ যস্য বলং তস্য'। বহুত বুদ্ধি-সন্ধিৰ পিছত মোৰ দেশবিখ্যাত কবিতাটোৱে সঙ্কলন অলঙ্কৃত কৰিলে। মোৰ বুকু তিনিহাত ফুলি গ'ল। কবি হোৱাৰ মোৰ আজন্ম আকাঙ্ক্ষা পূৰণ হ'ল। অসমীয়া ভাষাৰ ভেকুৰা লগা, আলাজুকলীয়া, এলাইবাদু, শব্দৰে আধুনিক কবিতা আৰু চুটি গল্প লিখিব নোৱাৰি। সেই বাবে মই বঙালী আলোচনীৰ ন-পুৰণি কবিতাৰ মাজত ইতিমধ্যে মেলাচিকাৰ আৰম্ভ কৰিছোঁ। ইংৰাজী আৰু বঙালী কবিতাৰপৰাও কিছুমান টুকুৰা সংগ্রহ কৰিছোঁ। এই কথা মই

ঢাকি থৈছোঁ; কাৰণ অসমীয়া মানুহে গম পালেই বৌজাল-বৌজাল বাটিব। মুঠতে মই এতিয়া কবি হৈ থকা নাই, পৰন্তু কৰিবৰ। কবি টিলিকাৰদৰে মই মন্দকবি যশপ্ৰাৰ্থী নহওঁ। অসমীয়া সাহিত্যৰ চকুচৰহা, হিংসুক, অহঙ্কাৰী, বুৰঞ্জীলিখকে মোৰ নাম নিলিখে, সেই বাবে ময়েই লিখি পেলালোঁ। মোৰ কবি হোৱাৰ হেপাহ এতিয়াও 'ভীষণ'।

মন্দকবি যশঃপ্ৰাৰ্থী। মই মন্দমতিও মন্দকবি নহে কিবা বন্ধা কবি বা ওল কবি হ'মনে? অৱশ্যে Fool কবি হোৱাৰ ভয় নাই। বেদৰ যুগৰ কবিসকলৰ দৰে স্ৰষ্টা হ'ব নোৱাৰিলেও বক্তা হোৱাততো কোনো বাধা নাই। বেদৰ যুগৰ কবিয়ে ঘিউ খাই আমনি লাগিলত গাঁতে গাঁতে জুই দি পুৰি কিবা হেনো যজ্ঞ কৰিছিল; আৰু আমি আমি বনস্পতি ঘিউ খাই, পেটমন্দ ৰোগত ভুগি স্ৰষ্টা হ'ব পাৰোঁ নে? গতিকে মই মন্দকবি হ'লেও, বৰ্তমান হিচাপত 'কবি'।

অসমীয়া মানুহৰ জাতীয় 'হবি' কি? পৰচৰ্চা। অসমীয়া মানুহৰ জাতীয় গুণ কি? কলাঘুমটি। অসমীয়া মানুহৰ জাতীয় সম্পত্তি কি? হা-হুমুনিয়াহ। কেতিয়াবা কেতিয়াবা বান্ন দেখিলে ফেকুৱাই চিএঞৰাৰদৰে দুই-এজনে অৰণ্য-ৰোদন কৰি অসমীয়া জাতিটোক জগাবলৈ চেষ্টা কৰা দেখিছোঁ, কিন্তু সাৰ পাই থাকি টোপনিৰ ভাও জোৰা মানুহক জানো কোনোবাই জগাই তুলিব পাৰে? এশ বছৰৰ আগতে মাইলচ্ ব্ৰন্সন নামেৰে পাদুৰী চাহাব এজনে কৈছিল, 'অসমীয়া ভাষা কাহানিও নমৰে, লুইতৰ গতিৰদৰে বৈ থাকিব।' পিছে বৰভূঁইকঁপৰ প্ৰতাপত লুইতখন বাম হৈ যিহে বলিয়া মতি-গতি লৈ গৰা-খহনীয়া কৰিছে, সেইদৰে অসমীয়া ভাষাতো গৰা-খহনীয়া হ'ব লাগিলে, আইধৰতকৈ বাইধৰহে চাব হ'ব। ডেৰ কুৰি বছৰমানৰ আগতে মোলান নামৰ হাকিম-চাহাব এজনে আকৌ কৈছিল, 'যিদৰে দিনকদিনে বঘূমলা বঙাল আহিব লাগিছে, সেইদৰে হ'লে শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাতহে অসমীয়া ভাষা জীয়াই থাকিবগৈ।' এইজন চাহাবে এনেকুৱা অপুদঘাত কথা এটা লিখি থৈ যোৱা বাবে আমাৰ বেথাই পণ্ডিতৰ চেৰেকনি এচাৰি ডালেৰে টিকুটিকি দিবৰহে মন গৈছিল। পিছে কি হ'ব?

"যাৰ নাই গৰু, বৃন্দাবনত চাৰে।
যাৰ নাই তিৰী, একে কিলে মাৰে।।"

টিকটিকি দিবৰ মন গ'লেও হাতত এচাৰিয়েই নাই। পিছে, এইটোৱেই হ'ল অসমীয়া ভাষা। এই ভাষাৰে মই কবি। মই আৰু মন্দকবি নহে নন্দ গোৱালৰ পুতেক কি ভণ্ড কবি হ'ম?

মই বহুত ধাৰ-ঋণ কৰি এখন কবিতাৰ পুথি ছপালোঁ। দুই-চাৰি বন্ধুক কবিতাবোৰ আবৃত্তি কৰি শুনালোঁ। মোৰ কবিতাই অনেক কলাৰ কাণতো জীৱনী শক্তিৰ সঞ্চাৰ কৰিলে। অনেক অন্ধই মোৰ কবিতাৰ জ্ঞানৰ পোহৰত বাট দেখা পালে। মই বিশ্ববিশ্ৰুত হোৱাৰ সপোন দেখিলোঁ। কবিতা পুথিবোৰ নি এখন কিতাপৰ দোকান পোৱালোঁগৈ। মই ভাবিলোঁ, মোৰ কিতাপ দেখিলেই দোকানীয়ে লফা লোৱাদি ল'ব। কিন্তু কাঠচিতীয়া দোকানীয়ে মূৰ তুলিয়েই নেচালে। বৰকৈ কাবৌ-কাকূতি কৰি কোৱাত কুৰিখন কিতাপ ল'বলৈ মান্তি হ'ল কিন্তু কমিচন শতকৰা তিনিকুৰি টকা। মইনো কি কম? তামোল হোৱা হ'লে ফালি দেখুৱালোঁহেঁতেন, বুকু এহাতলৈকে ক'লা পৰিছিল। তাৰ পিছত কিতাপ বিক্ৰী হ'লে হেনো পইচা দিব। থৈ আহিলোঁ। তিনি মাহৰ মূৰত ধন বিচাৰি গ'লোঁ। দোকানীয়ে ক'লে, 'কিতাপ এখনো বিক্ৰী হোৱা নাই।' মোৰ বিশ্বাস নহ'ল। এখনো বিক্ৰী যোৱা নাই? মোৰ সন্দেহ হ'ল। কিতাপ নিশ্চয় বিক্ৰী গৈছে। দোকানীয়ে পইচা দিবলৈ পোৱাৰ ভয়তহে এইদৰে কৈছে। গতিকে মই টপৰাই ক'লোঁ, 'মোৰ বাকী কিতাপ বিক্ৰী হৈ শেষ হ'ল। এই কেইখনহে আছে। যদি বিক্ৰী হোৱা নাই, দিয়ক, মই আন দোকানতে দিওঁগৈ।' দোকানীয়ে হাঁহি মুখেৰে কিতাপখিনি ঘূৰাই দিলে। মই টোপোলাটো উলটাই লৈ আহিলোঁ। নশ নবৈবখন কিতাপ এতিয়াও মোৰ বাকচত শুই আছে। দহখন বন্ধু-বান্ধৱক উপহাৰ দিলোঁ। দোকানীৰ লগত বুদ্ধি খটুৱাবলৈ গৈ যি উজুটি খালোঁ, তাক কাহানিও নেপাহৰোঁ। মই মন্দকবি পোৰা-বেঙেনা ঠেৰেহা লগাদি সেই দিনেই ঠেৰেহা লাগিলোঁ। সেই বাবে মই এটা সিদ্ধান্ত কৰিছোঁ, অহা জনমত মই চাহাবক চাবাচ্ দি 'অচমীয়া' মানুহৰ পিঠিতহে আমৰলি পৰুৱা আৰু চোৰাত মেলিম। অথ মন্দকবি মন্দমতি ভণিতম্।

# অসমীয়া মানুহৰ নাম

'বিহুৱা'। অসমৰ বিহুবলিয়া গাঁৱৰ কোনোবা বিহুৱা ডেকাৰ নাম। বছৰৰ পিছত বছৰ বাগৰে, বয়সৰ পিছত বয়সে জখলাত উঠে, বিহুৱা ডেকাৰ ডেকা-তেজৰ পিৰ্‌পিৰনি মাৰ যায়, ডেকা বুঢ়া হয়, বুঢ়াৰ হাড়-ছালো উৰলি যায় তথাপি নামটো 'বিহুৱা' হৈয়েই ৰয়।

পেঁপাৰ মাত শুনি, ঢোলৰ চাপৰ শুনি, গা বাঁই-জাঁই লাগে— ডেকাৰ। ঘৰ-দুৱাৰ পাহৰি বিহুতলীয়ে বিহুতলীয়ে বিহু মাৰি ফুৰে বিহুৱা ডেকাই। সেয়েহে জীৱন ভাগৰি গ'লেও নাম নেভাগৰে। হাড়ত বন গজিলেও পিছৰ যুগৰ মানুহে নাম দিয়ে বিহুৱাৰ ঘৰ। 'বিহুৱা'ৰ ঘৰ জনাজনী। অসমীয়া মানুহৰ নাম বিচাৰি 'বাপু'ৱে পাঁজি-পুথি মেলিলেও সি 'সোঁৱৰণী'ৰ পাতত শুই থাকে; আন কিছুমান পৰিস্থিতিয়েহে গাঁৱৰ মানুহৰ নাম নির্ধাৰণ কৰে। দোবোল নোখোৱা খাৰ-খোৱা জিভাই সংস্কৃত নাম মাতিব নোৱাৰে বাবেই চকুৰ আগতে দেখা, নিজ কাণেৰে শুনা, নতুবা প্রকৃতি আৰু স্বভাৱে আঙুলিয়াই দিয়া নামটোহে ল'ৰাৰপৰা বুঢ়ালৈ আটাইৰে মাজত জনপ্রিয় হৈ উঠে। পিছে ফুকলীয়া কালতে দিয়া নাম বয়স হ'লে, শুনিবলৈ তিতা হয়, তেতিয়া 'পদো', পদ্ম, 'কেনাই' কৃষ্ণ, 'কুলাই' কালিৰাম বা 'ফেদৌ' ফণীধৰ হ'বলগীয়া হয়। তথাপি এই ঈশ্বৰে প্রজা গাওঁবোৰতো মানুহে প্রজা নগৰবোৰতকৈ অধিক ৰজিতা খাই পৰা নাম পোৱা যায়।

জন্ম মাহ আৰু বাৰ ধৰি গাৱঁৰ মানুহে পুতেকৰ নাম ৰাখে। সেয়ে হ'লে পুতেকে ডেকাৰ ডেকা-চাং বাগৰি, বুঢ়া হ'লেও পুতেকৰ জন্ম-বাৰ আৰু মাহ হেৰুৱাৰ ভয় নেথাকে। মাকক পুতেকৰ বয়স সুধিলে ক'ব, বৰ ভূঁইকঁপৰ পিছৰ ভাদত আমাৰ ভদীয়া উপজিছিল। তাকে শুনি হয়তো চুবুৰীয়া-গৰাকীয়ে ক'ব, এৰা এৰা, সেইবেলিয়েই আমাৰ আহিনাও উপজিছিল। এইদৰেই গাঁৱৰ মানুহৰ নাম হয়, শাওণা, ভদীয়া, আহিনা, কতীয়া, আঘোণা, মঘুৱা, ফাগুণী, চতাই, বহাগী, শাওণী, মঙলা, বুদবৰ, শুকুৰা, শনিৰাম, দেওবৰ, সোমেশ্বৰ।

এবেলি এগৰাকী বুঢ়ী মানুহ পাইছিলোঁ। গোটাচেৰেক বিহুনাম টুকি লোৱাৰ পিছত তেওঁৰ নাম সুধিলত ক'লে—মোৰ নাম কেইবাটাও। সকতে কাছৰদৰে বগাই ফুৰিছিলোঁ, বোপায়ে বুলিলে কাছন, আয়ে নাম দিলে চিৰীমতী, নগৰৰ আমোলানীবোৰে ধেপেচী বোলে। তাহানি গাঁৱৰ ডেকা-ল'ৰাবোৰে দেহেশ্বৰী বুলিছিল। কেচুৱাতে দিয়া নাম কেতিয়াবা সলনি হয়। গা-গাৰি, চেহেৰা-পাতি, খোজ-কাটল চাই কোনোবাই একোটা নাম দিয়ে, সি যুগমীয়া হৈ ৰয়। এনেকৈ দিয়া নাম—পেটুৱা, খঁৰা, ধেপেচা, কঁঠীয়া, লি-লিয়া, পি-পিয়া, কেঁটেলা, পিলিঙা, লেঙেৰা, হেঁকেৰা, ফেটা, টেটেৰা, ভুটুক, দীঘলা, নাকিয়া, গাল-পোৰা, খাঁৰী, শুকানী, পতানী, ভুক্কী, পেটুকী, ফেঁচী, জাপৰী, টিলিকা, গেঠু, চেপেটা, চিকণ, লাহৰ, বেঁকা, লেটেঙা, ভলুকা, ফেকুন্দা, ফেটেঙা, কেঁটেঙা ইত্যাদি।

ফুল আটায়ে ভাল পায়। নিজৰ শেঙুননকা, ক'লা, আপচু ল'ৰাটোও বাপেক-মাকৰ চকুত—'অ' মোৰ সোণটো', 'মোৰ সোণটোনে কোন', 'দেহি ঐ সোণচপৰা জোনটোৰদৰে জ্বলি আছে'। সেই সোণচপৰা বা সোণফেৰিৰ নাম ফুলৰ নামেৰে দি মানুহে বৰ ভাল পায়। পদুম, তগৰ, নাহৰ ইত্যাদি। পিছে ল'ৰাতকৈ ছোৱালীৰ নামহে বেছি। মালতী খৰিকাজাঁই, গুটিমালি, পদুমী, বগীতৰা, চম্পা, কেতেকী, যুতি, নাৰ্জিতৰা ইত্যাদি।

'ৰূপ হ'লে সোণ, সোণ হ'লে ৰজাৰ জীয়ৰীও পোন।' গতিকে দুখীয়া মানুহৰ নামো 'ধনীৰাম' থয়। ল'ৰা-ছোৱালীৰ নাম সোণকণ, সোণফেৰা, সোণমাই, সোণেশ্বৰ, সোণমণি, সোণতৰা, ৰূপাই, ৰূপমতি, ৰূপহী, ৰূপচন্দ্ৰ, ৰূপেশ্বৰ, ধনবৰ ৰাখে, যেনিবা এই নামবোৰৰ পৰশতে চিৰকলীয়া দাৰিদ্ৰৰ অন্ত পৰিব।

মাকহঁতে নিজৰ ছোৱালীহঁতক সদায় সৰু দেখে। ডেৰকুৰিৰ ডেওনা গৰকা জীয়েকক কুৰি বছৰ হ'ল বুলি ক'বলৈ টান পোৱা মাকো আছে। বুঢ়া মানুহে যেনেকৈ বয়স বঢ়াই কৈ ভাল পায়, ছোৱালীৰ মাকে ঠিক সেইদৰেই কমাই কৈ ভাল পায়। সেই বাবে পুতেক-জীয়েকৰ নাম ৰাখে 'সৰু' সংযোগ কৰি। যেনে—সৰু, সৰুকণ, সৰুপাই, সৰুবাপ, সৰুৰাম, সৰুধন, সৰুচোন (মুছলমান), সৰুসোণ, সৰুমাই, সৰুমতী, সৰু আইটী, অকণ, অকণি, এধান, এখুদ।

মানুহৰ বৰণ চাই নাম থয়—বগা, বগাধৰ, বগানাথ, কুলাই, কলামণি, কলিধন, কলীয়া, ৰঙাই, মুলুং, অঙ্কৰা, ফেদেলা, গেন্ধেলা, ভলং, তীখৰ, ফেদুৱা, মেলেকা, বান্দৰ, ফচৌ (ফচহু), জলহু, কানীয়া।

তাহানি কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ নামো পূৰ্বতে গেন্ধেলা আছিল। সেয়েহে মানুহে কয়—নামহে গেন্ধেলা; ছকুৰি টেকেলা।

মাছৰ নামৰ মানুহো কম নহয়। তাৰে ভিতৰত তিৰোতা মানুহৰ নাম সৰহ। শিঙৰা, পাভৰাম, মালি, চেনী, দনিকণা, খলিহনা, ভেদেঙী, সপতা, চন্দা, পাভে, কুৰকুৰী, আঁৰিমুৱা, আঁৰিমত্ত, নাদনী।

লোকবিশ্বাসে মানুহৰ জীৱনত অনেক কাম কৰে। সন্তান জন্মি সৰুতে মৰি থাকিলে আপচু নাম কিছুমান দিয়ে। যেনে—সোতা, বাঢ়নী, পানীপোতা, তেলী, ঢেঙৰ, বঙালী বা আন কিছুমান নীহকুলীয়া জাতি।

কিছুমান নাম আকৌ স্বৰসঙ্গতি বা স্বৰভক্তিৰ ফলত সৃষ্টি হয়। এনে নামবোৰৰ মূলত অৱশ্যে একোটা টান নাম থাকে। যেনে—সতাই, ভদাই, মিঠাই, তিতাই, মিলাই, কিনাই, মিনাই, ৰমাই, গদাই,

বুদাই, কদাই, বঁসাই, পুহাই, মঘাই, চতাই, বগাই, ৰঙাই, কুলাই, বেথাই, ভেদাই, যোগাই, কেৰপাই, গেন্ধাই ইত্যাদি।

মানুহে জীৱনত কিছুমান কাম কৰে কিন্তু একোটা কামে ভৱিষ্যত জীৱনৰ বাবে নাম এটা নিৰ্ধাৰণ কৰে। তদুপৰি কিছুমান মানুহৰ 'হবি' বা ৰাগি থকা বিষয়টোৰেও নাম একোটা সৃষ্টি কৰে। চিকাৰী, বৰশী, নাচনী, বহুৱা, নামতী, পাঠেক ইত্যাদি। অনেক বহুব্ৰীহি সমাস মানুহৰ নাম—খৰেখোৱা, বাঘেখোৱা, কাণকটা, কাণছিগা।

কিছুমান অদ্ভুত শব্দও মানুহৰ নামত পৰিণত হয়—দিম, পাৰি, দবল, জেৰেপ্, ভেবেল, কেহো, ভেকো, লঠৌ, গদং, মাথৌ, বাঁহফলা, ফেটেঙা, কাংকৈ, গেনা-মতা, টাং-পতা, ভেদৌ, ভদ, ভট, গং, পিংকলি, ভলক, ভল, মেবুৰা, মেহুৱা, ঘটং, পিপৈ, নাকৈ, লখৌ, লখ, ইত্যাদি।

মাকে-বাপেকেই অনেক সময়ত বাপুৰ পাঁজি-পুথি তল পেলাই নাম নিৰ্ধাৰণ কৰে। নিগনি বা নেউলবদৰে ক্ষীণ দেখি নেউল, নিগনি; নোদোকা শকত দেখি থোলোকা, পেটটো পেটুৱা দেখি পেটুৱা, গেৰেলা; কটাৰী নালটোৰদৰে দিঠা দেখি নালীয়া, মুখখন বান্দৰৰ নিচিনা দেখি বান্দৰ ৰাখে। পিছলৈ সেই নামবোৰ দেখাত লুকাই থাকিলেও মৰি নেযায়।

অসমীয়া গাঁৱলীয়া মানুহৰ নামত প্ৰত্যয় প্ৰয়োগো মন কৰিবলগীয়া। এনে প্ৰত্যয়ৰ ভিতৰত দৈ, বৰ, মলা, লা, প্ৰত্যয় তিৰোতা মানুহৰ নামতহে বেছিকৈ ব্যৱহাৰ হয়। যেনে—ভোগদৈ, কলীদৈ, তৰাদৈ, মলাদৈ, ৰংদৈ, ৰহদৈ, সৰুদৈ, তেলদৈ, লাহদৈ, কোমলদৈ, ভাদৈ, বগীদৈ সোণাদৈ; পানীমলা, পুনিমলা, ৰহিমলা, ধনমলা, ৰূপমলা; ৰহিলা, মুহিলা, ককিলা, পটিলা ইত্যাদি। বৰ প্ৰত্যয় পুৰুষৰ নামৰ পিছতহে যোগ হয়। মিলিবৰ, ধনবৰ, মনবৰ, পাহুবৰ, পাণবৰ, লংবৰ, সোণাবৰ, সোণবৰ, বুদবৰ, দেওবৰ, দিলবৰ, গোবৰ ইত্যাদি। বস্তুবাচক শব্দ বা বিশেষণৰ পিছত ৰাম যোগ কৰিও নাম থোৱা হয়—টেঙাৰাম, পানীৰাম, চেঙাৰাম, কাহীৰাম, বাটিৰাম, মাটিৰাম, চেপাৰাম, তুৱাৰাম, কিনাৰাম, মিনাৰাম, মিঠাৰাম, তিতাৰাম, কণৰাম, দেহিৰাম, টুনিৰাম, পুনিৰাম, পোনাৰাম, জোনাৰাম, সোণাৰাম, গুণাৰাম ইত্যাদি।

প্ৰত্যেক মাক-বাপেকেই নিজৰ পুতেক ডাঙৰ মানুহ হওক বুলি আশা কৰে, অৱশ্যে সেই আশাবো জোখ আছে। এবাৰ এগৰাকী বুঢ়ীয়ে দাৰোগাৰ মহাপ্ৰতাপ দেখি জন্ম এজনক বৰ দাৰোগা হ'বলৈ আশীৰ্বাদ দিছিল। সেইদৰেই পুতেক যি বিষয়া হোৱাৰ সপোন দেখে,

তাকে নাম ৰাখে। যেনে—চিপাহী, মেম্বৰ, ৰজা, ৰাণী, মন্ত্ৰী, মহৰী, বাবু, ঠিকাদাৰ, মণ্ডল, ডাক্তৰ ইত্যাদি।

ৰাম ঈশ্বৰৰ নাম। গতিকে ৰামযুক্ত নামো ভাল নহৈ নোৱাৰে। সেইদৰে ঈশ্বৰৰ নামো তথৈবচ। গতিকেই যিকোনো শব্দৰ পিছতে ঈশ্বৰ শব্দৰ সন্ধি কৰি নাম দিয়ে। যেনে—ফুলেশ্বৰ, তিলেশ্বৰ, মিলেশ্বৰ, পাহেশ্বৰ, মোহেশ্বৰ, গদেশ্বৰ, ঘণ্টেশ্বৰ, মণ্টেশ্বৰ, ৰহেশ্বৰ, তোষেশ্বৰ, পদেশ্বৰ, কুষেশ্বৰ, লখেশ্বৰ, খতেশ্বৰ, খগেশ্বৰ, ঠগেশ্বৰ ইত্যাদি।

অনেক নাম আছে, যিবোৰ আমাৰ নগৰীয়া সমাজৰ বাবে আপচু বা আচহুৱা কিন্তু গাঁৱত সিয়েই অতিকৈ চলি আছে। একেলগে কিছুমান সুকীয়া সুকীয়া গাঁৱৰ নাম সংগ্ৰহ কৰি আলোচনা কৰিলে অসমৰ গাঁৱলীয়া মানুহৰ মনৰ পৰিসৰ, বিশ্বাস, শব্দ-জ্ঞান আদিৰ পৰিচয় পোৱা যায়।

# প্ৰেমৰ বিষয়ে

এইখন প্ৰেমৰ বিষয়ে ৰচনা। প্ৰেম কি, ইয়াক বুজালে বুজিব নোৱাৰি; নুবুজুৱাকৈহে বুজিব পাৰি। আদম আৰু ঈভেই পোন প্ৰথম প্ৰেমিক-প্ৰেমিকা। সেইদিনাখনেই প্ৰেমৰ ফল খাই আদম-ঈভে যি জুতি পালে, তাৰ হেপাহ আজিও শেষ হোৱা নাই, বৰং বাঢ়িছেহে। প্ৰেম শব্দটো শুনিলেই ডেকা গাভৰুৰ গা ৰাঁই-জাঁই কৰে; তেজত পিৰপিৰণি উঠে, চকুৰ পিৰিকতি ঘন হয়, বুকুত ধপ-ধপনি উঠে, অৰ্থাৎ আগৰ দিনৰ ঢেঁকীয়ে ধান বনাদি বানে, আজিকালি ৰাইচ মিল চলাদি চলে। তাহানি স্বৰ্গৰ দেৱতা ইন্দ্ৰকে আৰম্ভ কৰি মৰ্ত্যৰ ৰাৱণ-কুম্ভকৰ্ণলৈকে আটাইবোৰৰ গাতে প্ৰেমৰ বা মৰলি বৈছিল, স্বয়ং বিষ্ণুৰ অৱতাৰ শ্ৰীকৃষ্ণৰ প্ৰেমৰ যে পাৰেই নাই। যি কি নহওক, প্ৰেমৰ বলিয়া বানত কিমান জীৱই যে জোলোকা-জোলোকে পানী খাই জলা-কলা হৈছে, তাৰ হিচাপ নাই।

## প্ৰেমৰ শ্ৰেণী বিভাগ

স্বৰ্গৰ নৰ্তকী অপ্সৰা দেখিলেই ইন্দ্ৰৰ প্ৰেমৰ অনুভূতি জাগিছিল। শ্ৰীকৃষ্ণই আকৌ গোপিনীৰ লগত সমানে তাল মিলাই প্ৰেম কৰাৰ উপৰিও ৰুক্মিণী, সত্যভামা, ৰাধাৰ প্ৰতি বিশেষ মনোযোগ দিছিল।

ক্লিওপেট্ৰাৰ প্ৰেম আকৌ ৰাজনীতি প্ৰেম। ডান্টেৰ প্ৰেম আকৌ গজালি মেলিবলৈ নোপোৱাকৈয়ে বন্ধ গছ হ'ল। শিৱসিংহ ৰজাৰ পাঁচগৰাকী ৰাণী থাকোঁতেও ফুলেশ্বৰীৰ প্ৰেমত পৰাটো কম কথা নহয়। ছাহ্জাহানৰ প্ৰেম একা ? এনেকৈ পৃথিবীৰ বিভিন্ন ধৰণৰ প্ৰেমৰ কাহিনীবোৰ বিশ্লেষণ কৰি প্ৰেমক কিছুমান ভাগত ভাগ কৰিব খুজিছোঁ, যেনে—চুচুৰীয়া প্ৰেম, এফলীয়া প্ৰেম, লেকেটীয়া প্ৰেম, শামুকীয়া প্ৰেম, শালিকী প্ৰেম, চাকৈ-চকোৱা প্ৰেম, কাকতীয়া প্ৰেম, হাকুটীয়া প্ৰেম, অভং প্ৰেম, অজগৰ প্ৰেম, পলৰীয়া প্ৰেম, একচনা প্ৰেম, ম্যাদী প্ৰেম, নাকীলগোৱা প্ৰেম, প্ৰফেছনেল প্ৰেম।

## চুচুৰীয়া প্ৰেম

এইবিধ প্ৰেম বিশেষকৈ চেঙেলীয়া বয়সৰ ডেকা গাভৰুৰ মাজত হয়। কেইখনমান চিঠি আৰু দুদিনমান একেলগে চিনেমা থিয়েটাৰ কৰাৰ পিছত এই প্ৰেমৰ অন্ত পৰে। এই প্ৰেমৰ স্থায়ী চিন নেথাকে। আচল কথাটো কোৱাৰ আগতেই এইবিধ প্ৰেমৰ শলিতা নুমায়। এইবিধ প্ৰেম অন্ত হ'লে প্ৰেমিক-প্ৰেমিকাই বাটত ভেটাভেটি হ'লে লাজ পায় আৰু অচিনাকি ভাও জুৰে।

## এফলীয়া প্ৰেম

এইবিধ এবিধ আচৰিত প্ৰেম। এইবিধ এখন তালে অকলে বজা প্ৰেম। কোনোবা ডেকাৰ প্ৰতি কোনোবা গাভৰুৱে কাহানিবা ভুলতে কেৰাহিকৈ চালে। ডেকাই ধৰি ল'লে গাভৰু প্ৰেমত পৰিছে। সেইদিনাৰেপৰা ডেকা হ'ল—এঠেঙীয়া বগলী, নিতৌ নাচে গধূলি। এইফালে প্ৰেমৰ বহুঘৰা পকি টুপটুপীয়া, সিফালে খবৰেই নাই। এইবিধ প্ৰেমত প্ৰেমিক-প্ৰেমিকাই আনৰ আগত দাবী কৰি ফুৰে, বোলো অমুক বা অমুকী তেওঁৰ প্ৰেমত পৰিছে। বিশেষত্ব এই, তেওঁ আচল ব্যক্তিৰ আগত নিজৰ মনৰ কথা ক'ব নোৱাৰে।

## লেকেটীয়া প্ৰেম

এইবিধ প্ৰেম চেলাপেটা জোকতকৈয়ো চাৰ। ৰবগছৰ আঠাও যদি কাহানিবা এৰে, এইবিধ প্ৰেম একৰাৰ নোৱাৰি। 'পিয়াহে নেজানে ধোবাৰ ঘাট, প্ৰেমে নেজানে জাত-বিজাত।' এইবিধ প্ৰেমৰ গাত খাটে। হাক-বচন, ধৰ্ম-কৰ্ম, জাত-বিজাত, দেশ-বিদেশ ই একো নেমানে।

যিদিনাই চকুৰে চকুৰে চাই পীৰিতি লাগিলে সেইদিনাৰেপৰা মিলনৰ মৌ-কোঁহ চুহিব নোৱৰালৈকে ৰবা চাউলৰ কণ্ঠাল লগাদি লাগি থাকে।

## শামুকীয়া প্ৰেম

এইবিধ প্ৰেম শামুকৰ গতিৰে আগ বাঢ়ে। তীব্ৰ উচ্ছ্বাস বা মিলনৰ আকাঙ্ক্ষা বৰ কোবাল নহয়। একেদিনাই হিয়াতলি উদিয়াই কথাবোৰ কৈ দেৱলীয়া হ'ব নোখোজে। এনেকুৱা শামুকীয়া প্ৰেম কেতিয়াবা হাইস্কুলতে আৰম্ভ হয় কিন্তু বিশ্ববিদ্যালয়ৰ দুৱাৰদলি পাৰ হৈ অহাৰ পিছত হে ধৰা পৰে। এনেকুৱা প্ৰেমিক-প্ৰেমিকাৰ আগত ঘৰৰপৰা বিয়াৰ প্ৰস্তাৱ আগবঢ়ালে 'অবহ্তী কন্যাৰ ওঠৰটা বাৰ' ওলায়। বাহিৰৰপৰা প্ৰেমৰ নাড়ী-স্পন্দন ধৰা টান। পহু আৰু কাছৰ দৌৰত কাছই লাহে লাহে গৈও লক্ষ্যত উপনীত হোৱাৰদৰে শামুকীয়া প্ৰেমো সদায় কৃতকাৰ্য্য হয়।

## শালিকী প্ৰেম

এইবিধ প্ৰেমত প্ৰেমিক-প্ৰেমিকাই কাল-পাত্ৰ বিচাৰ নকৰি যোৰ পাতি ফুৰে। এটীয়া শালিকা দেখিলে যেনেকৈ যাত্ৰা নাস্তি হয়, এইবিধ প্ৰেমিক-প্ৰেমিকা যোৰ ভঙা দেখিলেও আপুনি যাত্ৰা নাস্তি হৈছে বুলি ধৰিব পাৰে। এইবিধ প্ৰেমিক-প্ৰেমিকাই আলিবাটত খোজ কাঢ়োতে গাত গা নলগাকৈ যোৱাটো নিষেধ। ৰেস্তোৰাঁ, চিনেমা ঘৰ, ক্লাব এইবোৰত একেলগে থাকে। এইবিধ প্ৰেমৰ বতৰ গ'লে আঠা টুটি আছে, তাকে চাই পৰিণতি।

## চাকৈ-চকোৱা প্ৰেম

এইবিধ প্ৰেম বিৰহৰ জুইত পগোৱা। বহুত দিনৰ মূৰত দেখা দেখি আকৌ নাই। এইবিধ প্ৰেমত আন্তৰিকতা আছে। পিছে চকোৱাটোৰদৰে প্ৰেমিকজনৰ চাটিফুটি বেছি। হা-হুমুনিয়াহ, বিষাদ-বেজাৰ এইবোৰে জুমুৰি দি থাকে।

## কাকতীয়া প্ৰেম

এইবিধ প্ৰেমত ডাকঘৰৰ লাভ হয়। কাকতৰ পাততেই এইবিধ প্ৰেমৰ আৰম্ভণি আৰু পৰিণতি বাবে এইটোৱেই ইয়াৰ নাম। এনেকুৱা প্ৰেমে প্ৰথমে পৃষ্ঠাৰ পাতত যাত্ৰা আৰম্ভ কৰি দিস্তাৰ বুকুত শেষ

হয়গৈ। এবাৰ হেনো এজন প্ৰেমিকে কলিকতাৰপৰা গুৱাহাটীলৈ একুৰি বাৰ টকা ভৰি টেলিগ্ৰাম কৰিছিল। এজন প্ৰেমিকৰ আকৌ আটাইবোৰ চিঠি ৰেজিষ্টাৰি কৰি দিওঁতে দিওঁতে তেওঁ প্ৰেম কৰা কালত কেইবাশ টকাও পানী হৈছিল। এইবিধ প্ৰেম সাধাৰণতে কাকতৰ পাতৰপৰা আগবাঢ়িব নোৱাৰিলে চিঠিবোৰ ওলোটাই খোজে, নতুবা শপত-শাতি দি পুৰি পেলাবলৈ কয়।

## হাকুটীয়া প্ৰেম

হাতেৰে ঢুকি নোপোৱা ফুল পাৰিবলৈ যেনেকৈ এডাল হাকুটিৰ প্ৰয়োজন, এইবিধ প্ৰেমৰ যোৰা লগাবলৈ মাজতে তৃতীয় এজন ব্যক্তিৰ প্ৰয়োজন। এনেকুৱা হাকুটিৰ কাম কৰিবলৈ এবিধ বিশেষ মানুহ আছে, আটাইবোৰে এই কাম কৰিব নোৱাৰে। এইবিধ মানুহে আৱশ্যক মতে সি পক্ষৰ মন কোমল কৰি কঠীয়া পাৰে। এনেকুৱা প্ৰেম প্ৰত্যক্ষ নহয়। মধ্যস্থ ব্যক্তিৰ যোগ্যতা অনুযায়ী এনে প্ৰেমৰ পৰিণতি ঘটে।

## অভং প্ৰেম

এইবিধ প্ৰেমৰ অৰ্থ স্বয়ংসম্পূৰ্ণ। ইয়াৰ ব্যাখ্যা নিষ্প্ৰয়োজন।

## অজগৰ প্ৰেম

এইবিধ প্ৰেম বতৰ গ'লে গজে। কোনো কোনো পুৰুষ-নাৰী ডেকা বয়সত অজগৰ সাপ পৰাদি পৰি থাকে। হঠাৎ দুকুৰি বছৰৰ ডেওনা পাৰ হোৱাৰ পিছত কাৰোবাৰ প্ৰতি প্ৰেম জাগি উঠে। অজগৰ সাপে ধৰিলে যেনেকৈ নিস্তাৰ নাই, এইবিধ প্ৰেমৰো নিস্তাৰ নাই, মিলনৰ জখলাত উঠিহে এৰে।

## পলৰীয়া প্ৰেম

এইবিধ প্ৰেমৰ পৰিমাণেই সবাতোকৈ অধিক। ডেকাকালত দুৰ্বাৰ গতিৰে প্ৰেমৰ পোহাৰ মেলি, শপত খাই, প্ৰতিশ্ৰুতি দি, উপহাৰ দি, আঙঠি পিন্ধাই শেষত কাৰোবাৰ আগমণহে চাই কামোৰ মাৰি, বেইতল গৰকি কাৰোবাৰ লগত সংসাৰৰ পাতনি তৰে। এইবিধ প্ৰেমিক-প্ৰেমিকা টেঙৰ হ'লে বিয়াৰ আগতে আগতীয়া প্ৰেমৰ চিন-মোকাম মাৰি পেলায়, হোজা হ'লে লুকুৱাই সামৰি থয়। কিন্তু কেনেবাকৈ আগতীয়া প্ৰেমৰ কাহিনী ধৰা পৰে বুলি পলাই ফুৰে।

কেতিয়াবা ধৰা পৰিলে কথা বিষমো হয়। কেতিয়াবা এনেকুৱা প্ৰেমত 'যোৰবো যোৰ বিপৰীত যোৰ, এটি কাণকটা, এটি চোৰ' লগ লাগে।

## একচনা প্ৰেম

মাটিৰ একচনা কাহানিবা ম্যাদী হ'লেও প্ৰেমৰ একচনা ম্যাদী হোৱা টান। এইবিধ প্ৰেম য'তে ত'তে দেখিবলৈ পোৱা যায়। একেলগে, ৰেলত, বাছত, উৰাজাহাজত যাওঁতে কেতিয়াবা এইবিধ প্ৰেমত পৰাৰ সুবিধা বেছি। কেইঘণ্টামান, এদিন, এৰাতি বা দু'দিন তিনিদিনত এনে প্ৰেম পকি উঠে কিন্তু এৰাএৰি হ'লেই এনে প্ৰেম সোন্দাকল মৰহাদি মৰহি যায় স্কুল, কলেজ আৰু বিশ্ববিদ্যালয়তো একচনা প্ৰেমৰ প্ৰাদুৰ্ভাৱ উলাই কৰিবলগীয়া নহয়। এইবিধ প্ৰেমিক-প্ৰেমিকাক বয়ফ্ৰেণ্ড-গাৰ্লফ্ৰেণ্ড বোলে।

## ম্যাদী প্ৰেম

এইবিধ প্ৰেমক ভকতীয়া ভাষাত পৰকীয়া প্ৰেম বোলে। বিয়া-বাৰু আনৰ লগত হ'লেও পূৰ্বৰ প্ৰেম য'ত অব্যাহত থাকে তাকে ম্যাদী প্ৰেম বোলে। বিয়া বুলিলেই আগৰ প্ৰেমৰ দলিল তামাদি নহয় আৰু বয়সত ইস্তফা নিদিয়ালৈকে ম্যাদী পট্টা খেৰাজী হৈ থাকে।

## নাকীলগোৱা প্ৰেম

এইবিধ প্ৰেমত গাভৰুৱে আগভাগ লয়। পঢ়াত চোকা, দেখিবলৈ ধুনীয়া বা ধনী মানুহৰ ঘৰৰ 'বেলপুং' ল'ৰা পালে গাভৰুৱে পাক্ৱাও কৰি লয়। এইবিধ ডেকা এবাৰ 'ফচিলে' আৰু ৰক্ষা নাই। প্ৰেমিকাই নাকত ধৰি চাকত ঘূৰাই ফুৰে। নাকীলগোৱা ম'হ লৈ ফুৰাদি প্ৰেমিকাই প্ৰেমিকক লগত লৈ ফুৰায় আৰু চা-চিনাকি দি ফুৰে।

## প্ৰফেছনেল প্ৰেম

এবিধ ডেকা-গাভৰু আছে তেওঁবিলাকৰ প্ৰেমত পৰাটোৱেই কাম। একেলগে তিনি চাৰি ঠাইত প্ৰেমৰ পোহৰ পাতে নতুবা হঠাতে কোনোবা ডেকা গাভৰু দেখিলে নতুনকৈ প্ৰেমত পৰে। এইদৰে সঘনাই সলনি কৰি নতুবা একেলগে বহু ঠাইত প্ৰেম কৰিব পৰা বিধৰ প্ৰেমকে প্ৰফেছনেল প্ৰেম বোলে। এইবিধ প্ৰেমৰ প্ৰেমিক-প্ৰেমিকাই 'প্ৰেমশ্ৰী' উপাধি পায়।

# অচমিঞা জাতি

অসমত দুজাতি মানুহ আছে—এজাতি অসমীয়া, এজাতি অচমিঞা। এজাতি জাতে-পাতে, গুৰিয়ে-গোষ্ঠীয়ে, পুলিয়ে-পোখাই অসমীয়া। এইবিধে খাৰ-পচলাৰ আঞ্জা খায়, পানী-পোতাত তামোল খোৱা পিক পেলায়, খুটাত চুণ সানে, দীঘলকৈ হামি মাৰে, তাতোকৈ দীঘলকৈ হুমুনিয়াহ কাঢ়ে। কুহুৰ কুহুৰকৈ কাহি ঘনাই কলিং বেল বজায়। আঠু-মূৰ সাৱটি বহে। এণ্ডালি-বেণ্ডালিকৈ আলিত খোজ কাঢ়ে! বেলি দুপৰলৈকে শোৱে। ৰাতি হ'লে সাত হাল বায়; পুৱা হ'লে এহালো নাই। এই জাতি অসমীয়াৰ ল'ৰাই হাতীখুজীয়া বাটিৰে এবাটি খাই পেটুৱা নতুবা ভতুৱা নাম লয়। জাৰকালি কৰ্‌কৰা ভাত খাই ঠুকঠুককৈ কঁপে। নাকে-মুখে শেঙুনৰ খোপা লৈ সদাশিৱৰ ভাও দিয়ে।

ইজাতি হ'ল অচমিঞা। এওঁবিলাকৰ ল'ৰাই বাপেকক 'পাপা' 'দাদী' মাকক 'মামী' বোলে। এওঁবিলাকে কোনো অসমীয়া বস্তু চিনি নেপায়। অসমীয়া স্কুলত নপঢ়ে, অসমীয়া 'দানা' নেখাই বিলাতী 'খানা' খায়। এইবিধ অচমিঞা মানুহৰ ছোৱালীয়ে মূৰত তেল নঘঁহে, চুলি চুটিকৈ কাটে, চোলা চুটিকৈ পিন্ধে, দীঘল শাৰী পিন্ধে, লেনিয়াই কথা কয় আৰু নিজকে কেতিয়াবা অসমীয়া সঁচৰ বুলি ক'ব লগা হ'লে মৰিবৰ সমান তাপ পায়। দহপহীয়া নাঙ্গীফুল সঁচ এৰি এপহীয়া হোৱাৰদৰে এইবিধ আচমিঞা হৈছে অসমীয়া জাত এৰি। গুৰিতে অসমীয়াই। এওঁবিলাক অচমিঞা হোৱাৰ একেবাৰে কাৰণ নোহোৱা নহয়; আছে।

### উধনীয়া ভেম

অচমিঞা মানুহে নিজকে অসমীয়া বুলি চিনাকি নিদিয়াৰ বহুতো কাৰণ আছে। অসমীয়া মানুহৰ নিজা কোনো ডাঙৰ বস্তু নাই। শদিয়জীয়া আলু দিখৌকাষত কলে যদি ডাঙৰ হয় তেনেহলে অসমীয়া মানুহে ক'ব, বোম্বাই আলু—অধিকন্তু বম্বাই আলু। সেইদৰে পৃথিৱীৰ গৰ্ভত হোৱা সকলো ডাঙৰ শইচকেই বম্বাই বুলি কয়—বম্বাই মূলা, বম্বাই পিঁয়াজ, বম্বাই চালগোম আৰু যদি গছত কিবা শইচ ডাঙৰ হৈ লাগে সেইটোও অসমীয়া নহয়, বিলাতী। ডাঙৰ মাটিকঁঠাল হ'লে বিলাতী

মাটিকঁঠাল, অমিতা ডাঙৰ হ'লে বিলাতী অমিতা। সেইদৰে বিলাতী আম, বিলাতী বিলাহী, বিলাতী বেঙেনা, আনকি অসমীয়া মানুহে কনডেন্স মিল্ককো বিলাতী গাখীৰ বোলে। আমি আকৌ সকতে মেমৰ গাখীৰ বুলিছিলোঁ— অৱশ্যে অসমীয়া বা অচমিঞা মেমৰ নহয়। বিলাতী আৰু বম্বাইৰ লগত যদি ফেৰ মাৰিব নোৱাৰি ডাঙৰ হয়, তেনেহলে অসমীয়া মানুহে তাক বঙালী বুলি কয়। মালভোগ কল ডাঙৰ দেখিলে কয়, বঙালী মালভোগ, বগৰী ডাঙৰ দেখিলে কয়, বঙালী বগৰী আৰু মধুৰি আম ডাঙৰ দেখিলে তাক বঙালী মধুৰি বুলি গৌৰৱ কৰে। অসমীয়া বুলি নিতান্তই স্বীকৃত যি কেইটা বস্তু আছে তাৰে ভিতৰত মালভোগ কল, পোৰা কুঁহিয়াৰ আৰু অসমীয়া পিঁয়াজ, অসমীয়া মালভোগ কল, কেঞা আঙুলিৰ সমান সৰু আৰু ফপৰীয়া। অসমীয়া পোৰা কুঁহিয়াৰ চেকনী এনাৰিৰদৰে লিকলিকীয়া। অসমীয়া পিঁয়াজৰ ফুল নুফুলে। মুঠতে অসমীয়াৰ ডাঙৰ শইচ একো নাই। দুটা মাত্র ডাঙৰ বস্তু আছে—এক, অসমীয়া ম'হৰ শিং ডাঙৰ; দুই, অসমীয়াৰ উধনীয়া ভেম ডাঙৰ।

## ধোদৰ বংশধৰ

অচমিঞাসকলে কয়, অসমীয়া ভাষাত তিনিটা শব্দ আছে যাৰ সমাৰ্থক শব্দ পৃথিৱীৰ অন্যান্য ভাষাত পোৱা নেযায়। এই তিনিটা শব্দই অসমীয়া জাতিটোৰ মানুহৰ স্বভাৱৰ প্ৰতিনিধিত্ব কৰিছে। এই বিখ্যাত শব্দ তিনিটা হ'ল—ধোদ, ধদুৱা আৰু ভতুৱা। অসমীয়া জাতিটোৱেই ধোদৰ বংশধৰ। গদাধৰ সিংহৰ ছকুৰি মাইল দীঘল ধোদৰ আলি বন্ধা ধোদৰ বংশধৰসকলৰ বাহিৰে যিবোৰ লাচিত বৰফুকনৰ দিনৰ বীৰৰ বংশধৰ আছিল, সেইবোৰে মৰাণৰ বিদ্ৰোহ আৰু মানৰ আক্ৰমণৰ সময়ত খঁৰাকলি দা জোকাৰি জোকাৰি ৰণ কৰোঁতে শেষ হ'ল। আনে ৰণ কৰিবৰ বেলিকা ধোবাং জুৰি শুই থকা ধোদসকলেই বাচিল আৰু এতিয়া তেওঁবিলাকৰ বংশধৰসকলেই নিজক অসমীয়া বুলি চিনাকি দিয়ে। ইয়াৰ বাহিৰে যি দুই-চাৰিঘৰ ইফাল-সিফালৰপৰা আহি গোট খাইছিল, সেইসকলে আকৌ কনৌজ, নবদ্বীপ, গৌড় আদিলৈ আঙুলিয়াই কেতিয়াবা টালি-টোপোলা বান্ধি যাবলৈকে ওলায়। গতিকে নিতান্তই অসমীয়া বুলি চিনাকি দিয়া ভদ্ৰলোকসকল নিতান্তই ধোদৰ বংশধৰ। গদাধৰ সিংহৰ দিনত বৰআলি বান্ধি বিখ্যাত হোৱা এই চিৰপূজ্য কীৰ্তিমান ধোদ সন্ততিসকলে 'পিঠি পুৰিছে, ফিৰি শো' বুলি কবলৈকো অৱসৰ নাই—এব্ৰিভিয়েশ্যনতহে কয়— পি-পু-ফি-শো।

থদুৰা মানুহ অন্য জাতিৰ মাজত আছে নে নাই নেজানো, অসমীয়া মানুহৰ হ'লে আছে। ৰাতিপুৱা বাহী মুখ ধুইয়েই ইঘৰ-সিঘৰকৈ দহঘৰমানত বাৰে ভচহ্ কথা পাতি ভাত খাবৰ পৰত ঘৈণীয়েকৰ ওপৰত ৰৰমতা বোলায়।" এমাহ পূজা চায়, দুমাহ বিহু খায়, বছৰত এশবাৰ শহুৰেকৰ ঘৰলৈ যায় আৰু বাৰমাহত তিনিমাহ খেতি কৰে। অসমীয়া মানুহে 'দমৰা গৰুৰে ডেব নোৱৰা ওখকৈ একাঁহী ভাত, হাতীখুজীয়া বাটিত জলপান খায়। অসমীয়া মানুহক ভাত খাবলৈ জুতি-বুধি নেলাগে, 'ভোকত ভাতেই আঞ্জা' আৰু খুব বেছি নিমখ-জলকীয়া। অসমীয়া ভতুৱা গিৰিয়েকৰ 'খৰ ৰান্ধনী খৰ বাঢ়নী' ঘৈণীয়েকে 'এনেও কাণী, তেনেও কাণী, ধেং ধেংকৈ দিওঁ শাকত পানী' বুলি এপাচি শাকত এটা পুঠি দি আঞ্জা ৰান্ধে আৰু ভতুৱা গিৰিয়েকে তাকে টেঁটুলৈকে খায়। সকৰেপৰাই ল'ৰাক হেঁচি হেঁচি ভাত খুৱাই ভতুৱা কৰে। এইদৰে অসমীয়া জাতিৰ ভৱিষ্যৎ বংশধৰ সৃষ্টি হয়। এইবোৰ কাৰণতে যুগৰ লগত খাপ খোৱা অচমিঞাসকলে নিজকে অসমীয়া বুলি চিনাকি দিবলৈ টান পায়। পিচে, ম'ৰা চৰাইৰ পাখি পিন্ধিলেই কাউৰী ম'ৰা নহয়, সেইটোহে বিপদ।

# অচমীয়া ভাচা

এইখন অচমীয়া ভাচাৰ ৰচনা। অসমীয়া ভাচাটোক এবিধ প্ৰগতিবাদী সাহিত্যিকে অচমিঞা অৰ্থাৎ মিঞাৰ ভাচা বুলিও ক'ব খোজে। এইটো ভাচা খাৰ খাই খাই সেৰেকা হোৱা, দোৰোল নোখোৱা জিভাত ৰৰকৈ নুফুটে। এইটো ভাচা ৰচগোল্লা, পানতোৱা, চচৰি, ভাজিখোৱা জিভাতহে ফুটে। পুৰণিটোত কুকুৱা চৰায়ে নখ বহুৱাদি খামোচ মাৰি ধৰি থকা বিধৰ মানুহে এই ভাচাটো শুনি চেঙেলি মাছে জপিওৱাদি জপিয়াই থাকে আৰু আচল অচমিঞা মানুহে তাৰবীয়া সোৱাদ বস্তু চেলেকি চেলেকি খোৱাদি খায় অৰ্থাৎ অচমীয়া ভাচাৰ মাত-কথাবোৰ শুনি মৌ-যেন সোৱাদ পায়, এই অচমীয়া অৰ্থাৎ অচমিঞা ভাচাৰ বিষয়ে এইখন ৰচনা। ৰচনাখন পঢ়ি প্ৰগতিবাদী মখাই চুক ডেকুলীয়ে ৰৰষুণৰ আগজাননী পাই টোৰোক্ টোৰোককৈ মতাদি নিজৰ নিজৰ ভিতৰতে টোৰ্টোৰাব। ৰক্ষণশীল মখাই জোক চাই চূণ আৰু ঘা চাই চেঙাজেল

দিছে বুলি খিত্ পৰি হাঁহিব। তাৰ পিছত আকৌ অচমিঞা ভাচা চলি যাব। কোনোবা এজনে চেনাই শব্দৰ আঁতি-গুৰি বিচাৰি চীন দেশ আৰু আসাম শব্দৰ আঁতি-গুৰি বিচাৰি হ্যা-চাম্ তা-চাম্ নতুবা অশ্ম-ভস্ম কৰি থকাৰদৰে অচমিঞা ভাচাৰ আঁতি-গুৰি বিচাৰি গৈয়ো কোনোবাই মিঞাৰ ঘৰত ওলোৱাটো একো আচৰিত নহয়। যেয়ে য'তে ওলাওক আমাৰ একো কাঁহী পাতে গা নেকাটে।

## চাইনবৰ্ডৰ ভাচা

এই কুৰি শতিকাত দুটা বস্তু নহ'লে নচলে—এক, চাইনবৰ্ড; দুই, বাতৰি কাকতত নাম প্ৰকাশ। চাইনবৰ্ডৰ ভাচাটো বহুতো সময়ত আমাৰ খাৰখোৱা মখাই বুজি নেপায়। এই মখাই চাইনবৰ্ডৰ ভাচা দেখিলে কয় যে অসমীয়া ভাষা গুচি ধোলাৰ পাট হ'ল। যাৰ যি ইচ্ছা তাকে লিখে। দেৰগাঁৱৰপৰা গোলাঘাটলৈ যোৱা বাটৰ কাষত ৰাসায়নিক সাৰ প্ৰয়োগ কৰি কথা 'উন্নৎ' প্ৰণালীৰ ধান খেতি বুলি বহুতো চাইনবৰ্ড লিখি থোৱা আছে। অচমীয়া মেম চাহাবে তেল নঘঁহি ৰঙা কৰা কুটুলা চুলিৰদৰে ৰঙা পৰা ধান গছবোৰ 'উন্নৎ' প্ৰণালীৰে কৰা ধান খেতিয়েই হ'ব, 'উন্নত' প্ৰণালীৰ হ'ব নোৱাৰে। উন্নত প্ৰণালীৰ হোৱা হ'লে লহপহীয়া ধান হ'লহেঁতেন। যোৰহাটৰ দোকানসমূহত আকৌ লিখা আছে—'চৰকাৰী সস্তীয়া মূল্যৰ দোকান", "চৰকাৰী চেনী বিক্ৰী হয়" অৰ্থাৎ এনেয়ে সস্তীয়া মূল্যহে। কিয়, সুলভ মূল্যৰ চৰকাৰী দোকান বা চৰকাৰী নিৰিখত বস্তু বেচা দোকান বুলি ক'লেনো কি গোৰে-পোৰে তললোৱা অপৰাধ লাগে? চেনী যেন দুবিধ— চৰকাৰী আৰু বে-চৰকাৰী। নগাওঁ জিলাৰ চাম-গুৰিত এখন চাইনবৰ্ডত আকৌ লিখা আছে—"ঋণদান সমবায় সমিতি", ঋণ যদি দানেই হ'ল— তেনেহলে কোনে ঘূৰাই দিব? ঋণ দিয়া সমবায় সমিতি বুলি ক'লে অচমিঞা মানুহে নুবুজিব নে কি? সেইখন জিলাৰে জাগীৰোডৰ এখন চৰকাৰী চাইনবৰ্ডত লিখা আছে— "কৃত্ৰিম গো প্ৰজনন কেন্দ্ৰ", গৰু কৃত্ৰিম নে প্ৰজনন ব্যৱস্থা কৃত্ৰিম? গাঁৱলীয়া মানুহে সেই বাবেই ওচৰ নেচাপে। কৃত্ৰিম গৰু বা কেনেকুৱা, ঠেং বা কেইটা, শিং বা আছে নে নাই? এইবোৰ ভাবিয়েই উপায় নেপায়। গৰুৰ কৃত্ৰিম প্ৰজনন কেন্দ্ৰ বুলি ক'লে অচমীয়া ভাচা নহৈ অসমীয়া ভাষা হ'ব নে?

পি-ডব্লিউ-ডিৰ ভাচাটোৰ আকৌ মাহাত্ম্য আৰু একোৰ চৰা। অসমীয়া মানুহ খাৰখোৱা, জধলা, লেতেৰা, গতিকে ফিট্ফাট্ কুলবাবু

ইঞ্জিনীয়াৰসকলে চাইনবৰ্ডত অসমীয়া মানুহৰ স্বৰূপটো দেখুৱাব পাৰে নে? যোৰহাটৰপৰা শিৱসাগৰলৈ আহোতে বাওঁহাতে এটা আলি আছে, নামটো ঢেকীয়া খোৱা আলি। আলিটোৰ শুদ্ধ বৰ্ণবিন্যাস দেখিলে অসমৰ বাহিৰৰ মানুহে অচমীয়া মানুহক জঙ্ঘলী, ঘাঁহখোৱা বুলি হাঁহি ইতিকিং কৰিব। গতিকে পি-ডব্লিউ-ডিয়ে বাপেকেনে শব্দটোৰ বৰ্ণবিন্যাসকে সলাই 'ধেকীয়া খোৱা আলি" কৰি দিলে। এতিয়া বুজিবৰ সাধ্য কাৰ? ভাচা ৰক্ষাত এই বিভাগটোৱে কম সহায় কৰিলে নে? অসমীয়া মানুহে ঢেকীয়া খাই অচমিঞা মানুহৰ নাক-কাণ কাটিবলৈ আহে। গতিকে 'ধেকীয়া' কেনেকৈ খাই দেখা যাওক। ৰঙিয়াৰপৰা নলবাৰীলৈ যাওঁতে এঠাই নে দুঠাইত "চাব্-ৰে"ৰ অসমীয়া কৰিছে "সহকাৰী ৰাস্তা"। আমাৰ ভাষাত বাট, পথ, আলি, পদূলি, সৰ, পটি, বঁকিয়া, লুং— এই আঠোটা শব্দ থকা সত্বেও ৰাস্তা বুলিলেহে হয় নে? তদুপৰি সহকাৰী হ'ল কেনেকৈ?

অসমীয়া ভাষাৰ কঠীয়াতলী হেনো শিৱসাগৰ। চৰকাৰৰ আইন অনুসৰি অসমীয়া ভাষা মহকুমা পৰ্য্যায়ত ৰাজ্যিক ভাষাও হৈছে। পিছে অচমীয়া ভাষা হোৱা নাইতো? নগৰৰ সোঁ-মাজতে "মহকুমা কৃষি অফিছ" বুলি লিখা এখন চাইনবৰ্ড আছে। পঢ়িলে এনেকুৱা লাগে যেন 'মহকুমা কৃষি' নামৰ এবিধ খেতিহে আছে। এনেস্থলত মহকুমাৰ কৃষি অফিচ বুলি লিখিলেনো কি জগৰ?

এইবেলি আহো চৰকাৰী পৰিবহন বিভাগলৈ। তাত আকৌ এসময়ত লিখা আছিল "হাত-মূৰ বাহিৰত নুলিয়াব।" তাৰ মানে গাড়ীত উঠাৰ আগতে অৰ্থাৎ গাড়ীৰ বাহিৰত হাত-মূৰ নুলিয়াব। "বাহিৰলৈ হাত-মূৰ নুলিয়াব" বুলি কওঁতে দুই একে সোধে— "ক'ৰ পৰা? জেপৰপৰা নে কাপোৰৰ জাপৰপৰা?" টিকটৰ দুৱাৰত আকৌ লিখা আছে— "টিকটৰ নিৰিখ অনুযায়ী ভাজনি পয়ছা আনে যেন।" আমি ব্যাকৰণ-অভিধান ঘাটি 'ভাঙনি' শব্দটোৰ অৰ্থ পালোঁ— "অধিক ভাং গছ থকা ঠাই" (হেমকোষ)। এই প্ৰহিবিশ্যনৰ দিনত ভাঙনিলৈ মাতি নি পৰিবহন বিভাগে কাক কাটৈক খুৱাব খুজিছে ক'ব পৰা নাই। ইমানদিনে আমি ভজনীয়া পইচাহে জগত লৈ ফুৰাইছিলোঁ; এতিয়া "ভাঙনী পয়ছা" পাওঁ ক'ত?

এইয়া ৰাজ্যভাষা হ'বলৈ ওলোৱা অচমীয়া ভাচাৰ নামমাত্ৰ উদাহৰণ। ইংৰাজী ভাষাত 'এচ্' আখৰটো পৰি যাওক, 'এ'ৰ ঠাইত 'এন্' হওকচোন সাতখন পতালৈ অশুচি হ'ব কিন্তু অসমীয়া ভাষাৰ ক্ষেত্ৰত ব্যাকৰণ অভিধানৰ ভেটি উচ্ছন্ন কৰি অচমিঞাসকলে অনেক ৰীতি খটুৱাব

পাৰে। ণত্ব বিধি—ষত্ব বিধিৰ দুৱাৰ-ডাং কাটি, হ্ৰস্বস্বৰ দীৰ্ঘস্বৰৰ সীমা ভাঙি, দন্ত্য মূৰ্ধণ্য তালব্যৰ জাতি বিভাগ তুলি দি অচমিঞাসকলে অচমীয়া ভাচা লিখে। মাতৃভাষা শুদ্ধকৈ নেজানে, বিদেশী ভাষা জানে। অতদিনে বাপেক ভেজাল হোৱাৰ কথাহে শুনিছিলোঁ, এইবেলি মাকো ভেজাল হ'ল হ'বলা। হৰি! হৰি!!

# ভূত! ভূত!! ভূত!!!

এইখন ভূতৰ বিষয়ে ৰচনা। বহুতেই ভূত বিশ্বাস নকৰে। মই কিন্তু ভূত বিশ্বাস কৰোঁ। আনকি মই ভূত দেখিছোঁও। ডৰীগছত থকা বুঢ়া ডাঙৰীয়া, ঘিলাগছত থকা বগাঘোঁৰা, বৰখালত থকা যখিনী, ডোবাত থকা বাক আৰু মৰিশালিত থকা 'কন্ধ' মই নিজ চকুৰে দেখিছোঁ। এই ভূতবোৰ চেহেৰাত লেঙ্ লেঙ কৰে দীঘল, কিচ্ কিচ্ কৰে ক'লা, তেল্ তেল্ কৰে পিচল। ভূতৰ কাহিনীবোৰ বৰ ৰসাল। ভূতবোৰ যিমান জয়াল, সিহঁতৰ কাহিনীবোৰ তাতোকৈ বেছি জয়াল। ৰাতি হ'লে ভূতৰ কাহিনীবোৰ বঢ়িয়াকৈ ৰসাল আৰু জয়াল হয়। ভূতৰ গল্প শেষ হ'লে বহুতো বীৰ-বীৰাঙ্গনাই ৰাতি পিৰালিলৈ ওলাবলৈ, নতুবা মাৰল ঘৰৰপৰা আখলশাললৈ যাবলৈ লগ বিচাৰিবলগীয়া হয়। আমাৰ দেশৰ ভূত যিমান চেঙা আৰু চোকা, সেই পৰিমাণে বেজো চোকা। ভূতৰ লগতে ৰাজহাঁহ, ৰঙাহাঁহ, ক'লাহাঁহ খাই, নাকত ভোট জলকীয়া ভাঙি ভূতক চৈধ্য পুৰুষৰ মুখ দেখুৱাই এপালি দিয়ে আৰু স্নান কৰায়। ভূত আৰু বেজ নলে-গলে লগা বন্ধু। কাৰণ, ভূত নেথাকিলে বেজৰ মহিমা আৰু বেজ নাথাকিলে ভূতৰ বল বুজিব নোৱাৰি।

## বিলাতী ভূত

এখন বিলাতী আলোচনীত 'সঁচা কাহিনী' বুলি লিখা ভৌতিক কাণ্ড এটাৰ কথা পঢ়িছিলোঁ। বিজ্ঞানৰ উচ্চ শিখৰত উঠা ভূতৰ নামত জুইতো কুটাগছ নিদিয়া এখন পশ্চিমীয়া দেশৰ কথা। এজন ডেকাই এগৰাকী গাভৰুক প্ৰাণভৰি ভাল পাইছিল। লাহে লাহে দুয়োৰে অন্তৰ অসীম ভালপোৱাৰে উপচি পৰিছিল। কিন্তু ইতিমধ্যে বাধ্য-বাধকতাৰ মাজত গাভৰু গৰাকীৰ আন এজন ডেকাৰ লগত বিয়া হৈ গ'ল।

ডেকাজনে ব্যৰ্থতাৰ অসহ্য বেদনাত আত্মহত্যা কৰিলে। দিনচেৰেকলৈ অঞ্চলটোত চাঞ্চল্যৰ সৃষ্টি হ'ল। তাৰ পিছত সকলো নিমাত। কিন্তু ঘটনাৰ সিমানতে অন্ত নপৰিল। বিয়াৰ মাহচেৰেকৰ পিছৰপৰা বিবাহিতো গাভৰু গৰাকী শুকাই-খীণাই যাবলৈ ধৰিলে। ৰাতি টোপনি নাহে। চকু মুদিলেই কিবাকিবিবোৰ দেখে। হঠাতে উচাপ খাই উঠে। দিন বাঢ়ি যোৱাৰ লগে লগে দুৰ্বল হৈ পৰিল আৰু ৰাতি একোটা চিঞৰৰ মাৰি মূৰ্চ্ছা যাবলৈ ধৰিলে। কিছুসময়ৰ মূৰত আকৌ চেতনা পায়। ডাঙৰ ডাঙৰ ডাক্তৰৰ চিকিৎসাতো কোনো ৰোগ-ব্যাধিৰ লক্ষণ ধৰা নপৰিল। বিয়াৰ পিছৰ কল্পিত সুখৰ সংসাৰখন ভাগি টুকুৰা-টুকুৰ হৈ দুখ, অশান্তি আৰু চিন্তাৰে উপচি পৰিল। শেষত গাভৰু গৰাকীক চিকিৎসা কৰিবলৈ এজন মনস্তাত্ত্বিক নিয়োগ কৰা হ'ল। মনস্তাত্ত্বিকে ভালেমানদিন ৰোগীক একেৰাহে পৰীক্ষা কৰি দেখিলে যে ৰাতি গভীৰ হৈ আহিলে ক'ৰবাৰপৰা জোনাকী পৰুৱাৰদৰে এধানমান পোহৰ উৰি আহে। সেই পোহৰকণ আহি গাভৰু গৰাকীৰ ঘৰৰ ওচৰ পালেই হঠাতে গাভৰু গৰাকী উচাপ খাই উঠে আৰু চিঞৰ মাৰি মূৰ্চ্ছা যায়। এই কথাৰ পম খেদি মনস্তাত্ত্বিকজনে কেইবা ৰাতিও পৰ্যাবেক্ষণ কৰি দেখিলে যে এই পোহৰকণ নিৰ্দিষ্ট এটা হাঁফলুৰপৰা আহে। হাঁফলুটো খনা হ'ল। মাটিৰ তলত জহি-পমি যোৱা এটা নৰকঙ্কাল পালে। কঙ্কালটোৰ ভিতৰত কলিজাটো তেতিয়াও সতেজ হৈ আছিল। মনস্তাত্ত্বিকে ঠাৱৰ কৰিলে যে সেই কলিজাটোৰপৰাই পোহৰকণ আহে। সেই হাঁফলুটো আছিল আত্মহত্যাকাৰী ডেকাজনৰ কবৰ আৰু সেই নৰকঙ্কালটোৰ কলিজাটোত অতৃপ্ত আত্মাটো পৃথিৱীৰ মোহ এৰাব নোৱাৰি লাগি আছিল। সেই অতৃপ্ত আত্মা (ভূত)টোৱেই গভীৰ ৰাতি গাভৰু গৰাকীৰ চকুত প্ৰতিক্ৰিয়া কৰিছিল। এৰা, অতৃপ্ত আত্মাটোৱেই ভূত।

## জৰীগছত ভূত

বিলাতী ভূতবোৰ আকৌ মানুহে ধৰা পেলাব পাৰে। পিছে আমাৰ ভূতৰ জোৰবেইনে ফেৰবেই? কেঞা আঙুলি এটাৰো সমান নহয়। আমাৰ ভূত ছাঁতে ওলায়; ছাঁতে লুকায়। এইটো এটা সঁচা ভূতৰ কাহিনী। আমাৰ গাঁৱত এজন মণ্ডলতি আছিল। কাৰোবাক, ক'ৰবাত ভূতে পালেই তেওঁ মণ্ডল চাই ভূতৰ নাম কৈ দিয়ে। গতিকে মণ্ডলতিৰ ওপৰত ভূতৰ খং টিঙিৰি তুলা। মণ্ডলতিলৈ ভূতে এনেদৰে চান্দি ফুৰিছিল যে তেওঁৰ আয়ুসত চাউল আৰু গাত মন্ত্ৰৰ বল নথকা হ'লে কাহানিবাই দিহা লগালেহেঁতেন। নগৰৰপৰা গাঁৱলৈ আহোঁতে

বাটতে এজোপা জৰীগছ আছিল, ওচৰতে এটা ডোবা। তাতে কাতিমহীয়া কুঁৱলীয়ে ঢকা শনিবাৰৰ ৰাতি, তিথিত অমাবস্যা। খোৰা, কোঙা, পাঁয়ালগা ভূতো আজি হেন বাৰত জয়াল হৈ উঠে। আগৰ দিনত দিন দুপৰতে ইয়াত ভূতে মানুহ টানি নি তৰানিত ঢাৰী পাৰি বহুৱাই থয়। আজিকালিও ৰাতি-বিয়লি কম সাংঘাতিক ঘটনা নহয়। গছজোপাৰ ওচৰতে ভদৰাম বুঢ়াৰ ঘৰ। বুঢ়া পেট টিলা মানুহ। ৰাতি বিয়লি বাহিৰ ফুৰিব লাগে। আনপিনে তেওঁ আকৌ বৰ ধৃতি-নীতি মনা বিধৰ মানুহ। সেইদিনা ৰাতিও বুঢ়াৰ বাহিৰ ফুৰিব লগা হ'ল। কিচ্ কিচ্ কৰে ক'লা বুঢ়াজনো সক তিয়নী-চুৰিয়া এডুখৰি পিন্ধি, শৌচ কৰি উঠি, ডোবাটোত পানী ল'বলৈ আহিল। ইতি সময়তে সেই পিনেদি মণ্ডলতিও আহিছিল। এন্ধাৰে মুন্ধাৰে মণ্ডলতিয়ে বুঢ়াৰ গাত খুন্দা মাৰি দিলে আৰু ভয়ত ইজনে সিজনক সাৱটি ধৰিলে। দুয়োৰে ভিতৰত টনাটনিকৈ এখন তয়াময়া ৰণ হ'ল। মণ্ডলতিয়ে ভাবিলে, শনিবাৰ, অমাবস্যা তিথিত এইটো লাপিলুপা ভূত নহয়। ভদৰাম ভকতীয়া মানুহ, বাহিৰ ফুৰি মাটি-পানী নোলোৱাকৈ মুখেৰে নেমাতে, গতিকে তেওঁ পানী ল'বলৈ ডোবাটোৰ পিনে টানি নিয়ে। মণ্ডলতিয়ে ভাবে ভূতে ডোবাটোত পুতিবলৈ নিছে, গতিকে তেওঁ বামলৈ টানি আনে। আকৌ দৰৰা-দৰবি হয়।

কাৰো মুখত মাত নাই। ভদৰামে পানীলৈ টানে, মণ্ডলতিয়ে বামলৈ টানে। এনেতে ভদৰামে মণ্ডলতিৰ হাতৰপৰা মূৰ-পোলোকা দি পানীৰ পিনে দৌৰ দিলে। ভূত হাতৰপৰা সাৰি যোৱা দেখি মণ্ডলতিয়ে বিশ্বাশৰদে ঘৰলৈ দৌৰিবলৈ ধৰিলে। পূৰা আধামাইল বাট দৌৰি ঘৰ পাই ঘৈণীয়েকৰ আগত ক'লে : "বুইছা, আজি জৰীগছৰ ভূতে পাইছিল। সোঁ-কঁকালতে সাৱট মাৰি ধৰি নি পোতেই আৰু, কেনেবাকৈ এপাকত বাগি দিহে সাৰি আহিছোঁ। গাত মন্ত্ৰবল আছিল নহয়, জধে-মধে নোৱাৰে। ভূতটোৱে মোক চলিবলৈ যিহে ভদৰাম বুঢ়াৰ ভেশ লৈ আছে। হৰি! হৰি!! ওৰে ৰাতি ভয়ে-ভীতে উজাগৰে কটোৱাৰ পিছত পিছদিনা ৰাতিপুৱাই ভদৰাম বুঢ়াৰ ওচৰলৈ গৈ ক'লে—"দদাই, কালি শনিবাৰ, তাতে অমাবস্যা। সাক্ষাৎ তোমাৰ ভেশ লৈ কালি ৰাতি মোক জৰীগছৰ তলত ভূতে পুতিবই খুজিছিল। কোনোমতেহে সাৰি গৈছোঁ। ভদৰাম বুঢ়াই গহীনাই ক'লে— "ৰোপাই, ভূত হওঁতে-ভাঙবেই আছিল, পিছে ভূতটোৱে চাগে বাহিৰ ফুৰি মাটি-পানী নোলোৱাকৈ আছিল, নহ'লে মাতিলেহেঁতেন।"

## ম'বাইল ভূত

ভূত বহুত বিধৰ আছে। সেইদৰে ভূতৰ বাসস্থানো সুকীয়া। ম'বাইল ভূতো এবিধ ভূত। ইহঁতে ঠাই সলাই ফুৰে। মানুহক এজোপা গছৰপৰা সিজোপা গছলৈ লৈ যায়। আনকি, এইবিধ ভূতে হেনো মানুহৰ গাত লম্ভি বেলে মটৰেও লৈ যায়। মুঠতে এই জাতৰ ভূত বৰ ডাইল, এবাৰ লম্ভিলে সতকাই নেৰে। অলপতে ম'ৰা বজাৰৰ পিনে এনেকুৱা এটা ভূত ওলাই এটা চেঙেলীয়া ল'ৰা নাইকিয়া কৰি পেলাইছিল। এহাল বুঢ়া-বুঢ়ীৰ একেটা মাত্র পুতেক। এদিন দুপৰীয়া পুতেক ঘৰৰপৰা ওলাই গৈ উলটি নাহিল। এদিন, দুদিন, তিনিদিন নাই। মণ্ডলতিৰ ওচৰত মণ্ডল চোৱালে। মণ্ডলতিয়ে ক'লে— "ভূতে পাই হাবিত লুকুৱাই থৈছে।" গোটেই গাঁৱতে হুলস্থূল লাগিল। বুঢ়া-বুঢ়ীয়ে চকুৰ পানীৰে বাট নেদেখা হ'ল। বছা বছা বেজ মাতি আনি জৰা-ফুকা কৰি পূজা-পাতল দিবলৈ ধৰিলে। ল'ৰা কিন্তু নোলাল, চিন্তা বাঢ়ি গ'ল। এনেতে ডাঙৰ বেজ আহি পুথি-পাঁজি চাই ক'লে— "শনিবাৰে ৰাতি ভূতে চোং সলায়। এতিয়া জৰীগছত আছে। তাৰপৰা বড়গছলৈ নিব। সেইদিনাই ৰঙা ডাকুৱা কুকুৰা এটা কাটি পূজা দিলে, ভূতে ল'ৰাটো লৈ যাওঁতে মাকে দেখা পাব। আনে নেদেখে।" যেই কথা, সেই কাম। পূজা-পাতল দি মাকে বাট চাই আছে— একেৰাহে একান্তমনে এনেতে হাবিৰ মাজৰপৰা চোঁ মাৰি কিবা এটা উৰি যোৱাৰ শব্দ হ'ল। বেজে ক'লে— 'গ'ল গ'ল' মাকে চকু-টকু মোহাৰি কিবা এটা চকামকাকৈ যোৱা যেন দেখি হাত যোৰকৈ ক'লে—"হে ভূত দেৱতা, খন্তেকমান ৰাখি দিয়া, ল'ৰাটো এবাৰ চাই লওঁ। তোমাক যি লাগে তাৰেই পূজা দিম।" ভূতে মাকৰ প্রার্থনালৈ কাণসাৰ নকৰিলে। ইজোপাৰপৰা সিজোপা গছলৈ লৈ গ'ল। বেজে সামৰণিত ক'লে—"বৰ লেকেটা ভূত। মই হেন বেজে যেতিয়া বলাব নোৱাৰিলোঁ, আনে কি পাৰিব?" দুদিনমান আকৌ পাৰ হ'ল। এইবেলি এটা বেজ আহি কিবা-কিবি পূজা-পাতল দি ক'লে— ল'ৰাটোক তিনিদিনৰ মূৰত ভূতে এৰি দিব। সি আহি নিজেই ঘৰ ওলাবহি।" তিনিদিনৰ মূৰত বাতৰি ওলাল যে ভূতে পোৱা ল'ৰাটো উলটি আহিছে। গাঁৱত তল-ওপৰ লাগিল। ল'ৰা-বুঢ়া আটায়ে এবাৰ ল'ৰাটো চাই গ'লহি। গাওঁখনৰ ন-ছোৱালীজনীয়েও ওৰণি টানি টানি লাজকুৰীয়া চাৱনিৰে ভূতে পোৱা ল'ৰাটো এবাৰ চাই গ'লহি। ল'ৰা আহি ঘৰ পালেহি। কোনোৱাই ক'লে—"হেৰ, চাবি, ভূতেই আকৌ ভেশ ধৰি আহি বলিকো খাব;

ঘাৰকো মুচৰিব।” পিছে বগা সৰিয়হ জাৰি, পানী-কাটি গা-ধুৱাই, ডোল-ফতহী দি ল'ৰাক ঘৰ সুমুওৱা হ'ল। ল'ৰা বিচাৰি দিয়া বেজৰ গৰ্বৰ অন্ত নাই। তেওঁ বিবিধ ভূতৰ বৰ্ণনা আৰু সিহঁতৰ কাণ্ড-কাৰখানাৰ বিৱৰণ দিয়াত পঞ্চমুখ হৈ উঠিল। এঠাইৰপৰা আনঠাইলৈ অহা-যোৱা কৰি থকা এই ডাইল ভূতবিধৰ কথাও ক'লে। আৰু লগতে ক'লে, ভূতৰ জোখাৰে বেজ নোলালে হেনো এইবিধ ভূতক লৰচৰ কৰিবই নোৱাৰে। ৰাতি মাকে পুতেকক সুধিলে—“বোপাই, তোক ইমানদিন ক'ত থৈছিলে? কিবাকিবি খাবলৈ দিছিলে নে নাই?” পুতেকে উত্তৰ দিলে— “মাৰ ভাত দিছিলে।” মাকে ক'লে— “ভূতবোৰে নিজেহ খাব জানে। ল'ৰাক কি খুৱাব?” কথা সিমানতে অন্ত পৰিল। তিনিদিনমান মূৰত ভূতটোৰ নাম সদৰী হ'ল। ‘ম'বাইল কৰ্ট।’ ৰেলত টিকট নোহোৱাকৈ যাওঁতে ম'বাইল কৰ্টে পাই জৰিমনা কৰিলে। জৰিমনা দিব নোৱৰাত দহদিন ফাটেকত থাকি আহিল।

নহ'লেনো দুপৰীয়া ওলাই যোৱা ল'ৰা গৈ বগা ঘৰ পায় গৈ নে? পিছে কোনোবা এজন বেজে কৈছিল— ম'বাইল ভূত বুলিও হেনো এবিধ ভূত আছে।

# ঘেৰঘেৰী বাছ

## যাত্ৰী আছে, যাত্ৰা নাই

ফটা হক, চিটা হক
.....কোম্পানীৰ জোতা;
কণা হক কুঁজা হক
মিনিষ্টাৰৰ বেটা।
গেলা হক পচা হক
বগী বিলৰ মাছ;
ভগা হক ছিগা হক
ট্ৰেন্সপ'ৰ্টৰ বাছ।
বেতন আছে আৰাম নাই
ট্ৰেন্সপ'ৰ্টৰ কাম;
হিচাপ আছে পাৰ্টচ নাই

ট্ৰেন্সপ'ৰ্টৰ গুদাম।
পাইপ আছে 'হুচ' নাই
ট্ৰেন্সপ'ৰ্টৰ বাছ;
যাত্ৰী আছে যাত্ৰা নাই
কাউণ্টাৰত "বাছ"।

বহুত দিনৰ মূৰত গুৱাহাটীৰ বৰফুকনৰ দোপদৰলৈ বুলি চৰকাৰৰ বাছত উঠিলোঁ। বাছে যোৰহাটৰপৰা চুটি মেলিব লাগে ন বজাত। এনে সময়তে ড্ৰাইভাৰে ক'লে, বোলে—"গাড়ী কিবা গা-নবীয়া হৈছে।" চাওঁতে চাওঁতে বাছ গৈ তেৰাসৰৰ মাতৃমঙ্গল সেৱাসদনৰ চাগুত তুলিলেগৈ। তাত কিবা টুং-টুং-টাং-টাং কৰাৰ পিছত ধৰা পৰিল চকাৰহে বায়ু নাই। গাড়ী চাগুৰপৰা নমাই গুৱাহাটীমুৱা কৰি নি ৱৰ্কশ্বপ পোৱালেগৈ, তাত চকাত বায়ু সোমোৱাৰ পিছত ধৰা পৰিল চকা ফুটা। ৱৰ্কশ্বপত থকা মেকানিকজনে ক'লে— "ইয়াত কি কৰিম? জোক এটাও নাই।" গাড়ী আকৌ ষ্টেশ্যনলৈ উভটিল। ষ্টেশ্যনত আকৌ ফুটা চকা সলাই দিবলৈ চকা নাই। এনেতে তিনিচুকীয়া-গুৱাহাটী এক্সপ্রেছৰ ওপকৰা চকাটো কাঢ়ি আনি আমাৰ গাড়ীত লগাই দিলে। দুঘণ্টা পলমকৈ আমি যাত্ৰা কৰিলোঁ গুৱাহাটীলৈ। এৰা, যাত্ৰী আছে, যাত্ৰা নাই।

## গিয়েৰ নে ফিয়েৰ

ট্ৰেন্সপ'ৰ্টৰ গাড়ীৰ কেইটামান শব্দ মই ঘনাই শুনো—'হুচ পাইপ', 'ফুৱেল পাম্প', 'গিয়েৰ', 'ফেনবেল' ইত্যাদি। হুচ পাইপ ফটাৰ বাবে গাড়ী বাটত বে-হুচ হৈ যাত্ৰীক হুলাকলা কৰা, 'ফেনবেল' ছিগি বাটতে বৰমেল পতাৰ কথাও জানো। এইবেলি গিয়েৰ ফিয়েৰ কৰি যিখন দেখুৱালে, তাকহে ক'ব খুজিছোঁ। যোৰাবাটৰ ওচৰৰ পৰ্বতীয়া বাট ডোখৰত গাড়ী উঠিব নোৱৰা হ'ল। বোলে, গিয়েৰে নেটানে। ঘণ্টাত তিনিমাইলমান বেগত কেৰেলুৱাটোৰদৰে বগাই বগাই বাছ উঠিবলৈ ধৰিলে। কণ্ডাক্টৰে সান্ত্বনাৰ আশ্বাসবাণী শুনাই ক'লে—'এই ওখডোখৰ উঠিব পাৰিলেই, নামনিফালে কোবেৰে নামি যাব'। বুজিছোঁ নামনিলৈ নামি যাব কিন্তু উঠে কেনেকৈ? এনেকৈ এমাইলমান নৌ যাওঁতেই ইঞ্জিন তপত হ'ল। ড্ৰাইভাৰে বাছ ৰাখি দিলে। কণ্ডাক্টৰে নামি গৈ কাষৰী এজনীৰ বালটি এটাৰে নিজৰাৰপৰা পানী আনি ইঞ্জিনৰ মূৰত ঢালি দিলে। গিয়েৰ জৰ্জৰিত ইঞ্জিন শাঁত পৰিবলৈ ধৰিলে। দহ-পোন্ধৰ মিনিটমান জিৰোৱাৰ পিছত যেনিবা বাছ পুনৰ চলিল, দুঘণ্টা পলম বাছৰ যি কেইমিনিট ড্ৰাইভাৰে পুৰাইছিল, সেই কেইমিনিটো আকৌ

পলম হ'ল। কি হ'ব? 'বিধাতাই দিলেও তিৰোতাই নিদিয়ে।' ড্ৰাইভাৰে নিলেও ইঞ্জিনে নিনিয়ে।

### টুলুঙা নাম্বত ওপৰ ভৰা

পৰিবহন বিভাগৰ বৰমূৰীয়া বিষয়াৰ মূৰ বাঢ়িল কিন্তু হাত নেবাঢ়িল। খাৰখোৱা বিভাগ বুলি হেনো কোম্পানীয়ে টায়াৰ নিদিয়ে। বোলো তলতীয়া কৰ্মচাৰীয়ে গাড়ীৰ তলত সোমাই সোমাই টাপলি পৰা টায়াৰেৰে কিমান চলাব? চৰকাৰেও ভাৰা বঢ়ালে। পিছে ভাৰাৰ জোখাৰে যাত্ৰীক ভাল গাড়ী, সা-সুবিধা দিব নোৱৰাটো নাককটা কথা নহয় জানো? পিছে এনেয়েনো গঁড়ৰ চাপটো লগাই লৈছে নে?

খুচিলেও গম নাই গঁড়ৰ ছাল,
বৰষুণত পানী পৰে এক্সপ্ৰেছৰ চাল।
ভাৰা বঢ়াই গাড়ী কমায় জ্ঞানী অফিচাৰ,
ছিলঙত বহি মজা মাৰে, এয়ে সুবিচাৰ।।

# বৰকথীয়াৰ বৰমেল

আমাৰ এইখন দেশ বৰমানুহৰ দেশ। অসমীয়া জাতি বৰমানুহৰ জাতি। ইয়াত সৰু বুলিবলৈ সৰু টেঙেচি, সৰু মানিমুনি, সৰু লাই নামেৰে কেইবিধমান উদ্ভিদ, বৰমানুহৰ ঘৰচৰা শুৱাই থকা সৰুদৈয়া জাপি, ভাওনাৰ সৰু ধেমালি আছে। তাৰ উপৰি বৰমানুহে বৰপানী চোৱাৰ লগতে সৰুপানী চোৱে। ইয়াৰ বাহিৰে আমাৰ দেশত সৰু সুৰা কথাত সৰু হৈ থকাৰ নিয়ম নাই। চকু ফুটি জোল গ'লেও বৰচকু, বহোঁতে কাটি হৈ পৰিলেও বৰ-পীৰা আৰু গোৰে-পোৰে তলযোৱা কথা হৈ গেলি-পচি উৰলি গ'লেও বৰমানুহক বৰখুটাত বৰভাগ লাগিবই। আমাৰ বৰমানুহৰ নাতি-পুতিহঁতে নাও বুৰি তলি পালেও টিঙৰপৰা নেনামে। বৰঘৰৰ বৰদুৱাৰ কিমান মাৰিব, গতিকে আগফালে মাৰে ডাং; পিছফালে ধোবাং-বাং। কোনোবা সৰ্কদেৱে বৰচৰাত বৰমেলত পাখি-বিচনী দি বৰ-ধাব দিছিল। সেইটোকে বখলিয়াই বখলিয়াই সাত পুৰুষলৈ খাই থাকিব, পিছে "সেই ৰামো নাই, সেই অযোধ্যাও নাই" এই কথা টং কৰিব কোনে? বৰতাল কোবাই, বৰকাঁহ বজাই নিজৰ তলি উদং আত্মকাহিনীৰ বৰঢোল বজাব পাৰিলেই

হ'ল। তেহেলৈ "ওৱাক নিন্দে কোৱাই; পুঠি খলিহাক নিন্দে ভেৰপেটী মোৱাই" বোলক বা শালক শিঙীয়ে হাঁহক বুলিয়েই কওক। গুৰি শকত, শিপা দীঘল গছ অলপীয়া বতাহত হাউলি নপৰে; পৰে গুৰি পাতল শিপা নাইকিয়া গছ। সেইদৰে বৰ হৈ বৰমতা বোলোৱা কোনোবা বৰঘৰীয়া পুৰুষ যদি শিৰফুটা হয়, সিনো কিহলৈ ভয় কৰিব? ক'ৰ, ফেকৰাৰ চিএৰলৈ কোনে ভয় কৰিব? কিন্তু কেনেবাকৈ যদি পাবত গজি বৰ হয়, তেতিয়া হ'লে কথাই প্ৰতি উচাপ খাই উঠিব জানোচা কোনোবাই বৰ উঘালি সৰু কৰে। জানোচা মূখত বহি বৰভাগ খাই থাকোতে কোনোবাই কাটি খায়। অসমীয়া বৰমানুহৰ জাতি হ'লেও তলে তলে এনেকুৱা এশ এটা সন্দেহে মূৰত বাঁহ লৈ মূৰ গুচাই খোলাকটি কৰিছে।

ৰজাই পাতি থৈ যোৱা আমাৰ বহুতো বৰ বৰ বিষয়া আছে— ইয়াত সেইবোৰ নাম উল্লেখ কৰিব নোখোজো কাৰণ বৰমানুহে তই বোলোতেই জঁয় পৰি যায়। ৰাজকাৰেঙৰ বৰখুটা খহি পৰিলেও বৰঘৰৰ বৰখুটাত আউজি বৰপীৰাত বহি থকা বৰ লগা বিষয়া অনেক আছে।

বৰবিষয়াৰ দেশত 'আদাক দেখি উঠিল গা; কেতুৰীয়ে বোলে মোকো খা'। বৰটোকোলায়ো বৰ হৈ দেখা দিলেহি। বৰ হ'লে বৰৰ চিন দেখুৱাব লাগে— বলেৰে হওক, বুদ্ধিৰে হওক, কথাৰে হওক। শ খাই থকা শগুণৰ ডিঙি চেপি মগুহ উলিয়াই খাই, বৰটোকোলাই বৰ বোলায়। বৰটোকোলাৰ বোলে এইবোৰ চিন্তা কৰি থাকোঁতে থাকোঁতেই মূৰটো টকলা হ'ল। অভিধানে কয়, বৰটোটোলা শব্দৰ পৰাহে বৰটোকোলা হ'ল। যি কি নহওক, সি হাতে-কামে দেখুৱাবলৈ আমাৰ নিচিনা 'ঢাল নাই তৰোৱাল নাই নিধিৰাম চৰ্দাৰ' নহয়।

বৰকথীয়া বুলিলেও জগৰ লাগে—এনেয়ে নেবা বুলিলে চাৰি চাপৰ বায়, বা বুলিলে লেখজোখেই নাই; খেই দাও খুলিয়েই মণিকূট পায়গৈ। এনেনো অপূদষাত দেশ। ইয়াত তিৰোতাও ৰজা হয়— ৰজা নহয়— বৰৰজা। এইখন বৰৰজাৰ দেশৰ মানুহে আকৌ বৰবিহ খাই মৰিব খোজে। এৰা যিহে বক্তবীজ যোদৰ বংশধৰ, বৰবিহ নেখালে মৰিব কেনেকৈ? এই বুৰঞ্জীবিখ্যাত যোদৰ বংশধৰসকলে বৰপেৰাত ধন থয়, বৰপীৰাত বহি, বৰবাটিত বৰকচুৰ পিটিকাৰে পঁইতাভাত খায়। ঘৰৰ তিৰোতাজনীৰ ওপৰত বৰমতা হৈ বৰকথা শুনায় আৰু ৰাতি হ'লে সাত হাল বাই পুৱা হ'লে খোবাং জুৰি শুই থাকে। অতীতত কি আছিল, সেইটো বৰকৈ দোহাৰে, বৰ্তমানত কি কৰিছে আৰু ভৱিষ্যতে কি কৰিব, সেইটো নেভাবে। ৰজাই দিয়া বাব, গুৰুৱে

দিয়া নির্মালি আৰু বোপা ককাই দিয়া বৰকথীয়া স্বভাৱটোৱেই আমাৰ মূলধন। আমেৰিকাৰ ৰকেট গৈ চন্দ্ৰত নামিলেগৈয়ো, আমাৰ উপাধিৰ আগত 'বৰ'টো নবহুৱালে আমি ভালৈ নেযাওঁ, বৰমানুহৰ মান—ভাগ নিদিলে সিহঁতৰ ৰকেট খহি মাটিত পৰিব— আমাৰ শাওপাত কিবা এলাপেচা শাওপাত নে, দুর্বাশাৰ শাওপাততকৈয়ো চোকা।

বৰমানুহৰ বৰকথা, বাহিৰত বৰচুৰিয়াৰ ফেৰ, ভিতৰত ঢকুৱাৰ বেৰ। আৰু এইবিধ মানুহৰ হাতত নাই কাণটো, বৰসবাহঁলৈ মনটো। ল'ৰালৈ ছোৱালী, ছোৱালীলৈ দৰা বিচাৰোঁতে এই বৰমানুহমখাৰ সবাতোকৈ ডাঙৰ সমস্যা। "ভালৰ বেটীকো আনিবা; বেয়াৰ জীকো নানিবা।" ল'ৰাৰ বেলিকা, "কাঠডোখৰ ভাল হ'ব লাগে।" সিফালে বাছোঁতে বাছোঁতে গেলা-বৰালিতে হাত পৰক—বৰমাখি পৰি বৰ মানুহৰ জোখাৰে বৰকৈয়ে ভেনভেনাই থাকক, তাত আপত্তি কৰিবলগীয়া একো নাই। এইবোৰ বৰমানুহৰ বৰজনাকে বৰঘৰলৈ সোমাওঁতে গলহেকাৰিৰে 'কলিংবেল' বজাই সোমাব লাগে যাতে বোৱাৰীয়েকে বৰজনাকক থিয় হৈ গার্ড-অব-অনাৰ জনাব পাৰে। তাকে নকৰিলে বোৱাৰীয়েকে ওৰণিৰ তলত বৰগলা মাছৰদৰে মুখ ওফন্দাই আপত্তি জনাব পাৰে। বৰমানুহৰ বৰবোপাহঁতে দুৱাৰ-ডাং কাটিলেও দায নাই, কাৰণ "বৰৰ হ'লে লীলা, সৰুৰ হ'লে ধৰি বান্ধি কিলা"। তাহানি বৰজাপিৰ আঁৰ লৈ যোৱা বৰবোৱাৰীহঁতেই এতিয়া বৰদৈচিলা 'যোৱা দি বৰঘৰ এৰি ক্লাৱঘৰলৈ যায়; বৰদিন পাতে, কেক খায়, বৰপিঠা চিনি নেপায়, ল'ৰাৰ চেহেৰা ৰিজাবলৈ বৰচেহাবৰহে চিনাকি দিয়ে। বৰচেহাবক নেপালে, বৰচেহাবৰ বেহেৰাৰ চেহেৰাকে টোঁৱায়, তেও বৰৰপৰা সৰুলৈ নেনামে।

বৰমানুহৰ বৰকথা। তাহানি আহোম ৰজাই পাতি থৈ যোৱা সৰু সৰু বিষয়াই এতিয়া আগত 'বৰ' লগাই বৰচুৰিয়া পিন্ধি, বৰপাগ মাৰি বৰ বৰ মান বিচাৰে। এনেকুৱা এফৈদ বৰলগা মানুহে বিয়া বাৰুতো এতিয়াও বৰ শৰাইৰে বৰ মাননি বিচাৰে, নহ'লে ছোৱালীকে উলিয়াই নিদিয়ে। অৱশ্যে ফুটুকলানিত বাঘ থকাৰদৰে এইবিধ বৰঘৰীয়া মানুহে অন্ততঃ দৰা-কন্যাৰ বজাৰত ডাও এৰি নিদিয়ে লাগে 'লোকচান'কে হুওক তথাপি বৰ হৈ থাকিবই। পিছে এই যুগটোত বৰৰ কিবা মূল্য আছে নে নাই তাৰ অনুসন্ধান কৰিবলৈ এটা আয়োগ গঠন কৰি দিয়াৰহে পক্ষপাতী। স্বৰ্গদেওসকলে স্বৰ্গৰপৰা নমাই অনা অনেক ফৈদ সময়ৰ ব্যতিক্ৰমত সৰু হৈ থাকিল, ইপিনে পাবত গজি কোনো বৰ হৈ পৰিল আৰু কোনো কোনোৱে পচাখুটাৰ বৰচাঙত বৰ হৈ

থাকি এতিয়া ভয় কৰে, জানোচা কোনোবাই বৰচাং জোকাৰি বগৰাই দিয়ে। এইবিধে পালে কীৰ্তিচন্দ্ৰ বৰবৰুৱাই বুৰঞ্জী পোৰাবদৰে বুৰঞ্জীকে পুৰিব, তথাপি সক হ'ব নোখোজে।

# বড়তলৰ বুৰঞ্জী

"আহোঁ বড়তলে যাওঁ বড়তলে
বড়ৰে ঢপলা পাত।"

বড়গছৰ ঢপলা পাতত যুগৰ বুৰঞ্জী লিখা আছে। বড়তল সংস্কৃতিৰ স্নায়ুকেন্দ্ৰ নহয়, প্ৰাণকেন্দ্ৰও নহয়, উপকেন্দ্ৰহে। নৈৰ পাৰৰ পলসুৱা পথাৰত কৃষ্টিৰ কণ-কঠীয়া গজি সময়ৰ সাৰ পাই লহপহকৈ বাঢ়ি সংস্কৃতিৰ সোণ-গুটি লগাইছিল। সেয়েহে নীল-সিন্ধু-হোৱাংহোৱে আজিও সাক্ষী দিছে। আজি মানুহৰ আদিম বাসস্থান গছৰ খোৰোংটোৰপৰা ভোৰোংকৰে উৰণীয়া চৰাই এটা উৰি গ'লেও এদিন ইয়েই আছিল—কৃষ্টিৰ কঠিয়াতলী। গছৰ তল সঁচাকৈয়ে অঘৰী মানুহৰ ঘৰ আৰু আবৰী সংস্কৃতিৰ কেন্দ্ৰ।

বড়গছ গছৰ ৰজা, স্মৃতিৰ সজা আৰু বাটকৰা ভিক্ষাৰীৰ পঁজা। বৰগছৰ তলত বিহুৱে বিৰিণা পাত—বিহুতলী। বড়তল গাভৰু ওমলে য'ত, দুবৰি নগজে ত'ত। এই বড়তলতে চেনায়ে, ধুৰীয়া তামোলৰ ধাৰ শুজিব নোৱাৰি হয় চেনেহৰ এনাজৰীৰে, নহয় ঘোচামৰ ছিঙিব নোৱৰা টান জৰীৰে বান্ধ খাই জীৱনৰ ৰাঙলী সপোন ৰচনা কৰে, হয়তো শপত খায়। ওপৰত সাক্ষী থাকে বনস্পতি দেৱতা।

বড়তল পুৰণিকলীয়া হাটখোলা। বড়তলত বিহুহাট বহে, বড়তলত সাদিনীয়া হাট বহে। ইয়াতে হাটকৰাই আদমূলী—আমূলীকৈ ওৱাদানি হোৱা বস্তু বেচে, ইয়াতে বস্তুৰ দাম বাঢ়ি জুই ছাই হয়।

বড়তলত দেৱতাই থানিকা পাতে। বনদেৱতাই ঘৰ লয়, বুঢ়া ডাঙৰীয়াই থিতি লয়; চামোন দেৱতা লম্ভে। বাতি-বিয়লি, দুপৰীয়া-গধূলি তেওঁৰিলাকে ইকালে-সিকাল কৰোঁতে পথালি-চকুৱা নৰমনিচে বাটি লগায়। গৰ্ভৱতী ল'ৰাই ছাঁটো গৰকি, চিঞৰি-বাখৰি কিবাং পাতি অপৰাধ লগালে বুঢ়া-ডাঙৰীয়াৰ নামে ভোগ-মাহচাউল এমুঠি দিয়ে, চামোন দেৱতালৈ ৰঙাহাঁহ, ইটাগুৰীয়া পাৰ আগবঢ়ায়। গুৰুবাৰে গছৰ গুৰিত চাকি-শলিতা লগায়। বড়গছ লোকবিশ্বাস, লোকপৰম্পৰা আৰু

লোকসংস্কৃতিৰ মুকলি মঞ্চ।

বড়তল বুৰঞ্জীৰ দীঘলী বাট। ইয়াত আছে অতীতৰ উকি, সংস্কৃতিৰ ঐতিহ্য, প্ৰগতিৰ পদক্ষেপ আৰু আদিম মানুহৰ জীৱন যাত্ৰাৰ দিনলিপি। বড়তল বিহুতলী, বড়তল হাটখোলা, বড়তল অঘৰী মানুহৰ ঘৰ। বড়তল ৰঙালীৰ ৰাঙলীতলী আৰু ভোগালীৰ ভোগথলী। বড়তলত মেজি জ্বলে, বিহুৱাই নাচে, গৰখীয়াই গীত গায়, গুৱালে গগনা বজায়। বড়তল সঁচাকৈয়ে লোক-সংস্কৃতিৰ মুকলি মঞ্চ। বড়তল ভাৰতীয় ঐতিহ্যৰ ভেঁটি। ইয়াত ধুনি জ্বলাই সন্ন্যাসী বহে। তপস্বীয়ে তপস্যা কৰে, যোগীয়ে যোগসাধনা কৰে। বড়তলতে এদিন তথাগত বুদ্ধই জ্ঞান লাভ কৰি ত্ৰিতাপক্লিষ্ট মানুহক শান্তিৰ বাণী শুনালে। বড়তল ভাৰতীয় দৰ্শন আৰু ঐতিহাসিক পৰম্পৰাৰ স্বতঃপ্ৰতিষ্ঠিত বেদী।

বড়তল প্ৰকৃতিৰ সঙ্গীতানুষ্ঠানৰ মঞ্চ। কুলিৰ কলকণ্ঠ, কেতেকীৰ কৰুণ ৰাগৰ হিয়াভগা বিননি আৰু বিহুৱতী চৰাইৰ অনাগত বিহুৰ ৰসাল আৱাহনী বিহুগীতে গছতল মুখৰিত কৰে। হেঁটুলুকা-পেটুলুকাৰ হেঁটুলুক-পেটুলুক; বৈদ্যুতিক ভাষা—টৰেটক্কা। বড়তলত পঞ্চায়ত বহে। মেল সোধে। পদকীয়াই দোষ স্বীকাৰ কৰি তামোল পাণ এশৰাই দি গোচৰীয়াক মাতে। ৰাইজে সমিল-মিলেৰে গোচৰ মিটমাট্ কৰি দিয়ে—সকলোটি মুকলি মনেৰে ঘৰাঘৰি উঠি যায়। বড়তল যুগ-যুগান্তৰৰ স্মৃতি বিজড়িত ন্যায়ালয়।

বড়গছতে বগাই আছে বড়তলৰ বুৰঞ্জী। হেজাৰ-বিজাৰ বড়গছ ৰাজআলিত আছে, এৰাবাৰীত আছে, পথাৰত আছে, অৰণ্যতো আছে। বড়গছত গইনা লৈ মানুহে গাওঁ পাতিছে; নগৰো পাতিছে। অতীতৰ দীঘলীবাটত কাহানিবা বড়তলত ঘটি যোৱা কাহিনীৰ বোল লাগি এদিন ভূগোলৰো ভুল হ'ল। বড়তলৰ সীমা বহলি একো একোডোখৰ ঠাইৰ নাম সামৰি ল'লে। বুৰঞ্জীৰ উজ্জ্বল স্মৃতিলিপিৰে কলিয়াবৰ, বেহা-বেপাৰ, হাটকৰা-বাটকৰাৰ হিচাপ-নিকাচেৰে 'হাটবৰ', সোণসেৰীয়া সংস্কৃতিৰ পৰশেৰে ভোগথলী 'বিহুবৰ' কোনোবা অনামী বৈৰাগীৰ জীৱন লিপিৰ এপাত— 'বৈৰাগীবৰ' ৰাঙলী নগৰৰ ৰাঙলী স্মৃতিৰে 'ৰাঙলীবৰ'; কোনোবা নাচনী 'লাহৰীৰ কোমল পৰশেৰে লাহৰীবৰ'; বড়তলতে থানিকা পাতি সৃষ্টি হ'ল। বুৰঞ্জীৰ হেৰোৱা পাত এটাত আছে—তিতাবৰ, নামবৰ, পুলিবৰ, লেতাঁবৰ, ৰূপহী-বড়, খেচেংবড়ৰ অলিখিত ইতিহাস। ধুমুহা-ভুঁইকঁপে উঘালি পেলোৱা বহুতো বড়গছৰ লগতে সেই সেই ঠাইৰ বুৰঞ্জীও মচ খাই গ'ল—চিৰদিনলৈ।

## কলিয়াবৰ

কলিয়াবৰৰে সলাত বাহৰ পাতি সলাল গোঁহায়ে দাঁতিঅলীয়া প্ৰজাক শাসন কৰিছিল। আজিকালি আৰু ৰজাৰ দিনতো ই বৰ বহল ঠাই। পূবে ৰাঙলুগড়ৰপৰা পশ্চিমে চামধৰা গড়লৈকে, উত্তৰে বৰ লুইতৰপৰা দক্ষিণে মিকিৰ পৰ্বতলৈকে এই আহল-বহল ঠাইখনেই কলিয়াবৰ। কোন জোপা কলীয়া বড়গছত তাহানি ষোড়শ শতিকাতে এই ঠাইখনৰ নাম কলিয়াবৰ হ'ল, সেই বিষয়ে বুৰঞ্জী নিমাত; পৰম্পৰাগত উপকথা হয়তো জীয়াই আছে। ৺গুণাভিৰাম বৰুৱাই 'সৌমাৰ ভ্ৰমণত' লিখিছে— "কলীয়াবৰৰ এটি পৰ্বতত কলীয়া বা ক'লা বড়গছ আছিল, তাৰপৰাই কলিয়াবৰ নাম প্ৰখ্যাত হোৱা বুলি কয়।" কলিয়াবৰৰ ইফালে-সিফালে যুগৰ বুৰঞ্জী সামৰি-সুতৰি লৈ পৰি থকা ঠাই বহুতো আছে। মানে অসম দেশ গৰকি থলপাত কৰি থৈ যোৱাৰ পিছত এদিন স্বৰ্গদেও চন্দ্ৰকান্ত সিংহই পৰাজয়ৰ গ্লানি আৰু অৱসাদ বুকুত বান্ধি ভাটীলৈ ভটীয়াই যাওঁতে এইজোপা কলীয়াবৰৰ তলতে জিৰণি লৈ কুঁৱৰীসকল থাকিবলৈ টোল পাতি দিছিল। সেয়েহে কলিয়াবৰৰ গাতে গইনা লৈ কুঁৱৰীটোলৰো জন্ম হ'ল। কলিয়াবৰ বুৰঞ্জীৰ উত্থান-পতনৰ সাক্ষাৎ সাক্ষী। এদিন কলিয়াবৰেদিয়ে শেনটো অহাদি মিৰজুমলা আহি ফেঁচাটো যোৱাদি উলটি গ'ল। এদিন শিলঘাটত জাহাজ বান্ধি কোম্পানীয়ে পুৰণিগুদামত গুদাম পাতিলে। কলিয়াবৰেদিয়ে মান গৈ কাষৰি গাঁৱত নগুৰ-নাগতি কৰিলে। লুইতৰ বুকুত শিলা হৈ থকা 'দুইমুনিয়ে' সপ্তম্লেচ্ছৰ ৰণৰ কেঁচা তেজ লাগি জীয়াই নুঠালৈকে কলিয়াবৰে সময়ৰ পাত লুটিয়াই লুটিয়াই জীৱন-লিপি পঢ়ি শুনোৱাব।

## হাটবৰ

কলিয়াবৰৰ বুকুৰে ঠাই এডোখৰৰ নাম হাটবৰ। কুঁৱৰীটোলৰ পূবতে হাটবৰ। আজিৰ মানুহে সঠিক বাতৰি দিব নোৱাৰিলেও কোনো এজোপা বড়গছৰ তলত যে হাট বহিছিল, সেইটো খাটাং। এই বড়তলতো হয়তো বিহুহাট বহিছিল, হয়তো সাদিনীয়া হাট বহিছিল; সেয়েহে হাটবৰ, এই হাটতে হয়তো থল-পৰ্বতী লোক সমবেত হৈ হাট-ফাট, দান-পঞ্চক, কৰ-কাটল দি হাট বেহাইছিল। 'কেচাই খোৱাৰ বঙহ' মানহঁতে গাৰ নোম শিঁয়ৰি উঠা অত্যাচাৰ কৰাৰ পিছত কৰ্ণেল ৰিচাৰ্ড চাহাবে গোৰা পল্টনীয়া চিপাহী লৈ মান খেদিবলৈ আহোঁতে এই হাটবৰতে এখন তয়া-ময়া ৰণ লাগিছিল। ৰণত মানহঁতে এবিলা খাই

এবুধি চপাৰ পিছত ঢলংপলংকৈ পলাই যাওঁতে কলং নদীত জপং জপং পৰি সিফলীয়া হ'ল। এইখন বিখ্যাত হাটবৰৰ ৰণৰ কেঁচাতেজৰ চেকুৰা হয়তো সময়ৰ সোঁতে ধুই নিলে; স্মৃতি জীয়াই আছে—বুৰঞ্জীৰ পাতত।

## বিহুবৰ

বড়তল বিহুতলী, সংস্কৃতিৰো ভোগথলী। বড়গছৰ তলে তলে ৰাতি বিহুৰ উজান পৰে—চ'তমাহ সোমোৱাৰ লগে লগে। বোকাখাতৰ খেচেংবৰ, চাৰিঙৰ লাহৰীবৰ, যোৰহাট, গোলাঘাটৰ পুলিবৰ টকা-পেঁপা-গগনাৰ সুৰত মুখৰিত হৈ উঠে। ডেকা-গাভৰুৰ গাত বিহুৰ দেওধনি লাগি বড়তল উতলা কৰে। দেশৰ ইমূৰৰপৰা সিমূৰলৈ অজ্ঞাতনামা হেজাৰ বড়গছৰ তলত বিহুতলী পাতে; কিন্তু এই আটকধুনীয়া সোণসেৰীয়া অসমীয়া সংস্কৃতিৰ প্ৰতীক বিহুটোৰ অতীতৰ এহেজাৰ এনিশাৰ সাধু ক'বলৈ জীয়াই থাকিল—'বিহুবৰ'। হেজাৰ-বিজাৰ ঘটনাই গৰকি থলপাত কৰি থৈ যোৱা, দীঘে-বাণিয়ে বুৰঞ্জীৰ বোল লাগি ৰঙীন হোৱা তাহানিৰ বহল চৰাইদেও নগৰখনৰে দক্ষিণত বিহুবৰ। এই বিহুবৰৰ তলত হয়তো উৰণীয়া বিহুৱতী চৰায়ে বুকু জুৰণীয়া বিহুগীতি গায়। হিয়াতলি উদিয়াই গোৱা বনঘোষাবোৰে বিহুতলী চঞ্চল কৰি তোলে। উনৈশ শতিকাৰ কোনোবা এটা দিনত এই বড়গছৰ গাতে গইনা লৈ বিলাতী চাহাবে চাহবাৰী পাতিলে। বিহুবৰৰ বিহুতলী উঠি গ'ল— হয়তো কালৰ সোঁতে ধুই নিলে। শেলুবৈগজা শিলৰ পিছল বাটেদি খোপনি পুতি পুতি নামি আহি এদিন কোনোবা গাভৰু নাগিনী দিখৌৰ সোঁতত উটি গ'ল। গদাপাণি কোঁৱৰৰ এই অভিসাৰিকা নাগিনীৰ স্মৃতি 'নাগিনীমৰা' বিহুবৰৰ কাষতে আজিও আছে। বিহুবৰৰে উত্তৰে কোনোবা এজোপা লেভী অৰ্থাৎ ওখ বড়গছৰ স্মৃতি লৈ 'লেভীবৰ' জীয়াই আছে। বড়তলৰ বিহুতলী ভাগি লাহে লাহে বিহুৰ কালিকা নাইকিয়া হৈ আহিলেও বিহুবৰে তাহানিৰ গছতলৰ মুকলি বিহুৰ ঐতিহ্য সোঁৱৰাই থাকিব।

## ঢোপাবৰ

বড়গছ অকল বড়গছেই নহয়, ইয়াৰো ভাগ আছে। সাধাৰণতে বড়গছ চাৰিবিধ বুলি জনা যায়—জৰিবড়, বামুণীবড়, কঠলুৱাবড়, আৰু ঢোপাবড়। ঢোপাবড়ক স্বৰ্ণবড় বা সোণাবড় বুলিও কয়। স্বৰ্গদেৱ গদাধৰসিংহৰ উপৰিপুৰুষ আৰু বৈ-ৰঙহৰ বাসস্থান তুংখাং। তুংখাং চৰাইদেও পাহাৰৰ নামনিত। ওঠৰ কি উনৈশ শতিকাৰ কোনোবা এজোপা

ঢোপাবড়কে কেন্দ্ৰ কৰি এই সোণাতলী হেন তুংখাং চহৰৰ নাম ঢোপাবৰলৈ সলনি হ'ল। এই ঢোপাবৰতে পিয়লী ফুকন, গমধৰ কোঁৱৰে ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰোঁতে বিদ্ৰোহৰ গোপন শিবিৰ পাতিছিল। ঢোপাবৰ এতিয়া এটা মৌজা। ৰহদৈ আলি, ৰহদৈ পুখুৰী, বাউলী আলি, বাউলী পুখুৰী, বৰাখোৱা খাত, গছিকলা খাত, ৰাজগড়, আদিয়ে একালত যে ঢোপাবৰ ধনে-জনে বৈ-বৈ যোৱা মানুহৰ বাসস্থান আছিল—তাৰ প্ৰমাণ দিয়ে।

## বৈৰাগীবৰ

বুৰঞ্জী প্ৰসিদ্ধ গড়গাঁও নগৰৰপৰা সাতমাইলমান উত্তৰে বৈৰাগীবৰ। এইজোপা বড়গছৰ তলত যে কোনোবা ব্ৰহ্মতপস্বীৰ পদক্ষেপ পৰিছিল। সেইটো ঠিক। কোনোবা যোগব্যস্ত ঋষিৰ যে যোগভ্ৰষ্ট হৈছিল, সেই বিষয়েও বুৰঞ্জী নিমাত। কিন্তু কোনোবা সংসাৰ বিৰাগী উদাস বৈৰাগীৰ যে এইজোপা বড়গছৰ তল দুদিনৰ জিৰণিৰ থলী আছিল, সেইটো ঠিক। কোনোবা অজ্ঞাতকুলশীল অজ্ঞাতনামা বৈৰাগীৰ নামেৰেই আজিৰ বৈৰাগীবৰ নামটো জীয়াই আছে।

## আওবড় আৰু বাটবড়

আওবড় আৰু বাটবড় লুইতপৰীয়া সংস্কৃতিলৈ মঙ্গোলীয় সংস্কৃতিৰ এটি সামান্য বৰঙণি। সোণৰ জখলাৰে নামি অহা খুনলুং-খুনলাইৰ বংশৰ ৰজাসকলে বড়গছৰ ডালে-পাতে, শিপাই-গুৰিয়ে সোণৰ চেকুৰা আঁৰি ভাল পায়। এইটো জাতিগত পৰম্পৰা, বংশগত ৰীতি আৰু ধৰ্মসম্মত নীতি। ৰজাই শিঙৰিঘৰ, পাটঘৰ, হোলোংঘৰত উঠিবৰ সময়ত 'বনমহোৎসৱ' পতাৰ নিয়ম। শুভদিন শুভক্ষণত এজোপা বা ততোধিক বড়গছৰ পুলি ৰোৱে। যিটো বড়গছৰ পুলি ৰোওঁতে ডালত আৰু শিপাত মন্ত্ৰপূত সোণ-ৰূপ আঁৰি দিয়ে, তাকে আওবড় বোলে। নতুনকৈ বন্ধোৱা বাটৰ কাষত বাটৰুৱা জিৰাবৰ বাবে বাটবৰ ৰোৱে। এইদৰে আহোম ৰাজত্বত কেইবাশও বড়গছ ৰোৱা হৈছিল। এনে বড়গছবোৰে আকৃতি-প্ৰকৃতি আৰু বৈশিষ্ট্য অনুসৰি একো একোটা নাম হয় আৰু পিছলৈ একো একোডোখৰ ঠাইকো সামৰি লয়।

## মোথনি

লোকবিশ্বাস, লোক-পৰম্পৰা আৰু কিম্বদন্তিয়ে জীয়াই ৰখা আৰু

বহুতো বড়গছ আছে। আৰু সেইবোৰৰ নামো আছে। তিতাবৰ, নামবৰ, পুলিবৰ, ৰূপহীবৰ, খেচেংবৰ আৰু অখ্যাতনামা বড়গছবোৰৰ বুৰঞ্জী পাঠকলৈ এৰি এইখিনিতে আমি মোখনি মাৰিব খুজিছোঁ বড়তলত আটায়ে আশ্ৰয় লয়। বড়গছ 'ন্যগ্ৰোধপৰিমণ্ডলম্'। আমিও বড়তলতে গইনা লৈ এইয়া বড়তলৰ বুৰঞ্জী ৰাইজলৈ আগ বঢ়ালোঁ।

# প্ৰকৃতি আৰু সংস্কৃতি

ভূগোলৰ বুকুত বুৰঞ্জীৰ জন্ম। এটা জাতিৰ, এখন দেশৰ, এখন সাম্ৰাজ্যৰ বুৰঞ্জী গঢ়োঁতে ভূগোলৰ বোল লাগে; ভুল নহয়। পৰ্বতৰ গৰা খহি ভৈয়ামত পলস পৰে। পলসুৱা মাটিত আই লখিমীৰ আলসুৱা হাতৰ পৰশ লাগে। তাতেই খেতি-খোলা হয়, গাওঁ বহে, নগৰ পাতে, ৰাজ্য গঢ়ে। পৰ্বতৰ থিয় গৰাত খোপনি লৈ মানুহ আহে, মানুহ যায়— গিৰিপথ মুকলি হয়। সেই গিৰিপথেদি ঢাল-তৰোৱাল, বন্দুক, বৰতোপ লৈ শতৰু আহে, দেশ আক্ৰমণ কৰে; কেতিয়াবা কেঁচা মাটিৰ মাদকতাসনা গোন্ধত মোহ গৈ বন্দী হৈ ৰৈ যায়। নৈ বৈ যায়—নিৰবধি। নৈয়েদি উজাই আহে বণিজৰ ডিঙৰা। বণিকে মাণিক বেহায়। পুৰণিকালত নৈৰ গৰাত গইনা লৈ সভ্যতা বিকশিত হৈছিল, সংস্কৃতি সৃষ্টি হৈছিল, ৰাজ্য-সাম্ৰাজ্যৰ পাতনি মেল খাইছিল। প্ৰকৃতিৰ লগত সংস্কৃতিৰ সম্পৰ্ক একেডাল নাড়ীৰ। অসমৰ সংস্কৃতি জাতে পাতে প্ৰকৃতিমুখী। প্ৰকৃতিয়েই সংস্কৃতিৰ বিকৃতিতো বাধা দি আহিছে।

অসম নদী মাতৃক দেশ। অসমত কেইবাখনো গঙ্গা আছে— বশিষ্ঠীগঙ্গা, কপিলীগঙ্গা, আকাশীগঙ্গা, বৰগঙ্গা, কৰতোয়াগঙ্গা। নদী তীৰ্থ— নদীত স্নান কৰিলে পাপ খণ্ডন হয়। পুণ্য আৰ্জন হয়। ব্ৰহ্মপুত্ৰত অশোকাষ্টমী পালন কৰে। নদী কোনোৰ মতে আধি-ভৌতিক শক্তি—তুষ্ট হ'লে পলস পেলাই পথাৰ সোণাতলী কৰে; ৰুষ্ট হ'লে অকলা ভাঙি ডকলা পৰ্বতো বুৰাই পেলায়। নৈৰ পাৰে পাৰে গাওঁ বহে, পানীটোপা, মাছ-পুঠি দুটাৰ আশাত। তাহানি নাৱে নাৱে গৈ গাঁৱে গাঁৱে বেহা লগাই বেহু পাতিছিল। লুইত বৰ নৈ। লুইতে উজাই মোগল-পাঠান আহিছিল, তাৰো হেজাৰ বছৰ আগতে আৰু কোনোবা সাউদৰ বগা পালতৰা ডিঙৰা আহিছিল; সোৱণশিৰীৰ সোণ

চেকুৰা বুটলি, গান্ধ-কলাই-কস্তুৰী গোটাই ভটীয়াই গৈছিল। এইখন লুইতেদিয়ে দিখৌ গুমেগুমাই কোম্পানীৰ জাহাজ আহিছিল আৰু লগতে আহিছিল আধুনিক অসমীয়া সংস্কৃতিৰ আধুনিক সমলবোৰ। লুইতৰ বৰগুণি অসমীয়া সংস্কৃতিৰ বুৰঞ্জীত অসীম। দিহিঙেদি নামি আহিছিল চুকাফা—এখন সাম্ৰাজ্য গঢ়াৰ সপোন সাৱটি। ধনশিৰী (কছাৰী, ডি-মা; টাই, নাম-টি-মা) ৰ পাৰত ডিমাপুৰ— কছাৰী সভ্যতা-সংস্কৃতিৰ ক্ৰীড়াভূমি। সোৱণশিৰীৰ পাৰৰ সোণগিৰি পৰ্বতত চুতীয়া ৰজাই সোণৰ মেকুৰী পাইছিল। কপিলীৰ পাৰে পাৰে কছাৰী জয়ন্তা, পাল, বৰ্মন, ৰজাসকলে সৃষ্টিৰ ৰীতি মানি ৰজা ভঙা পতা কৰিছিল। বৰনদী মোমাই তামুলী ৰবৰকৰা আৰু আহোমৰ খাৰ সন্ধিৰ সীমা আছিল। কৰতোয়া প্ৰাচীন কামৰূপৰ সীমা আছিল। প্ৰাগজ্যোতিষপুৰ সীমাই শোণ নদীৰ পাৰ ছুইছিল। নৈৰ ৰীতি খান্দে আৰু পোতে। নৈৰ গতি নিৰবধি। এয়া সংস্কৃতিৰে ধৰ্ম।

অসমৰ চাৰিওফালে পৰ্বত। পৰ্বতত থাকে বাবে বৰণীয়া মানুহ। বাৰ বৰণীয়া ৰীতি-নীতি আচাৰ-ব্যৱহাৰ লৈ। নগা সংস্কৃতি মূলতঃ সাগৰীয় সংস্কৃতি বৰ্ণিও, চিলিবিছ, মেলানেছিয়া, পলিনেচিয়া আদিৰ আদিবাসী- সংস্কৃতিৰ লগত মৌলিক সাদৃশ আছে। আঙ্গামীসকলে পৰ্বততো খাপ কাটি শালি খেতি কৰে। অষ্ট্ৰিক সংস্কৃতিৰ খাচীয়া- জয়ন্তীয়া সকলেও এদিন ভৈয়ামত ভৰি দিহে পৰ্বতত উঠিছিল। ভৈয়ামত ৰণ লাগিলে মানুহ পৰ্বতত উঠিছিল। শান্তিৰ সময়ত ভৈয়ামলৈ নামি আহি পৰ্বতীয়া মানুহেও খেতি কৰি, মাছ পছু ধৰি নিছিল। পৰ্বতে পৰ্বতে একো একো জনজাতি হৈ ভাষা কৃষ্টিত বৈচিত্ৰ্য আগবঢ়াইছিল। পৰ্বতৰ পৰা নামি আহিছিল নগাওঁ, নৰোত্তম, গাৰোৰ গোবিন্দ, মিৰিৰ ৰমানন্দ আদি। নগা - মাকো, নগা-মাহ, নগা চাৰী, মিচিমি তিতা, মিৰি-আলু, মিৰি জিম, ভোট তাল, (ভোৰতাল)। খামতি মোনা, আৰু কত কি? পৰ্বত অসমৰ সীমাত সদা জাগ্ৰত প্ৰহৰী। কিন্তু সেই পৰ্বত পাৰ হৈ আহিছে সংস্কৃতি গঢ়োতা আহোম, দুষ্কৃতি কৰোঁতা মান। পৰ্বত সাক্ষী হৈ আছে।

একালত লুইত, সোৱণশিৰি, দিহিং, জাঁজী, আৰু দিছৰ বালিত সোণ পোৱা গৈছিল। অতি পুৰণি কালৰে পৰা বড়ো কাছাৰী মানুহে বালি চালি সোণ কমাইছিল। আহোম ৰজাই কছাৰীসকলক সোণোৱাল খেলত পাতি দি সোণ উৎপাদন অব্যাহত ৰাখিছিল। অসমৰ নৈয়ে সোণ দিছিল বাবেই অসমত সোণৰ অল- অলংকাৰৰ প্ৰাচুৰ্য্য আছিল। পাটকাই পৰ্বতৰ বাখৰ আৰু জাংকাই আছিছিল। সেয়েহে উক্ত বাখৰৰা

নেজেপতা, মিনাকৰা, অলঙ্কাৰৰ পয়োভৰ আছিল। ইংৰাজ আহি নানান কৌশলেৰে চুঁচি চুঁচি সোণ নিয়াৰ আগলৈকে অসম সোণত চহকী আছিল। সোণৰ বাগিছাৰে ভৰা দেশ (মুং-ডুন-চুন-খাম) নামটো সাৰ্থক হৈছিল। অসমত ৰূপ আৰু তামতকৈ সোণৰ ব্যৱহাৰেই অধিক আছিল। বিশেষকৈ আহোম যুগত সোণৰ অলঙ্কাৰ গঢ়াৰ উপৰিও শৰাই, কোৰা, অৰ্ঘা, টেমী, তৰোৱালৰ নাল, ভোগজৰা, পিকবান, দুনৰি, বিয়াত, ব্যৱহাৰ কৰা তামোল আদিও সোণেৰে তৈয়াৰ কৰিছিল। সোণৰ মোহৰো মৰাইছিল। ম্লেচ্ছ চাহাবে কেইবা কোটি টকা পৰিমাণৰ সোণ তলাতল ঘৰ, ঘৰৰ ভঁৰাল লুককি লৈ গৈছিল।

অসমৰ হাবিত এৰা, কেচেৰু, চোম, সোৱালু, দীঘলতি, মেজাঙ্কৰী, চপা, নুনি গছ জন্মে। এৰা- কেচেৰুৰ পাত খায় এৰী মুগাই। চোম, সোৱালু, দীঘলতি, গছত মুগা পোহে। মুগা, পলু, মেজাঙ্কৰি সুতা ওলায়। মুগা চপা গছত পুহিলে তাৰে কাপোৰকে চপাপতীয়া কাপোৰ বোলে। পাট- পলুৱে নুনি গছৰ পাত খায়। অসমৰ সকলো জনগোষ্ঠীৰ মানুহেই এৰী- মুগা, পাট পোহে। আজিও অসম এই শিল্পত ভাৰতৰ ভিতৰত চহকী। এদিন পুৰুষে মুগাৰ আঠুমূৰীয়া, চুৰিয়া, মুগাৰ বৰ চুৰিয়া, মুগাৰ বুক চোলা, মিৰ্জাই, চাপকন, মুগাৰ পাগুৰি, মথুৰাপাগ, মুগাৰ চেলেং, গামোছা, টঙালি, পাটৰ, ধলপাটৰ চুৰিয়া, চিকণ, পাটৰ চুৰিয়া, পাগুৰি, পোছাকী ধলপাটৰ জামা, মোগলাই চোলা, তিৰোতাই মুগাৰ ৰিহা- মেখেলা চেলেং পিন্ধিছিল। গুণাকটীয়াই সোণেৰে গুণা কাটি দিছিল আৰু অসমীয়া মানুহে গুণা কটা ৰিহা মেখেলা- চেলেং পিন্ধিছিল। এয়া যথাৰ্থতে প্ৰকৃতিৰ দান।

অসমৰ প্ৰাচীন ধৰ্মক যোগিনীতন্ত্ৰত কৈৰাতজ বুলি কৈছে। কৈৰাতজ ধৰ্মত ব্ৰত উপবাস নাই। মাছ মঙহ খোৱাত নিষেধাজ্ঞা নাই। অসমৰ হাবিত পোৱা হাঁহ কুকুৰা, গাহৰি, কাছ সকলো ভক্ষণীয়। পোহনীয়া কুকুৰা, গাহৰি নোখোৱাজনে বনৰীয়া গাহৰি খোৱাত বাধা নাই। কেইবিধমান মাছৰ বাহিৰে সকলো মাছ ভক্ষণীয়। সমূহীয়াকৈ মাছ মৰা, মাছ ধৰা কাম উৎসৱৰ দৰে আনন্দজনক। বনৰ পহু, চৰাই আদি চিকাৰ কৰা, ফান্দ পাতি ধৰা, চিটিকা পাতি ধৰা, আদি মুকলিকৈ কৰা হয়। কোনো কোনো জনগোষ্ঠীৰ মানুহে কেকোঁৰা, কুচিয়া, আমবলি পৰুৱাৰ টোপ, জিলি, মুগা, লেটা, কাঠফুলা ভেকোলা উইচিৰিঙা, কাঠখোৱা পোক আদিও খায়। এইবোৰ ভৌগোলিক বা প্ৰাকৃতিক কাৰণৰ বাবেহে হৈছে। অসমত বৈষ্ণৱ ধৰ্মী মানুহৰ মাজতো কিছুমান প্ৰাকৃত বা লৌকিক আচাৰ দেখা যায়। ভেকুলী বিয়া, মানস পূজা,

গছ পূজা আদি প্ৰাকৃতিক কাৰণৰ পৰাই উদ্ভূত।

অসমীয়া মানুহ কৃষিজীৱী। আহু আৰু শালি খেতি কৰে। ভাত খায়। ধানেৰে নানা তৰহৰ জলপান তৈয়াৰ কৰে। কুঁহিয়াৰৰ খেতি কৰে আৰু কুঁহিয়াৰ পেৰি গুৰ পগায়। সৰিয়হ খেতি কৰে। আৰু তেলী শালত তেল পেৰে। কল, তামোল, পাণ, আম, কঁঠাল, বেঙেনা, জলকীয়া, লাও- কোমোৰা খেতি কৰে। এদিন ভৈয়ামবাসী অষ্ট্ৰিকসকলেই আলু- কচু লাও কোমোৰাৰ খেতি কৰিছিল। অৰ্থাৎ হাবিৰ পৰা বনৰীয়া শইচৰ সঁচ সংগ্ৰহ কৰি এইবোৰ খেতি কৰিছিল। এয়া প্ৰকৃতিৰেই দান, এতিয়াও বাঁহ কাঠ, বেত, ইকৰা, নল, খাগৰি, উলু- বিৰিণা হাবিৰ পৰাই সংগ্ৰহ কৰি অসমীয়া মানুহে ঘৰ সাজে। এইবোৰ অসমত হাবিৰ উৎপন্ন হয়।

অসম সংগীততো চহকী। ঘাইকৈ লোক সংগীতত। এই সংগীত লৈকো প্ৰকৃতিৰ বিচিত্ৰ দান মনকৰিবলগীয়া। ইয়াৰ বাঁহী পেঁপাত সৰল সুৰ ইয়াৰ ঢোলৰ চাপৰত মেঘৰ গুৰু গুৰু শব্দ, ইয়াৰ নাচোনৰ লয়লাসত ফাগুনী পছোৱাৰ আগলি কলপাত কপোৱা নৃত্যছন্দ। পৰ্বতৰ লিহিৰি ঢেকীয়াৰ মৃদুমধুৰ নাচোন। ইয়াৰ বিহুনাম, বিহু নাচত ৰাগ তাল মুদ্ৰাৰ বান্ধোন নাই। চ'তমহীয়া প্ৰকৃতিৰ উন্মাদনাই নৃত্য যৌন অভিব্যক্তি ফুটাই তোলে। বিহুনামৰ সুৰত সেই অভিব্যক্তি প্ৰকাশ পায়। বৰদৈচিলাৰ বাউলী গতিয়ে দেওধনি নৰছৰ ছন্দ সজায়। ইয়াৰ দ'ল দেৱালয়ৰ গাত কটা ভাস্কৰ্য্যবোৰত অসমৰ প্ৰকৃতিৰ জীৱ জন্তু, গছ- লতা, ফুল অংকিত আছে। অসমৰ হাবিত পাল পাতি চৰি ফুৰা হাতীৰ জাকবোৰৰ জ্ঞানে পালকাপ্য ঋষিক হস্ত্যায়ুৰ্বেদ' ৰচনা কৰিবলৈ প্ৰেৰণা দিয়া নাছিল জানো? সুকুমাৰ বৰকাথৰ হস্তীবিদ্যাৰ্ণৱ পুথিতো অসমৰ হাবিৰ বিচিত্ৰ হাতীৰ লক্ষণ গতি বিধি আৰু চিত্ৰ আছে।

এটা জাতিৰ জাতীয় চৰিত্ৰ সৃষ্টিতো ভূগোলৰ ভুল নহয়, অসমীয়া মানুহৰ আঠুমূৰ সাৰটি জুই পুৱাই ভালপোৱা স্বভাৱ, সোৰোপালি আদিৰ বাবে ইয়াৰ জলবায়ু দায়ী। জহকালি পঁইতা ভাত খায় মাছৰ টেঙা আঞ্জা ঔ টেঙা, নলটেঙা, সোলেঙ টেঙা, থেকেৰা টেঙা, দি ৰন্ধা আঞ্জা ভাল পায়। বাহৰ খৰিচা অতি প্ৰিয়। মঙহতকৈ মাছ পি। ভোজ ভাত বিয়া- সবাহ,- ভাওনাত দহোৱন কাটি কৰিও যোগ দিয়ে। এয়া এটি চমু সমীক্ষা। প্ৰকৃতিৰ সৃষ্টিৰ উপাদান লৈ মানুহে নতুন সৃষ্টি কৰে— সেয়ে সংস্কৃতি।

# আঘোণ মাহ : এটি চিত্ৰ

বছৰটোৰ বাৰটা মাহৰ বুকুৰে এটা মাহ আঘোণ। প্ৰকৃতিৰ বিনন্দীয়া সৌন্দৰ্য্যৰ, লখিমীৰ সোণালী পৰশ, আৰউ হেমন্তৰ হিমধোৱা গছ বন জিলিকি উঠা এইটো মাহ। এদিন আঘোণৰ পূৰ্ণিমাৰ স্নিগ্ধ জোনাকত গকুলৰ কদম গছৰ তলত কৃষ্ণই ৰাস নৃত্য পাতিছিল, মোহন মুৰুলীৰ মন কতলীয়া কৰা সুৰ শুনি হেজাৰ গোপীনিয়ে হাতৰ মন এৰি উধাতু খাই লৰি আহিছিল। এয়ে সেই আঘোণ।

বছৰ বাগৰে; মাহো বাগৰে। আঘোণৰ পিছত পুহ আহে। ঠেটুৰৈ ধৰা জাৰত পৃথিৱীখন অকৰা হয়, মাঘৰ পৰশ লাগি শীতৰ শীতলতা কমে। ফাগুনৰ উৰুঙা বতাহ লাগি প্ৰকৃতি উতলা হয়। চ'ত আহে। কুলি- কেতেকী আহে বসন্তৰ সমল লৈ, বসন্তৰ পৰশত বহাগ বাগৰে। নিঠুৰ নিদাঘৰ, নিৰ্মম পৰশ লাগি, জেঠত ন কুঁহিপাত জঁয় পৰে। আম পকে। আহাৰৰ প্ৰথম দিনা কবি কালিদাসৰ বিৰহী যক্ষৰ বিৰহ বেদনা লৈ উৰি আহে এচপৰা মেঘ। হয়তো বিৰহী প্ৰিয়াক বিচাৰি নেপায় কান্দে, শাওণৰ বুকু জুৰি বাৰিষাৰ ঢল নামে। ভাদৰ বুকুৰেদি বাগৰি যায়— ভদীয়া বান। খেতিয়কৰ আশা হয় থান- বান। শৰতৰ জোনৰ জোৎস্না লৈ আহিন আহে, বালিমাহী চৰায়ে দুবৰি বনৰ ওপৰত নাচে, কাতিৰ দীঘলীয়া ৰতিবোৰ পাৰ হৈ যায়— জোন আৰু কুঁৱলীৰ পৰশ লাগি। আকৌ আহে আঘোণ, সোণালী আঘোণ।

এদিন আঘোণৰ পৰাই বছৰৰ পাতনি মেলিছিল। সেয়েহে ইয়াক অগ্ৰহায়ণ বোলা হয়। অগ্ৰহায়ণৰ অপভ্ৰংশহে আঘোণ। সংস্কৃত ভাষাত আঘোণ মাহক মাৰ্গশীৰ্ষ— অৰ্থাৎ বছৰৰ পোন প্ৰথম মাহ বোলে। হয়তো এদিন জ্যোতিষীৰ আৱিষ্কাৰ আৰু আদিম কৃষিজীৱী সমাজৰ মনৰ মিলনৰ ফলত আঘোণ মাহক বছৰৰ প্ৰথম মাহ বুলি গণনা কৰিছিল। দক্ষিণ - পূব এছিয়াৰ ভালেমান দেশত এতিয়াও আঘোণৰ পৰা বছৰৰ আৰম্ভণি বুলি গণনা কৰা হয়। আহোমসকলেও তেওঁবিলাকৰ তাওচিঙা লাক্লি গণনা কৰোঁতে আঘোণ মাহকে বছৰৰ প্ৰথম মাহ বুলি ধৰে। এইখিনিতে আমি আঘোণৰ ন-খোৱাৰ সময়ত গোৱা টাই ভাষাৰ মন্ত্ৰ এটাৰ অসমীয়া অনুবাদ কৰি দিলো- "কাতি গৈ আঘোণ

পালেহি। নতুন বছৰে ভৰি দিলেহি। যাব লগা বছৰ গ'ল। কিন্তু নতুন বছৰ সাৰদীয়ালভাৱে আহিছে। আকৌ সেই বছৰো সেই মতেই আহি পাবহি। বছৰেকীয়া কৰ-ভাৰ বৰ আদৰ সাদৰকৈ আপোনাৰ চৰণত শোধাইছো। আমাৰ প্ৰতি প্ৰসন্ন হওক হে পৰমেশ্বৰ।" শালি খেতিৰ দেশ আটাইবোৰতে আঘোণ মাহটো উৎসৱৰ মাহ। ধান খেতিয়কৰ প্ৰাণ। পথাৰত সোণ যেন হৈ জিলিকি থকা ধাননি ভৰা দেখি খেতিয়কৰ বুকুত আশা উদ্বলি উঠে।

বহাগৰ পৰা আঘোণলৈকে আঠোটা মাহ। খেতিয়কৰ দুখ, কষ্টৰ আশাৰ, হেপাহৰ মাহ। বহাগৰ বিহুতলীত দেখা সেউজীয়া পথাৰখনৰ সপোন দিঠকলৈ আহে। আঘোণত। ডেকা- গাভৰুৰ নাচোনৰ কঁপনিত গাভৰু হোৱা পৃথিৱীৰ বুকুত নাঙলৰ পৰশ লাগি কুমাৰী পৃথিৱী গৰ্ভপ্ৰসূতা হয়। লখিমীৰ পৰশত ধানৰ গেৰেলি মেলি ধান সোণগুটি হয়। আঘোণ উদ্বলি উঠে। ভৰ বাৰিষাৰ বোকা, ৰ'দ, মৌচেপীয়া, বৰষুণ মূৰত লৈ খেতিয়কে কপালৰ ঘাম মাটিত পেলায়, আঘোণক আদৰি আনিবলৈ। এবুকু আশা আৰু হেপাহেৰে বাট চাই থাকে লখিমী এমুঠি আনি ভঁৰালত ভৰাবলৈ।

আঘোণৰ পথাৰত কবিতা ফুলে। লখিমী আহি সোণালী পৰশ দি সিঁচি থৈ যায় সোণগুটি। পকাধানে তলমূৰ কৰে। ৰঙা, তিতা, ফুলীয়া, নল, পইতা বৰাবোৰ, সেউজীয়া পাতৰ আঁৰত লাটুমণি গুটি যেন ৰঙা হয়। জহাধানৰ সুগন্ধি সুবাস বতাহৰ বোকোচাত উৰি যায়। শালিধানবোৰ জিলিকি উঠে। ৰাতি পুৱা কুঁৱলিৰ ওৰণী ফালি নামি অহা ৰাঙলী ৰ'দৰ পোহৰ এচেৰেঙা পৰি সোণগুটিবোৰ তিৰ বিৰাই উঠে। সন্ধিয়া ধূসৰ সনা হেঙুলীয়া কিৰণে বহল সোণ বৰণীয়া পথাৰৰ বুকুখন পৰশি লখিমীক সেৱা জনাই থৈ যায়। ৰাতি কুঁৱলিৰ পৰশ লাগি সেমেকা হোৱা জোনৰ পোহৰৰ সেউজীয়া সোণবৰণীয়া পথাৰৰ বুকুত মৰম বিচাৰে। হয়তো তৰাবোৰে আকাশত বৈ বৈ হাঁহে, চকু টিপিয়ায়। নীল আকাশৰ বুকুৰেদি সন্ধিয়া নিজৰ বাহলৈ উলটি যোৱা ভাগকৰা বগলী জাকে দিনান্তৰ সৌন্দৰ্যখিনি উপভোগ কৰি উৰি যায়। কত কাণকুৰিকা চৰায়ে ধাননিত সোমাই লুকা ভাকু খেলে, ক'ত বটা চৰায়ে ধান খাবলৈ আহোঁতে চম্পাৱতীয়ে নাম গায়ঃ

'হুৰ হুৰ বটা চৰাই,
মোৰ ধান নেখাবি
তোক দিম গোটা কৰাই।'

গাঁৱলীয়া টঙিঘৰত উঠি কোনে বা এই দৰে কাতৰ আহ্বান

জনাইছে, তাৰ জানো আমি বাতৰি ৰাখিছোঁ। খেতিয়কৰ হেঁপাহৰ ধন লখিমী ধান মুঠি।

আঘোণৰ পথাৰত ৰঙিলী ৰূপহীহঁতে থোক কাটি কাটি ঘিলা-চকলীয়া মুঠি বান্ধে। পাজিসেৰীয়া আঙুলিৰ কোমল পৰশত যেন ধানৰ গছবোৰ হাউলি আহে। কোনোবা ৰঙায়ে ধানৰ ডাঙৰী আনিবলৈ ধাননিৰ সৰে সৰে সুহুৰিয়াই যায়। ক'ৰবাত তাৰ মনৰ মাজত বিচাৰি ফুৰা মানুহজনী দেখিলে সেই আদিম বুভুক্ষা—প্ৰেমৰ ভাব জাগি উঠে। তেতিয়া হয়তো উঁকি এটা মাৰি বনঘোষা এফাকি গায়ঃ

তোলৈ চাই ৰাঙলী
বান্ধি যাওঁ ডাঙৰী
গৰা চপাই বান্ধি যাওঁ নাও।'

সঁচাকৈয়ে যদি ৰঙিলীৰ অন্তৰত কিবা গুপুত কথা আছে তেনেহলে নিশ্চয় উত্তৰ নিদিয়াকৈ নেথাকেঃ

'ধানে কাটিবৰে
হেঙুলীয়া কাচিখন
এখনিয়ে নেকাটে বন,
চকুৰে আগতে
সৰুটি কলিজা
পথাৰত নবহে মন।'

বহল পথাৰৰ বুকুত ধান দাই থকা চেনাইক চকুৰে নেদেখি বনঘোষা এফাকি গোৱা মানুহো নিশ্চয় আছেঃ

'ইলাই পথাৰতে
চিলাই ধানে দালে
ঘিলা চকলীয়া মুঠি,
আটাইকে দেখোঁ মই
চেনাইটিক নেদেখোঁ
চাওঁ চতিয়নাত উঠি।'

দুৰ্গাপূজাৰ পিছত পথাৰলৈ লখিমী আহে। সেই লখিমীক আদৰি-সাদৰি আগবঢ়াই আনিব লাগে। আই লখিমীৰ কোলাত মাণিকী-মধুৰী, সুৱাগমণি, চিকণকলি, নিয়ঁৰকদম ধানৰ সোণগুটি উপচি পৰে। পোন প্ৰথম দিনা এগোছা কাটি আগ আনে। দাৱনী বা ঘৰৰ ঘাই তিৰোতা গৰাকীয়ে নতুন গামোছাৰে ধানৰ থোক কেইটা মেৰিয়াই মূৰত লৈ আহে। কোনো কোনো ঠাইত লখিমী আদৰা নাম গায়ঃ

'উদূলি মুদূলি
লক্ষ্মী আই পদূলি
ভাগি যায় মদাৰৰ পুলি;
আজি ভালে বাৰে
লক্ষ্মী আইক আনোগে
কপিলী কান্ধত তুলি।'

+ + + + + + + +

'আখৈৰে খৰাহী
ডাবহি-ডুবহি
পিঠাৰে খৰাহী সক,
লক্ষ্মী আই আহিব
ভঁৰালটি ভৰিব
ভৰিব গোহালিত গৰু।'

+ + + + + + + +

'গছ্ সৰু সৰু
পাত ভিৰে খালে
মাণিকী-মধুৰী লাগে,
লোকৰে দেশলৈ
নাযাবা লক্ষ্মী আই
ভঁৰালটি ভৰিব লাগে।'

সেইদিন ধৰি ৰ'দত ৰঙা পৰি, ঘামি-জামি গাঁৱৰ লখিমীহঁতে পথাৰৰ লখিমী আনিবলৈ আয়োজন কৰে। সঁচাকৈয়ে আঘোণৰ বুকু জুৰি সাত্বিক সৌন্দৰ্য্যৰ সৃষ্টি হয়।

আঘোণৰ আন এটি অনুষ্ঠান ন-খোৱা। প্ৰস্তৰ যুগৰ মানুহৰ আনন্দ আছিল দৈনন্দিন। যিদিনাই ডাঙৰ বনৰীয়া জন্তু এটা বধিব পাৰিছিল সেইদিনটোৱেই আছিল—তেওঁবিলাকৰ পৰম আনন্দৰ দিন। যেতিয়া মানুহৰ মূৰত কৃষ্টিৰ কঠীয়া গজিল, পৃথিবীৰ বুকু চহাই বনৰীয়া গুটি বিচাৰি আনি খেতি কৰিবলৈ শিকিলে, তেতিয়াৰপৰাই মানুহৰ আনন্দ সময়ৰ সীমাৰ ভিতৰলৈ গ'ল। খেতিৰ আগত, খেতিৰ শেষত আৰু খেতিৰপৰা উৎপন্ন হোৱা প্ৰথম আহাৰ মুঠি খাওঁতে মানুহে সমূহীয়াকৈ আনন্দেৰে, দেখা-শুনাকৈ খাবলৈ আৰম্ভ কৰিলে। মানুহৰ

আদিম ৰীতি-নীতিবোৰ আমি আজিও পাহৰা নাই। হয়তো সময়ৰ সোঁতত পৰি সংস্কৃত হৈছে, মাৰ্জিত হৈছে বা কিঞ্চিৎ নতুন ৰূপ লৈছে। আদিম কৃষিজীৱী সমাজে আঘোণৰ কোনোবা এটা দিনত জহা-বৰা ধানৰ ভাত ৰান্ধি শৰ, হৰিণা, সুগৰি পহু বা বৰা গাহৰিৰ মঙহ গোটাই সমূহীয়াকৈ টকালি পাৰি খাইছিল। আজিও অসমৰ বহুতো গাঁৱত ঘৰে প্ৰতি ন-ধানৰ নতুন-চাউল, শাক-পাচলি, আলু-কচু গোটাই মাছ-মাংসৰে সৈতে নামঘৰত ভোজ পাতে। এনে অনুষ্ঠানৰ যোগেদি গাঁৱৰ সমাজত একতাৰ ডোলডাল আঁটিল হয়, আটায়ে দেখা-শুনাকৈ খাই আন এটা আনন্দ পায়। ছমহীয়া কষ্ট আৰু আশাৰ ধানমুঠি আঘোণৰ বুকু গৰকি ভঁৰাললৈ আহে। তাকে নিজেও খায়; আনকো দিয়ে, ইও এক আনন্দ।

আঘোণ সঁচাকৈয়ে সেউজীয়া শইচেৰে ভৰপূৰ মাহ। বাৰীৰ লাই, লফা, পালেং, বাবৰি নদন-বদন হৈ উঠে। বহল মুকলি বাম পথাৰ, নৈৰ চাপৰিবোৰত সৰিয়হ ফুলবোৰ জোনাক যেন হৈ ফুলি উঠে। এদিন ১২২৮ শঁকৰ আঘোণমহীয়া পাটকাই পাৰ হৈ আহি স্বৰ্গদেও চুকাফাই সৰিয়হৰ ফুলেৰে সোণোৱালী হৈ থকা চাপৰি, সোণগুটি যেন ধানেৰে উপচি পৰা সোণালী পথাৰবোৰ দেখি লুইতৰ পাৰৰ এই দেশখনক—'চূণ খাম' অৰ্থাৎ সোণৰ দেশ নাম দিছিল। আঘোণ আহিলে আজিও আমাৰ দেশ সোণালী হয় আৰু সৌন্দৰ্য্য উদ্ভাসিত হৈ উঠে।

আঘোণ বিবাহৰ মাহ। শৰতৰ হিমেধোৱা শেৱালিৰ সুৰভি লাগি মানুহৰ মনবোৰ উতলা হৈ উঠে। উকঙা বুকুৰ মাজলৈ আহে জনজীৱনৰ আদিম সত্যানিহিত হৰ-গৌৰী মিলনৰ আকাঙ্ক্ষা। সঁচাকৈয়ে কেঁচা মাহ-হালধিৰ বোল সানি কলতল, বেইতল গৰকি দুটি অচিনাকি হিয়া এটি হৈ যায়। সঁচাকৈয়ে চিৰস্মৰণীয় সেই দিনটো, পবিত্ৰ সেই মাহটো।

আঘোণ পবিত্ৰ মাহ, আঘোণ আশাৰ মাহ, আঘোণ কবি সাহিত্যিকৰ ভাষাৰ মাহ। আঘোণত ধান পকে, আঘোণত সৰিয়হ ফুলে, আঘোণত কুঁৱলী পৰে। মেঘমুক্ত আকাশৰ জোনাকত সেউজীয়া পৃথিৱীখন অপৰূপ ৰূপত জিলিকি উঠে। শেৱালিৰ সুবাসে সুৰভিত কৰে সুমধুৰ পৰিবেশ। আঘোণ আহে, আঘোণ আহিব, আঘোণৰ মহিমা আঘোণেই উজলাই ৰাখিব।

# ভোগালি বিহুৰে কথা

ভোগ-থলী অসমৰ ভোগালি বিহু। শইচে-মইচে নদন-বদন, গাখীৰে-পানীয়ে উভৈনদী অসমৰ বুকুলৈ বছৰেকত এবাৰ ভোগালি বিহু আহিছিল; আজিও আহে। 'সেই ৰামো নাই, অযোধ্যাও নাই' সঁচা; কিন্তু বিহু বুলিলে ৰং এচেৰেঙাই মুখখন উজ্জ্বলাই নেপেলোৱা জাকত জীণ নোযোৱা অসমীয়াও নাই; সেইটোও সঁচা। দেশ টোকোনা হ'ল, পৃথিবীৰ ৰসাল বুকু নীৰস হ'ল, সেযেহে ভোগৰ সমলো এটি এটিকৈ হৰলুকী দিলে; তথাপি বিহু আহিছে। আমাৰ বোপা ককাৰ দিনত যিদৰে ভোগালি বিহু পাতিছিল, আজি সেই বিহু নাই; বিহুৰ স্মৃতি আছে।

গছৰ খোৰোং, পৰ্বতৰ গুহাত বাস কৰা আদিম মানুহে যেতিয়া [illegible] তাৰপৰা ওলাই আহি বনৰীয়া গছৰ গুটি চোবাই নতুন এ[illegible] পাইছিল, সেইদিনাই পৃথিৱীৰ বুকু আঁচুৰি তাত শইচৰ সঁচ [illegible] পেটৰ মুঠিৰ দিহা কৰিবলৈ শিকিছিল; সেইদিনাই [illegible] হৈছিল—সংস্কৃতিৰ নতুন সম্ভাৱনাৰে। বনৰীয়া জন্তু একোটা [illegible] পৰত যেনেকৈ আনন্দৰ শিহৰণ উঠিছিল, মনৰ মাজত [illegible] মঙহৰ তৃপ্তিয়ে ঢৌ তুলিছিল, তেতিয়া সিহঁতে পাৰেমানে [illegible] চিঞৰি আনন্দ কৰিছিল। তাত নাছিল ছন্দ, লয়, সুৰ, তা[illegible] তাত আছিল অপৰিসীম আনন্দৰ মতলীয়া উচ্ছ্বাস। তাৰ পিছত [illegible] পথাৰৰ শইচ বুটলি আনি খাবলৈ শিকিলে, তেতিয়াও আনন্দ উ[illegible] উঠিল। এইবেলি খেতিৰ শইচৰ লগতে বিলৰ মাছ আৰু বনৰীয়া পহুৰ মঙহো যোগ হ'ল। এইদৰেই কৃষিজীৱী সমাজে এদিন ক'ব নোৱৰাকৈয়ে ভোগালি বিহুৰ জন্ম দিলে।

ভোগালি বিহুৰ নামটো নতুন; বিহুটো বহুতো পুৰণি। অতীতৰ দীঘলী বাটটোদি উকিয়াই উকিয়াই গৈ থাকিলেও সিপিনৰপৰা বিহুৰ বতৰা দিওঁতা মানুহ নাই। ইয়াৰ বয়সো নাই; হিচাপো নাই। মানুহৰ সভ্যতাৰ ক্ৰমবিকাশ আৰু সংস্কৃতিৰ ক্ৰমবিকাশৰ লগত ইয়াৰ সম্বন্ধ। আজিৰ দৰে ধৰা-বন্ধা দিনত তেতিয়া বিহু হোৱা নাছিল। আদিতে মানুহৰ আনন্দ আছিল দিনেকীয়া। যি দিনাই পহুটো, ৰবা গাহৰিটো মাৰিছিল, সেইদিনাই যাঠী-জোং জোকাৰি হিয়াৰ আনন্দ প্ৰকাশ কৰিছিল।

কিন্তু খেতি কৰিবলৈ লোৱা দিনৰেপৰা আনন্দৰ সীমাৰেখা এটা আহি পৰিল। পথাৰৰ সোণালী শইচ ঘৰ চাপিলে, মাছ-পহু মাৰি, নাচি-বাগি আনন্দ কৰোঁতে ই আপোনা-আপুনি সময় এটা বাছি ল'লে। সেয়েহে এতিয়াও ভালেমান জনজাতিয়ে আমাৰ দৰে পৌষ-সংক্রান্তিৰ দিনা বিহু নেপাতি দিনচেৰেক পিছত পাতে।

ভোগালি বিহুৰ আনুষঙ্গিক উৎসৱ অগ্নিপূজা। বহুতো ঠাইত বৈদিক মন্ত্ৰ মাতি অগ্নিপূজাৰ ৰূপ দিলেও ভোগালি বিহুৰ অগ্নিপূজাৰ উদ্দেশ্য আদিম। যিদিনাই মানুহৰ মূৰত বুদ্ধিৰ কঠীয়া গজিল আৰু সেই বুদ্ধিৰ পৰশ লাগি জুই ওলাল, সেইদিনাই মানুহে পোহৰ আৰু তাপৰ সন্ধান পালে। তাৰ পিছত জুই হৈ পৰিল— মানুহৰ অপৰিহাৰ্য্য সামগ্ৰী। ইয়াৰ শক্তি অসীম, গুণ অলেখ। গতিকে টিপিওৰি তুলাৰ পৰশ লাগি সৃষ্টি হোৱা জুইৰ ফিৰিঙতিটো দৈৱিক শক্তিসম্পন্ন বুলি মানুহৰ বিশ্বাসৰ ভিতৰত সোমাল। মানুহে দেৱতা বুলি মানি ল'লে। সেয়েহে আজিও আদিম মানুহৰ দৰেই এদিন জুইকুৰাক তামোল-পাণ দি সেৱা কৰিবলৈ এৰা নাই। কিন্তু জুইক দেৱতা বুলি পূজা কৰাতকৈ এদিন যে মানুহে বনৰীয়া মাছ-পহু মাৰি আনি ৰান্ধি-বাঢ়ি, পুহমহীয়া ঠেটুৱৈ ধৰা জাৰ গুচাই একুৰা ডাঙৰ জুইৰ চাৰিওফালে চিঞৰি বাখৰি, নাচি-বাগি সমূহীয়াকৈ খাইছিল, তাৰেই চিন স্বৰূপে আজি মেজি আৰু ভোজ পাতে। মাছ-গাখীৰ, শাক-পাচলিৰ আটকৰ দিনতো অসমীয়া মানুহে দেখা-শুনাকৈ এসাজ খায়। এদিন হাবিত পহু পাল পাতি ফুৰিছিল, বিলত কলগছীয়া, ম'হশিঙীয়া, ৰাঘ-বৰালি, বৌ, বাহু, পিঠীয়া মাছে পানী ঘোদালি ফুৰিছিল, খুটিত ম'হ, গোহালিত গৰুৱে কঁৰীয়াই কঁৰীয়াই গাখীৰ দিছিল; নৈৰ পাৰৰ পলসুৱা সোণাতলী মাটিত আলু-কচু, বেঙেনা-জলকীয়া, লাই-লফা, পালেং-বাবৰি উভৈনদী আছিল। বাৰীৰ মূৰৰ কঠিয়াতলীত মাটিমাহ হৈছিল;— দেশখন ভোগৰ সমলৰে ভোগালি আছিল। তেতিয়া কৃষিজীৱী মানুহে আদিম মানুহৰ দেৱতা জুইকুৰা জ্বলাবলৈ মেজি পাতিছিল আৰু বিধে বিধে সমল যতনাই ভোজ-ভাত খাইছিল।

ভোগালি বিহুৰ দিনৰ কথা। বছৰেকৰ বিহুৰ দিনা থমা দৈ, বাৰীৰ গুৰ, মালভোগ, চেনিচম্পা, সোন্দাকলৰে, হাতীখুজীয়া বাটিত জলপান এটা দিবলৈ নাপালে গৃহস্থৰ হেপাহ নপলাইছিল। মালভোগ, নল বৰা ধানৰ তেতেলীপতীয়া চিৰা; সুৱাগমণি, দলমাগুৰি ধানৰ সান্দহ; নিয়ঁৰকদম, চিকণকলি ধানৰ বৰপিঠা, ফেনীপিঠা, সুতুলিপিঠা, বৰবৰা, তিতাফুলীয়া বৰাৰ হুৰুম, পইতাবৰাৰ কোমল চাউল কৰিবলৈ

ঘৰৰ জীয়ৰী-বোৱাৰীৰ চকুলৈ সাদিন সাতৰাতি টোপনি নাহিছিল। মোৱা, চীনা, কুঁৱৰী, হাতীখুজীয়া আলু ভাপত দি গাখীৰে-গুৰে খাই নতুন সোৱাদ পাইছিল।

সংসাৰত জীয়াই থাকি এমুঠি পেট পূৰাই খাই, এবেলা হাঁহিবলৈ মানুহক আজৰি লাগে। বাৰিষাৰ বৰষুণ, জহৰ ৰ'দ মূৰত লৈ, কপালৰ ঘাম মাটিত পেলাই উপাৰ্জন কৰা সোণ-চেকুৰা যেন শইচডৰা চপাই বুটলি আনি, মাঘ মাহত অৱকাশ পায়। সেয়েহে এমুঠি ৰং-ৰহইচে খাই, ৰং-আনন্দ কৰে। উজনিত ম'হ যুজায়। দ-পথাৰৰ কুমলীয়া নৰা খাই, মূৰিয়লি মাটিৰ গেৰেলি মেলিব নোৱৰা আপঁইতা ধান খাই তেল পৰি পিছলা, গলধন ধৰা ম'হৰ যুঁজত নৰানি পথাৰ দপদপাই থাকে। টাকুৰীশিঙীয়া ম'হে কাপ যুঁজ লাগি ৰঙা-ৰাঙলী হয়। নামনি অসমত ঠায়ে ঠায়ে কণীযুঁজ হয়—টটাটিঙা ল'ৰাই পানীফুচুৰি লেকেটীয়া কণীৰে অঁৰাই অঁৰাই কণী ভাঙে। পানীফুচুৰি কণীৰে সাতবিহুৰ সৈয়া কণীকো থৰ ধৰে। তাহানি ৰজাৰ দিনত ৰংঘৰৰ মুখৰ ৰূপহী পথাৰত শেনচোৱাই শেন মেলিছিল; শেনে কণুৱা মাৰি চোকাটেকেলা শেনচোৱাক বটা-বাহন দিয়াইছিল। হাতী-। খোকত বান্ধি থোৱা দঁতাল হাতীয়ে যুঁজত পৃথিৱী ফালোঁ যেন কৰিছিল। বাঘে-যোঙে চিঞৰত স্বৰ্গধ্বনি লগাইছিল। যুঁজৰ কুকুৰা যুঁজত মৰিছিল। সুস্থ-সবল, বাহুবলী অসমীয়াই বনৰীয়া জন্তু ধৰি যুঁজাই হেপাহ পলুৱাই আনন্দ উপভোগ কৰিছিল।

মাঘৰ বিহুৰ উৰুকাৰ দিনা গাঁৱৰ ল'ৰা-ছোৱালীয়ে লাগনি গছবোৰ নৰা বা ধানখেৰৰ জৰীৰে বান্ধে। বিহুৰ পিছতে আমে মলিয়ায়, কঁঠালে মুচিয়ায়, বগৰী ফুলে, তামোলে ডবিয়ায়। বৰদৈচিলা মাকৰ ঘৰলৈ যাওঁতে, জানোছা লাগনি গছৰ উৎপাদিকা শক্তি লৈ যায়, সেই সন্দেহতে গছবোৰ বান্ধি বান্ধি গায়ঃ "মাঘ নোৱাৰলৈ নেযাবি, থোপাথোপে লাগিবি।"

বিহু আৰ্য্য, মঙ্গোলীয় আৰু অষ্ট্ৰিক সংস্কৃতিৰ মিলন-থলী, সংস্কৃতি সদায় গতিশীল। বিহু অসমীয়া সংস্কৃতিৰ এটা আপুৰুগীয়া অংশ। দক্ষিণ-পূব এচিয়াৰপৰা ভটিয়াই অহা কৃষিজীৱী অষ্ট্ৰিকসকলৰ লগতেই বিহুৰ চোকোৰাটো আহিছিল। সময়ত মঙ্গোলীয়সকলৰ সমল সম্মিলিত হৈ ই এটা নতুন ৰূপ ল'লে। পিছত পশ্চিমৰপৰা উজাই অহা আৰ্য্যসকলৰ পৰশ লাগি ভোগ আৰু আনন্দৰ উৎসৱটোত ধৰ্মৰ সাঁচ বহিল। আদিম ধৰণেৰে একুৰা জুই লগাই ভোজ-ভাত খোৱা অনুষ্ঠানৰ মাজত আৰ্য্য বিশ্বাস আৰু মন্ত্ৰও যোগ কৰি দিয়া হ'ল। তাৰ পিছত ধৰ্মৰ বিভিন্ন নীতি-নিয়মো সোমাই পৰিল আৰু বিহুৰ স্বৰূপটোও নতুন হ'ল।

সঁচা কথা ক'বলৈ গ'লে অসমৰ সোণাগুলী মাটি খৰাং, হ'ল, ভোগৰা সমলো নাইকিয়া হ'ল। চিৰী-চেহেৰাও নোদোকা হৈ থকা নাই। আপদীয়া মহাৰণখনে অমৃতত বিহ ঢালি গ'ল। পশ্চিমীয়া শিক্ষাৰ চোক পোৱা উতনুৱা ডেকামখাই বিহুনো কোন তাৰিখে হয় তাকো ক'ব নোৱৰা হ'ল। বিহুৰ যি মূল বুজে সি আজিও টাটক-নাটক নকৰি বিহুৰ দিনা চপাই বুটলি আনি বিহু বুলি এসাজ খাইছে। গাঁৱৰ মানুহে আজিও নৈ-পাৰত, ৰজাদিনীয়া পুখুৰীৰ পাৰত, পথাৰৰ মাজত মেজি পাতি ভোজ খাইছে। সেইদৰেই বাপতীয়া সংস্কৃতিৰ সোণ-চেকুৰা বিহু আহি থাকিব— সময়ৰ সোঁতে মোহাৰি পেলাব নোৱাৰে।

# বৰদৈচিলাৰ চিঠি

মোৰ বুকুৰে বহুনা,

হিয়াতলি উদিয়াই জনোৱা মোৰ বিহুৱবীয়া সম্ভাষণ গ্ৰহণ কৰিবা। মই তাহানিও আহিছিলোঁ, আজিও আহিছোঁ। এশ বছৰৰ আগতেও আহিছিলোঁ; এহেজাৰ বছৰৰ আগতেও আহিছিলোঁ। অকল জানো সেয়ে? সেই আদিম খেতিয়ক মানুহ মখাই সোণাগুলী পথাৰত সোণগুটি বুটলি এমোকোৰা হাঁহিৰে লখিমী ভঁৰাল বান্ধিবৰ বেলিকাও আহিছিলোঁ। হয়তো দহ হেজাৰ বছৰৰ দীঘলীয়া স্মৃতিৰ মণি-মুকুতাবোৰ মোৰ বুকুৰ মাজত খুন্দ খাই আছে। সেই আদিম মানুহবোৰৰ আঁৰ নলগা জীৱন-পদ্ধতি, আকালো নোহোৱা ভঁৰালো নোহোৱা জীৱনবোৰ, মৰম-চেনেহ, প্ৰণয়-প্ৰীতিৰ ডকা-চাকনৈয়াবোৰ, ৰং-ধেমালি, নৃত্য-গীতৰ সফুঁৰাবোৰৰ জল-জল পট্-পট্ ছবিবোৰ মোৰ মনত লানি পাতি আছে। যেতিয়া কুলিয়ে মাতে, নাহৰ ফুল ফুলে, ন-পানী ফুটে, তেতিয়া মৰহা স্মৃতিলৈ সজীৱতা নামি আহে। বিহুৱতী চৰাইৰ বিহু গীত শুনি গাত বিহুৰ দেওধনি লাগে, মনবোৰ কমোৱা তুলাৰ দৰে উৰিবলৈ ধৰে। 'চৰাই' হোৱা হ'লে উৰি গলোঁহেঁতেন, দুকাষে দু'পাখি লৈ বুলি ভাবি থাকোঁতে ক'ব নোৱৰাকৈয়ে উৰি যাওঁ—নতুন সংস্কৃতিৰ ন-ঘৰৰপৰা পুৰণি কৃষ্টিৰ আইৰ ঘৰলৈ। যাওঁতে উজটিত হিলদ'ল ভাঙি যাওঁ। জনীয়া আমৰ মলবোৰ সঙ্কৱাই থৈ যাওঁ, মাধৈমালতী ফুলৰ সুৰভিবোৰ লগত লৈ যাওঁ, বাটত পুৰণি চিনাকি চিৰীলুইতখন, চটাই পৰ্বতটো দেখি অপাৰ আনন্দ পাওঁ। মোৰ বুকুৰ তপত নিশাহ

লাগি সেই ডেকা-গাভৰু মখাৰ বুকুতো চাগে ৰিহ্বাই ধান বানে। বিহু বুলিলে মৰিব পৰা এই অসমীয়া মানুহ মখাৰ কথা কৈ ওৰ পেলাব নোৱাৰি।

মোৰ বহনা, তাহানিৰ সেই কথাবোৰে আজি মোক জুমুৰি দি ধৰিছে। আটাইবোৰ কথা একে উশাহতে কৈ পেলাম যেন লাগিছে। তাহানি চ'তৰ মাহ সোমালেই বিহুৰ আখৰাৰে মুখৰিত হৈ উঠে গাঁৱৰ মুখবোৰ। ফুলপানী-ছিগাত তোমাৰ ঢোলৰ মাত শুনি জানো উজটিত যঁতৰ ভাঙি যোৱা নাছিলোঁ। বিহুতলীত নাচোঁতে এখামোচ কঁকালৰ গোট দেখি—'বিহুৰে তলীতে তোমাক বাছি ল'লোঁ, কঁকাল খামুচীয়া পাই' বুলি গীত গোৱা নাছিল? আগলি বাঁহৰ লাহৰী গগনাৰ মন উকৱাই নিযা মাতত তোমাৰ জানো গা ৰাই-জাঁই কৰা নাছিল? যুৰীয়া জামুকৰ তলত আমি গাভৰুমখাই বিহুতলী পাতিছিলোঁ। টকা-গগনাৰ তালে তালে লাহী কোমল কঁকাল ভাঙি ভাঙি হেঁপাহ পলুৱাই নাচিছিলোঁ। তুমি লুইতৰ পাৰৰপৰা আনি দিয়া বৰ্হমথুৰিৰে বিৰিণা জোপাত থৈ যোৱা থুৰীয়া তামোলখন হেৰা পালোঁ বুলি খাই ওঁঠ দুটা লাটুমণি গুটি যেন ৰঙা কৰিছিলোঁ। ৰঙা ওঁঠ দুটাৰ মাজত ডালিম গুটি যেন দাঁতবোৰ দেখি তুমি যে মোক শুনাই কিমান বিহুনাম নেগালা? তুমিয়েই লুকুৱাই আনি পানীঘাটত দিয়া জেতুকাবোৰ বাটি হাত-ভৰিবোৰ বোলাই বিহুতলীলৈ যাওঁতে লগৰ লগৰীইঁতৰ জানো চকু পোৱা নাছিল?

বহনা, এতিয়া সেইবোৰ কথা মনত পৰিছে। মই জানো কম শিপিনী আছিলোঁ! গুণাৰ বনকৰা দহকঠীয়া চেলেং, আঁচুৱলীয়া ৰিহা, মুগাৰ মেখেলা বৈ লৈছিলোঁ। মিচিমি দেশৰপৰা তুমি আনি দিয়া কপাহৰ জোলাৰে মই ৰিহা-মেখেলা বৈছিলোঁ; তোমাকো চোলা বৈ দিছিলোঁ। মুগা ৰিহা-মেখেলাযোৰ পিন্ধি চুঁচি মাজি কপালত সেন্দুৰৰ ফোঁট, চুলিত নেঘেৰী খোপা বান্ধি, তগৰ ফুলবোৰ গুঁজি ৰচক-পচককৈ ওলাই যোৱাৰ ৰূপটো আজিও মনত পৰে। পাগেকটা, বাবৰি ফুল বাছি তোমালৈ বিহুৱান বৈছিলোঁ। ফুলৰ কাঠি হাতত লৈ সূতাৰ ফণি লিখি থাকোঁতে তোমাৰ মাত শুনি মনটো উৰি যাওঁ, পুৰি যাওঁ লাগিছিল। আকনো কিমান কি নঘটিছিল! এদিন যে তোমাক শুনোৱাই পানীঘাটত বনঘোষা এটা গাইছিলোঁ:

'কাণে চাই জাংফাই দিব পাৰা যদি
গানো চাই খনীয়া দিম,
মোকে যদি ঐ তুমি নিওঁ বোলা
দেহা উবুৰিয়াই দিম।'

তুমি যে মোলৈ জোনবিৰি, শিলিখাবিৰি, দুগদুগী, বাখৰুৱা থুৰীয়া, শেনেপতা, জেঠীনেজীয়া আণ্ডঠি কৰাইছিলা, সেইবোৰ এতিয়াও মনত আছে।

বিহু আহিলে বুলি উঁইচেৰেঙা ডেকা ল'ৰাবোৰে ঢোল-পেঁপা লৈয়েই আপোন পাহৰা। আমাৰ গাভৰুবোৰৰ জানো এলাপেচা কাম? দিনত তাঁত, বওঁ, ৰাতিৰে ৰাতিটো বিহুৰ জলপান খুন্দা-ভজা কৰোঁ। বকুল বৰা ধানৰ আখৈ, মালভোগ ধানৰ তেতেলীপতীয়া চিৰা, সুৱাগমণি ধানৰ সান্দহ, নিয়ঁৰকদম ধানৰ বাৰে বৰণীয়া পিঠা ভাজি সামৰি থওঁ। ঘৰ দুৱাৰ আওতাওঁ, কাপোৰ-কানি ধোওঁ, আৰু কত কিমান কাম! তথাপি দুখ নাই, বেজাৰ নাই, আমনি নাই, একো নাই।

তোমাৰ চাগে মনত আছে। তাহানি বিহুৰ দিনা বৰ মানিমুনি, সৰু মানিমুনি, মাটিকাদুৰী, পনৌনোৱা, টেঙেচী,-টেঙা আদি বনৰীয়া শাকৰ এশ এটা আগ বুটলি খাৱলি ৰান্ধিছিলোঁ। পানী-টেঙা, কাঁহুদি, খাৱলি যতাই থৈছিলোঁ। মাটিমাহৰ খাৰ, বিলাহী টেঙা দি কৰা কচুথুৰিৰ পিটিকা খাই তুমিয়েই জানো মুখ টপালি থকা নাছিলা? আজিকালি আমাৰ মুখবোৰ বঙলুৱা হ'ল, বুজিছা। তোমাক আৰু সেই গাঁৱলীয়া খাৰ-টেঙা খুৱাই এতিয়া জিভা থকা-সৰকা নকৰোঁ। সেইবোৰ আমি একেবাৰেই পাহৰি গ'লোঁ আজিকালি আমি ক্লাবতহে বিহু পাতোঁ। তাৰ খানচামাই যি দিয়ে, তাৰেই চলে। তুমি আকৌ এইবোৰ দেখি আচৰিত নহ'বা। তাহানি কালৰ জা-জলপান খন্ধা-বঢ়াৰ শব্দবোৰেই পাহৰি গ'লোঁ। সেইবোৰ অভিধানতহে দেখিছোঁ। থাকক, অভিধানৰ পাতত শুই থাকিলেও হ'ব। কেতিয়াবা তেও কোনোবা খাবলৈ নোপোৱা গবেষকে গবেষণা কৰিব পাৰিব।

এৰা, তাহানি বহাগৰ বিহুটো আমাৰো আছিল। আমিও সাতবিহু পাতিছিলোঁ। আমিও নাচিছিলোঁ, আমিও গাইছিলোঁ। এটিও আঁৰ নলগাকৈ বাহীবনৰপৰা আৰম্ভ কৰি বিহুৱবীয়া কামবোৰো কৰিছিলোঁ। কামেই আছিল আমাৰ আনন্দৰ থল।

এইবোৰ পুৰণি কথা। নতুন যুগৰ নতুন কথা। দিনে দিনে আগবাঢ়ি গৈছে। সেই নতুন দিনৰ নতুন সাজত মই আকৌ আহিছোঁ। আজিকালি মোৰ গাওঁ ভাল নেলাগে। মই নগৰে নগৰে উৰি যাওঁ। মোৰ ভাব-ভঙ্গী, সাজপাৰ, ছেও-ভেও আজিকালি বহুত সলনি হৈছে। তুমি চাগৈ মোক চিনিয়েই নেপাবা। আজিকালি আমি বিহু 'ষ্টেজত'হে পাতোঁ। বড়তজৰ বিহু তুলি দিলোঁ। হুচৰি আহিলেই তাহানি আশীৰ্বাদ দিছিল। আজিকালি আমি চিনেমা চাওঁ আৰু আমাৰ সভ্যতাটোৰেই

'চিনেমা সভ্যতা' হৈ পৰিছে। তাহানি বিহুগীতত শুনি অহা সেই বিহুনামবোৰে ঘনে ঘনে বুকুত খুন্দিয়াইছিল। আজিকালি চিনেমা ঘৰত শিকি অহা হিন্দী-গীতৰ দুই এফাকি 'বাথৰুম'ত সোমাই গুণ্-গুণ্‌কৈ গাই ভাল পাওঁ। কেতিয়াবা বিহুগীত শুনি কি 'গৰখীয়া নামবোৰ' গাবলৈ আহিছে বুলি গালিও পাৰিছোঁ। কিয় জানো ক'ব নোৱাৰোঁ, আজিকালি দেখোঁ বিহুৰ স্বগত ৰাহিয়েই নহা হ'ল।

মোৰ বহনা, আজিকালি আমাৰ দেশখন বহুত আগবাঢ়ি গ'ল। লগে লগে আমাৰ সাজ-পাৰ, ভাৱ-ভঙ্গী এইবোৰেও অসমমুৱা নহৈ পৃথিৱীমুৱা হ'ল। জেতুকা, বৰ্হমথুৰি এইবোৰ যে পাহৰি গ'লোঁ। হেজাৰ-বিজাৰ প্ৰসাধন সামগ্ৰী থাকোতে সেই বনৰীয়া নিয়মবোৰ বাৰু কোনে মানিব? কোনে বাৰু জেতুকা বাটি আগলি কলপাতেৰে মুঠি বান্ধি হাত জেতুকাবুলীয়া কৰিব? বৰং সানিয়েই দেখোঁ পখিলাজনী যেন হৈ উৰি ফুৰিব পাৰোঁ। আজিকালি এই স্পুটনিকৰ দিনত তাহানিৰ সেই মুগা ৰিহা-মেখেলা আৰু কপাহী চেলেং লৈ থাকিলে গোটেই পৃথিৱীৰ গাভৰুমখাই খিট্ পাৰি হাঁহিব। 'নাইলন'কে আদি কৰি জীএগ্ৰা পাখি যেন কাপোৰবে গোটেই বজাৰ উপচি পৰিবৰ সময়ত মুগাৰ সেই খম্‌খমীয়া, গেধা ডাঠ কাপোৰবোৰ কোনে বাৰু পিন্ধিব? বুজিছা বহনা, অসমীয়া সাজকাপোৰবোৰ ভাল নলগা হৈ গৈছে। এখন ৰিহা, এখন মেখেলা আৰু এখন 'চাদৰ' তিনিখন কাপোৰ লাগে। তাকে নলৈ শাৰী এখন লওঁ যদি তিনিওখনৰ কাম একেলগে হয়। পিন্ধিও ভাল লাগে, আৰু তেনেই অসমীয়াজনী নহৈ সৰ্বভাৰতীয় এজনীও হ'ব পাৰোঁ। থোৱাঁ দেউ, আজিকালি আৰু 'জাকিট' চোলা পিন্ধাৰ দিন নাই, পেট ওলোৱা ব্লাউজ নিপিন্ধিলে নিজৰো ভাল নালাগে, আনেও ভাল যেন নেদেখে। এনেকুৱা নতুন সাজ পিন্ধি বিহু সন্মিলনলৈ যাবলৈ হ'লে, সঁচাকৈয়ে ভাল লাগে। ঢোল যেন গধুৰ শিলিখা-বিৰি, টকীয়ামুখৰ থুৰীয়া, সেইবোৰ মাদলি অঁৰাদি আঁৰি ফুৰিবৰ দিন আৰু নাই। তুমি কিন্তু বেয়া নেপাবা, সেইসোপা ভঙ্গাই-চিঙ্গাই বোম্বাই চিনেমাৰ ডিজাইনত কিবাকিবি গঢ়াই পেলালোঁ। তাহানি তুমি দিয়া চেওমণিধাৰৰ বটীয়াডাল নিগনিয়ে কুটি মণিবোৰ চেনেৰি-বেনেৰিকৈ পেলাওঁতে মোৰ ডিঙিত মণিধাৰ নেদেখি তুমি জানো ঠেহ পতা নাছিলা? পিছে এতিয়া আৰু ঠেহ পাতিব নালাগে, বাৰমাহত তেৰখন শাৰী কিনি দিলেই হ'ব। তাহানিৰ এটা জাকিট চোলাৰ কাপোৰবে আজিকালি মোৰ দুটা ব্লাউজ হ'ব। খোপাত মাৰিবলৈ কপৌফুল নিছিঙিলেও হ'ব। প্লাষ্টিকৰ ফুল বজাৰত পাবা নহয়, তাকে কিনি দিবা এতিয়া। তোমাৰ ধনৰ

মোনাটো শকত হ'লেই হ'ল। চিৰী-চেহেৰাবোৰ তেনেই কিবা শুকান শুকান হ'ল। পাভ মাছৰ নিচিনা গাল নহ'লেও, ঘোঁৰা ফানৰ নিচিনা (হৰ্ছ টেইল) চুলি আছে। তাতনো আৰু কি তগৰ-মালতী আদি গুজিবা? আজিকালি আৰু খাবনি সকৰাই, তুমি দিয়া ঘিলা-ফাকেৰে আমি মূৰ নোধোওঁ। দীঘল চুলিনো আমাক কেলেই লাগিছে, কেতিয়াবা 'মেমনি' হ'বলৈ 'বব' কাটোতে বৰ এসোপা চুলি কাটি পেলাবলগীয়া হয়। পিছে এটা কথা। এতিয়াও আমাৰ বিলাতী ফেশ্যনৰ বিৰোধিতা কৰা এমখা ৰক্ষণশীল গাভৰু আছে; তেওঁলোকক অতি সোনকালে নামঘৰ হ্যাবিত মেলি দিব লাগে। তাতে বড়তলত বিহু মাৰি থাকক।

তাহানি ৰাতিক দিন কৰি ঢেঁকী দি ধান বানোতে কপালত ঘাম বিৰিঙিছিল। জুইৰ ওচৰত বহি সান্দহ, চিৰা, পিঠা ভাঁজোতে গা জুইত সিজো যেন হৈছিল। ছিঃ কি আপচু কামবোৰ! এইবোৰ লৈনো সংস্কৃতি জীয়াই থাকে নে? আধুনিক সভ্যতাৰ পোহৰ নেদেখা পথাৰ আৰু ঢেঁকীৰ লগত সম্বন্ধ থকা খেতিয়ক মানুহ-মখাৰ এইবোৰ কাম। আজিকালি বজাৰত পোৱা হৰেক কিচিমৰ কেক, বিস্কুটৰেও বিহু পাতিব পাৰি। বুজিছা, আজিকালি বকুল বৰাধানৰ আখৈ ভাজি, বকনা' ম'হৰ থমা দৈ আগত লৈ তোমালৈ বাট চাবলৈ আজৰি নাই। এই যুগটো ব্যস্ততাৰ যুগ।

মোৰ বহনা, সমাজ আৰু দেশতকৈ আজিকালি আমি বহুত 'এডভান্স' হৈ গৈছোঁ। আমাৰ কাৰণেই দেশখনৰ, সমাজৰ বহুত ৰীতি-নীতি আৰু সংস্কৃতিয়ে গঢ় লয়। পিছে, যুগৰ বতাহ লাগি আমিয়েহে উঁইচিৰিঙা হৈ উৰিব খুজিছোঁ। বিহুতকৈ আমাৰ 'ছচিয়েল চাৰ্ভিচ, বহুত ডাঙৰ। আজিলৈ আহোঁ দেই। ইতি—

তোমাৰ
বৰদৈচিলা

# ভোগাইৰ চিঠি

মৰমৰ বৰদৈচিলা,

তোমাৰ চিঠিখন কাহানিবাই পালোঁ। চাওঁতে চাওঁতে ৰঙালি বিহুৰপৰা কঙালী দেশৰ ভোগালি বিহুটো আকৌ পালেহি। তোমাৰ চিঠিৰ উত্তৰ দিবই পৰা নাই। দিমেই বা কিটো? তাহানি হোৱা

হ'লে বৰ্হমথুৰি এমুঠি, মুৰ ধুবলৈ ঘিলা এফাক, মুৰ মেলাবলৈ কাকৈ এখন দিলোঁহেঁতেন, কিন্তু এতিয়া সেইবোৰ দিবলৈ গ'লে তুমি চাগে তেনেই গাঁৱলীয়া মাৰ্কা বুৰ্বক বুলি গালি পাৰিবা। তুমি তোমাৰ চিঠিতেই লিখিছা, আজিকালি হেনো তোমালোক বহুত আগবাঢ়ি গৈছা, বিলাতী ধৰণে বিহু পাতা, কথা কোৱা, ফুৰা-চকা কৰা। মই কিন্তু এতিয়াও পুৰণা ধৰণৰ হৈয়ে আছোঁ। ইপিনে নামহে ভোগাই, খাওঁ পানী-কাহুঁদি। তথাপি চিঠি এখন লিখিছোঁ—বতৰৰ বস্তু বতৰতে যকৈ বুলি।

তাহানি মানুহে পৰ্বতৰ গুহাৰপৰা ওলাই আহি খেতি কৰি খাবলৈ শিকোঁতেই লগ পোৱা সেই জুইকুৰাৰ জাৰকালিৰ সোৱাদ ফেৰা, মই হ'লে আজিও পাহৰিব পৰা নাই। মেজি এটা পাতিছোঁ। সংক্ৰান্তিৰ দিনা ৰাতিপুৱা নৈত এজাবোৰ মাৰি আহি হেঁপাহ পলুৱাই জুই পুৱাম। তুমি চাগে ভাবিছা, গাঁৱলীয়া মানুহবোৰে এই 'কু-অভ্যাস'বোৰ ক'ত এৰিব পাৰিব। উৰুকাৰ দিনা লাগনি গছবোৰ খেৰেৰে বান্ধিম, নাম গাম, গছবোৰলৈ দলিয়াম। তুমি হয়তো ক'বা—-কাম নাই, কুসংস্কাৰৰ কিছুমান লৈ জাতি এটা জীয়াই ৰাখিবলৈ আহিছে। আগতেই কৈছোঁ, ভোগাইৰ টেকেলি কাটি। ভোগথলী পথাৰ নাই, ভোগৰতী নৈ নাই, ভোগালি ম'হৰ খুটি নাই, তথাপি উৰুকাৰ দিনা ৰাতি ভোজ বুলি এসাজ খাবলৈ দিহা কৰিছোঁ। ডাঙৰ ভোজ নহয়; মানুহো তাকৰ, কাৰণ, গাঁৱত এইবেলি তিনিটা ফাট মেলিছে। 'কিঞ্চিৎ হ'লেও বঞ্চিত নহওক'— এইটোৱেই সময়ৰ নীতি।

তাহানিৰ কথাবোৰ মনত পৰিলে শৰীৰৰ এফাল ক'লা পৰি আহে। আঘোণ-পুহমহীয়া ৰাতি গেৰেলি ধান খুৱাই মাঘবিহুত যুঁজাবলৈ তেলপৰি পিছলা মতাম'হ গলধন ধৰাই থৈছিলোঁ, বিহুৰ দিনা হাতত টাঙোন লৈ, কঁকালত নতুন গামোছাখনেৰে টঙালি মাৰি কাপ-যুঁজ লাগি থকা ম'হহালৰ ওচৰলৈ চোঁচা মাৰি যাওঁতে গাঁৱৰ গঞাই কিৰিলি পাৰিছিল। টাং-পাতি বৈ থকা গোনা ম'হৰ খং তুলি যুঁজ লগোৱা মানুহ কেইটা আছে? আজি গপাল গোৱালে মতা ম'হ যুঁজাবলৈ এৰিকে নিদিয়ে, যুঁজ চাবা ক'ত?

দেশ টোকোনা হ'ল; মানুহো টোকোনা হ'লোঁ। তথাপি বছৰেকৰ বিহু বুলি চাউল এমুঠি, শাক-পাত দুডালমান যতাইছোঁ। কিন্তু পুৰণি ধৰণে বিহু পাতিলে তুমি জানোচা হাহাঁ। তোমালোকে হেনো বজৰুৱা কেক-বিস্কুটেৰেই বিহু পাতা। বুজিছা, আমি কিন্তু এতিয়াও অসমীয়া হৈ আছোঁ। পানী-দিয়া চাউলৰ সান্দহ খুন্দিব নোৱাৰিলেও গোট-কৰাই এগাল খুন্দি কৰাইগুৰিকে কৰি খাম। বৰপিঠা, সুতুলিপিঠা, আদি

খাৰেখৰণীয়া পিঠা কৰিব নোৱাৰিলে ভুৰুকীয়া পিঠা, খামুচীয়া পিঠাকে কৰি খাম। আলু দুটুকুৰামানো গোটাই থৈছোঁ; মাঘ বিহুৰ দিনা আলু নেখালে হেনো পৰ-জনমত গাহৰি হয়। তাহানি কুঁৱৰী আলু, চীনা আলু, মোৱা আলু, ৰঙা আলু বিধে বিধে খাইছিলোঁ। আজিকালি পৃথিৱীখনেই অনুৰ্বৰা হ'ল, কি কৰিবা?

বৰদৈচিলা, আজি বহুত কথাই মনত পৰিছে। আঘোণৰ আগপষত পথাৰলৈ গৈ মূৰত তুলি লখিমী-আগ অনাৰ কথা, হেঙুলীয়া কাচিৰে পকা, ধান দাই, ঘিলাচকলীয়া মুঠি বান্ধি ঘামত ৰঙা পৰি যোৱাৰ কথা, পুহৰ শেষত আই-লখিমীক ভঁৰাললৈ অনাৰ কথা— বহুত কথাই আজি মনত পৰিছে। ধান আনি প্ৰথম মৰণাটো মাৰি, ধান জাৰি, পতানখিনি পদূলিমূৰত আগলি কলপাতত দি পতানীকুঁৱৰী মাতি পতানখিনি লৈ যাবলৈ কাকুতি জনোৱাৰ কথা। ভঁৰালৰ মৌ-সৰা ধানখিনি বিহুত পিঠা খাবলৈ থৈ দিয়াৰ কথা, আজি বৰকৈ মনত পৰিছে। তোমাৰ চাগৈ এইবোৰ বৰ গাঁৱলীয়া মাৰ্কা পুৰণি কথা যেন লাগিছে। মই যে এইবোৰ পাহৰিব নোৱাৰোঁ, এৰিবও নোৱাৰোঁ। কাৰণ, এইবোৰতেই আমাৰ জাতীয় ঐতিহ্য, লোকবিশ্বাস, জাতীয়ত্ব, সকলো। আমাৰ মানুহে ভাবে— বিহুত আলু নেখালে গাহৰি হয়, ম'হ-যুঁজ চাই মূৰফুৰণি নেমাৰিলে চ'তমহীয়া মূৰফুৰণি হয়, উৰুকাৰ দিনা লাগনী গছবোৰ খেৰ- নৰাৰে নেবান্ধিলে বতৰত হেনো গছত গুটি নেলাগে, নৈ বা পুখুৰীৰ পাৰত মেজি পাতি জুই পুৱাই জাৰ নেখেদিলে হেনো জাৰ নেযায়— এইবোৰ আমাৰ কৃষিজীৱী মানুহৰ আদিম বিশ্বাস লোকসংস্কৃতি।

তুমি লিখিছিলা, আজিকালি হেনো তোমালোকে বিহু 'ষ্টেজ'ত পাতা। একো আচৰিত হোৱা নাই। তোমাৰ বিহুৰ জা-জলপান বছৰচেৰেকৰ পিছত মিউজিয়াম বস্তু হবগৈ। পানীটেঙা, কাহুদি, খাৰলি, জাবৰী চিনি নোপোৱা বৰ বৰ সংস্কৃতিবিদ এতিয়াই ওলাইছে। বিহুৰ জলপান যে গবেষণাৰ বস্তু নহবগৈ, তাক কোন ক'ব পাৰে! তাহানি বছৰেকৰ বিহুৰ দিনা মানুহ ইঘৰ-সিঘৰলৈ যায়, খোৱা-খুই কৰে, ৰং-আনন্দ কৰে। আজিকালি বিহু-সন্মিলনলৈ ঢাপলি মেলে। তাত বা কিটো আছে? এসোপা বক্তৃতা। এৰা, কথা খাই, কথা উকলিওৱাৰেই দিন। খাবলৈনো আছে কিটো?

তুমি লিখিছিলা, সাজ-পাৰতো হেনো তোমালোক বহুত আগবাঢ়িছা। আমিও পিছ পৰি থকা নাই। বৰকৈ অসমীয়া অসমীয়া গোন্ধোৱা কথাবোৰ কৈছোঁ যদিও বাহিৰখন তেনেই আধা কেচেলুৱা,

ফোঁপোলা। জানা, বছৰেক-ছমাহৰ মূৰত মৃতকৰ শ্ৰাদ্ধ কৰিবৰ দিনা চুৰিয়াখন পিন্ধিলেও কোন মুহূৰ্ত্তত গাঁথি সুলকি পৰে, ভয় লাগি থাকে। 'ক্লাব'লৈ আমিও যাওঁ। পিছে, গাঁৱলীয়া ক্লাবত টুৱেনটি-নাইন খেলিব পাৰি। তোমালৈ সেই পুৰণা গহনা-গাঁঠবিবোৰ কৰাইছিলোঁ যদিও, এনেয়ে পৰি থাকিব যেন দেখিছোঁ। অৱশ্যে আমিও আপাদমস্তক মুগাচোলা, মুগা চুৰিয়া, মথুৰা-পাগ মাৰি ফুৰিবলৈ নেযাওঁ। মুঠতে আমি কিবা আদ-বগুলুৱা হৈছোঁ।

গোটেই বছৰটো অনা-অসমীয়া হৈ থাকি বিহুৰ দিনা বহুতেই অসমীয়া বুলি ভাবিবলৈ কৰা চেষ্টাটোও, দেখিছোঁ, নাইকিয়া হৈ আহিছে। বুজিছা, বিহু শব্দটোৰ আঁতি-গুৰি সম্পৰ্কে এতিয়াই টনা-আঁজোৰা লাগিছে, বছৰচেৰেকৰ পিছত যে কি হ'বগৈ! তথাপি মোৰ আকৌ অসমীয়া বুলি চিনাকি দি ভাল লাগে, গৌৰৱ কিবোঁ। সেই অসমীয়াক বাপতি-সাহোন বিহুটোকনো কোনটো সতেৰে আওহেলা কৰিবা? সেই বুলিয়েই টাটক-নাটককৈ হ'লেও বিহু পাতিছোঁ। খাবলৈ আহিবা। ইতি—

তোমাৰ
ভোগাই

# অথ যন্ত্ৰ-মন্ত্ৰ কথা

'উৰি গ'ল শগুনী;
পৰি গ'ল পাখী;
কোন কোন বিষে
থৈছে বাখি।
হৰ বিষ হৰ;
অথ যন্ত্ৰ-মন্ত্ৰ কথা
উৎপত্তি হই পৰ।'

এইটোৱেই যন্ত্ৰ-মন্ত্ৰ কথাৰ মূল মন্ত্ৰ। তন্ত্ৰ-মন্ত্ৰৰ পৰীক্ষাত প্ৰথম হৈ যন্ত্ৰ-মন্ত্ৰ লিখিবলৈ লোৱাৰ আগতে এই মন্ত্ৰটো এবাৰ উচ্চাৰণ নকৰাকৈ আমি আৰম্ভ নকৰোঁ। অৱশ্যে এই মন্ত্ৰটোৱে আন আন বেমাৰতো কাম দিয়ে। বছৰৰ বাৰেওটিমাহ অ'দহে-ব'দহে ফুৰি, পৰীক্ষাৰ সময়ত উজাগৰে থকাসকলে ল'কাই যদি এই মন্ত্ৰটো মাতি পঢ়ি কিতাপটো ধুই পানী খায়, তেনেহলে বিশেষ উপকাৰ পাব। তদুপৰি বিবাহযোগ্যা

কিম্বা সময় পাৰ হৈ যোৱা গাড়ুকৰ দৰা বিচাৰি নাপালে নতুবা বিবাহ ভাগি গ'লে এই মন্ত্ৰ মাতি মাহ-হালধিৰে গা-ধুলে— 'ফলং বৰলাভ'। শাহুৱেকৰ থেকেচনিত জোলোকা-জোলোকে পানী খোৱা বোৱাৰীয়েকে ঘৰৰ মানুহজনক গোচৰ দি বিশেষ উপকাৰ নাপালে এই মন্ত্ৰটো মাতি মাতি নাকৰ পানী চকুৰ পানী একেঠাই কৰি কান্দি দেখুৱালেও সু-ফল লাভ হ'ব পাৰে। তদুপৰি ভোট বিচাৰি যোৱা হ'বখোজা এম.এল.এ. বা এম. পি.য়ে যদি ভোটাৰৰ পদূলিমুখত থিয় দি এই মন্ত্ৰটো মাতি— 'মই নিৰ্বাচনত জিকিলে অমুকটো দিম, তমুকটো দিম, সৰগৰ তৰা পাৰি দিম, জোন আনি দিম' বুলি লেনিয়াই লেনিয়াই 'কেনভাচ' কৰে, তেনেহলে ভোট নোপোৱাৰ ভয়েই নাই। যদি নিৰ্বাচনত নিজিকে মই হাতৰ তলুৱাত নোম গজাই দেখুৱাব পাৰোঁ। এই মন্ত্ৰটো পাতনি মেলি পোতনি পুতিবলৈ মন কৰাৰ কাৰণটো হ'ল— ৰাইজে মন্ত্ৰটো মুখস্থ কৰক। গোটেইটো মুখস্থ নহ'লেও হিন্দী চিনেমাৰ গানৰদৰে প্ৰথমৰ দুষাৰিমান মুখস্থ হ'লেও হ'ব। এই মন্ত্ৰটোৰ আটাইতকৈ ডাঙৰ প্ৰমাণী পৰীক্ষা হ'ল— যান-বাহনৰ যাত্ৰাকালত উচ্চাৰণ। এই মন্ত্ৰ উচ্চাৰণ কৰি আপুনি যাত্ৰানাস্তি, বাৰবেলা, কালবেলা, যেতিয়াই যাত্ৰা নকৰক, ক'তো একো বিঘিনি নঘটে। এই মন্ত্ৰ উচ্চাৰণ নকৰাৰ বাবে আমাৰ কি আলৈ-বিলৈ হৈছিল, তাকেহে ৰাইজক জনাব খুজিছোঁ।

## চামোন পুলিচ

জনতাৰ মতে এই গণতান্ত্ৰিক যুগত জনমতৰ মূল্য মানি ল'বই লাগিব। চকুচৰহা, পৰশ্ৰীকাতৰ মানুহমখাই যিমান পাৰে পুলিচক সমালোচনা কৰে, এম.এল.এ. সকলে বিধান সভাতো চিঞৰ-বাখৰ লগায়। পিছে—'ৰজাই ভাল দেখে যাক, হাতী ঘোঁৰাও নালাগে তাক'। তথাপি 'ঢাৰীৰ আঁৰতো ৰজাক চৰে'। গতিকে সেইবোৰ ফুহৰি তৰঙা দিয়া কথালৈ কাণ দিয়াৰ প্ৰয়োজন নাই। সেইবোৰ কাৰোবাৰ কাঁহ পাতেও গা নাকাটে। পিছে কথাটো আচলতে এই: ৰাতি সাতমান বাজিছে। বঢ়িয়া আন্ধাৰ। বাটৰ কাষৰে দোকানখনৰপৰা বিড়ি এটা লৈ হুপি হুপি চামোন পুলিচ ওলাই আহে; চামোন পুলিচ কিয় বোলে থোৰতে কৈ থওঁ। চামোন দেৱতাই যেনেকৈ মুখেৰে নামাতে আৰু চামোন দেৱতাই ৰঙা হাঁহ, ক'লা হাঁহ, পূজা-পাতল পালেও যেনেকৈ সহজে সন্তুষ্ট নহয়; এৰোঁ নহয়। বাক সি যি কি নহওক, চামোন পুলিচ আলিৰ মাজলৈ উঠিছে, ঠিক এনে সময়তে দুটা বাখৰ আগতেল খোৱা ল'ৰা চাইকেলত উঠি লাইট নোহোৱাকৈ পাৰ হৈ

গ'ল। চামোন পুলিচে কথাটো দেখি খিউ উতলাদি উতলি উঠিল ঃ "ঐ নাম নাম। চাইকেলৰপৰা নাম, এনেয়ে লাইট নাই, তাহাঁতৰ কোবটো চোৱা। নাম, নাম।" ল'ৰাই দেখিলে চামোন পুলিচ। এবাৰ লম্ভিলে সন্তলাই নেবে। সি চাইকেলৰপৰা চিঞৰি কৈ গ'ল— "মাফ কৰিবা, ককাইটি, চাইকেলত ব্ৰেক নাই, নামিব নোৱাৰিম।" ল'ৰাটো কোবেৰে গুচি গ'ল। চামোন পুলিচ কঁকালভগা ঢোৰা সাপে ফোপাউৰি মৰাৰদৰে এবাৰ ফোৰোহনি মাৰি ক'লে— "ৰচোন, কেতিয়াবা বাপেৰৰ বিয়া দেখুৱাই দিম।"

## একৰ এক গ'ল থাকিল এক

এইটো আমাৰ প্ৰাইভেট বাছৰ কাহিনী। এই বাছবোৰৰ অৱস্থা-ব্যৱস্থা ইমান মহিমালগা যে আমাৰ নিচিনা পথালিচকুৱা নৰমনিচৰ কি সাধ্য, থিয়চকুৱা ভেহিক'ল ইন্সপেক্টৰেও ধৰিব নোৱাৰে। এই বাছবোৰৰ সৰহভাগৰে ইঞ্জিনডোখৰে 'তই থাক মই যাওঁ' বুলি জাপ মাৰি উঠিলে, পিছৰ ছোৱাই দুগুণ জোকাৰ মাৰি 'হ'বই নোৱাৰে', 'তই থাক মইহে যাওঁ' বুলি তৎপৰতা দেখুৱায়। অসমীয়াত ফকৰা এটা আছে—'বুঢ়াৰ পেটত ভাত ধৰে; ডগাপাচিত ধান ধৰে'। সেইদৰে 'তই থাক মই যাওঁ' কৰি ঢল কুচিয়াই যোৱা বাছবোৰত ডেৰকুৰি মানুহৰ ঠাই থাকিলে তাত তিনি কুৰিলৈকে মানুহ যাব পাৰে। তেনেকুৱা এখন বাছতে আমাৰ এজন আদহীয়া যাত্ৰী গৈছিল। হেঁচা-টেঁপাত পাততদিয়া মোৱামাছ যেন হৈ গৈ থাকোঁতে ভৰি জিনজিনাবলৈ ধৰিলে। টেঁপা খাই থকা ভৰি দুটাক অলপ সকাহ দিবলৈ ভদ্ৰলোকজনে 'পাম্‌চু' জোতাযোৰৰ পৰা ভৰি দুটা উলিয়াই আগৰ আসনৰ পিছফালে ভেজা দি থলে। এইদৰেই খন্তেক থকাৰ পিছত পুনৰ ভৰি নমাই দিলে। নমাই দিলে হয়, জোতাযোৰৰ এপাট বিচাৰি নাপালে। হেঁচাঠেলাৰ মাজতে ইফাল-সিফাল কৰি চাৰিওফালে চালে কিন্তু সিপাট জোতা আৰু বিচাৰি নাপালে। কথা বিষম দেখি এপাট জোতাৰেনো কি কৰিম, সিপাট চাগৈ কেতিয়াবাই বাছৰপৰা পৰিল বুলি ভদ্ৰলোকজনে লগত থকা জোতাপাটো বাছৰপৰা পেলাই দিলে। তেনেই নতুন জোতাযোৰ হানি হ'ল বুলি ভাবি ভাবি কেইমাইলমান যোৱাৰ পিছত আগতে হেৰোৱা জোতাপাট আহি আগৰ ঠাইত উপস্থিত। বহাগমহীয়া উজানৰ দিনত নাচি বাগি পুঠিমাছৰদৰে জপিয়াই যোৱা বাছৰ থেকেছাত এই জোতাপাট কেনিবা ফুৰিবলৈ গৈছিল আৰু থেকেছনিৰ কোবতে আকৌ আহি হাকিমৰ পদবীয়া উপস্থিত হোৱাদি উপস্থিত হ'লহি। তাকে দেখি

তেওঁ ক'লে—'একৰ এক গ'ল, থাকিল এক' অলপ পিছতে বেজাৰ মনেৰে সেই অকলশৰীয়া জোতাপাট পেলাই দি বৰতীয়া তীৰ্থযাত্ৰীৰদৰে মিতিৰৰ ঘৰলৈ আগবাঢ়িল।

## খ্ৰীং ক্ৰীং স্প্ৰিং

এইটো তেনেই তপত বাতৰি। লগে লগে এইটো আমাৰ বুকু টিপ্লিং টিপ্লিং কৰি থকা কপলিং ছিগা ৰেলৰ কাহিনী নহয়; স্বয়ং ভাটীমুৱা এক্সপ্ৰেছ গাড়ীৰ পকা আওঠা যেন জীয়া বুৰঞ্জী। এই বুৰঞ্জীটো শুনি আমাৰ ভৱিষ্যতৰ বংশধৰে কেতিয়াও বিশ্বাস নকৰে কাৰণ এনেকুৱা বুৰঞ্জী বহুতৰে পৃথিৱীত নঘটে। বাক থাকক সেইবোৰ। এতিয়া কাহিনীটো শুনক। শনিবাৰ—মুঠতে কাৰোবাৰ গাত শনি লম্ভিছিল। ড্ৰাইভাৰে ঘৰৰপৰাই আহোঁতে কোন শাখিনা-শাখিনীৰ হাঁচি শুনিছিল ক'ব নোৱাৰোঁ, মুঠতে যাত্ৰা নাস্তি। যথা সময়তেই গাড়ীয়ে তিনিচুকীয়া এৰিলে। এক্সপ্ৰেছ গাড়ীয়ে ফেচ্ ফেচ্ কৰি ভাটীমুৱা হৈ ঢাপলি মেলিবলৈ ধৰিলে। ড্ৰাইভাৰে ঠিক নিয়মত গাড়ী চলাই নিয়া দেখি ফায়াৰমেনজনে থিয়ৈ থিয়ৈ এঘুমটি মাৰোঁ বুলি ইঞ্জিনৰ বেৰতে আউজি কলাঘুমটিয়াবলৈ ধৰিলে। আপোনাসকলে ক'ব এইটোও সম্ভৱ নে? পিছে, কথাটো সঁচা প্ৰমাণ কৰিবলৈ বহুত ড্ৰাইভাৰ, ফায়াৰমেন ওলাই আহিব বুলি আমি ন-দি ক'ব পাৰোঁ। এক্সপ্ৰেছ গাড়ীয়ে 'থ্ৰ পাছ' কৰি ভজো ষ্টেচন পাৰ হওঁতে হঠাতে ড্ৰাইভাৰে গাড়ীখনৰ 'ভেকুৱাম' দি ৰখাই দিলে। জোকাৰ এটা মাৰি গাড়ীখন ৰৈ গ'লত উচাপ খাই উঠি ফায়াৰমেনে ক'লে—'কি হ'ল?' ড্ৰাইভাৰে একে উশাহে ক'লে— 'খ্ৰীং ক্ৰীং স্প্ৰিং'। ফাযাৰমেনে উক্ত মন্ত্ৰটোৰ অৰ্থ বুজিব নোৱাৰি ভেবা লাগি চাই থকা দেখি আন এজন ফায়াৰমেনে ক'লে—গাড়ী পূৰ্ণগতিৰে চলি থাকোঁতেই ইঞ্জিনৰ স্প্ৰিং সুলকি পৰিল— এটা সাংঘাতিক দুৰ্ঘটনা কথমপি নোহোৱাকৈ ৰল। ফায়াৰমেনে দীঘলীয়া হামি এটা মাৰি ক'লে— 'খ্ৰীং ক্ৰীং স্প্ৰিং; বুকু মোৰ টিপ্লিং টিপ্লিং।' দুঘণ্টামান এক্সপ্ৰেছ গাড়ী জথৰ হৈ থকাৰ পিছত মালগাড়ী এখনৰ ইঞ্জিন এটাই যোনৰা গাড়ীখন চয়াই ষ্টেচনত এৰি এক্সপ্ৰেছক টানি নি মৰিয়নীত থৈ আহিলগৈ। হামিয়াই হেকটিয়াই থকা যাত্ৰীসকলৰ এজনে ক'লে— কপলিং ছিগা ৰেলৰ ইঞ্জিনবোৰ যেনিবা বৰ্ত্তি চাহাবৰ দিনৰে। পিছে এই এক্সপ্ৰেছৰ ইঞ্জিনবোৰ কাৰ দিনৰ? আন এজন লগৰীয়া যাত্ৰীয়ে উত্তৰ দি সামৰণি মাৰিলে— "চুলতান মহম্মদ টোগলকৰ দিনৰে।" বুৰঞ্জী, বুৰঞ্জী; ইও এক বুৰঞ্জী।

## বীমাৰ সীমা

আপুনি আপোনাৰ ভৱিষ্যতৰ বিষয়ে কেতিয়াবা কিবা ভাবিছে নে? নাই ভবা। নতুবা আপোনাৰ ভৱিষ্যতৰ বিষয়ে কোনোবা ভাবোঁতা আছে বুলি আপুনি জানে নে? নাই জনা। আপোনাৰ ভৱিষ্যত আৰু পৰিয়ালৰ বিষয়ে আটাইতকৈ বেছি চিন্তা কৰা মানুহজন হ'ল বীমা কোম্পানীৰ এজেণ্ট; আপোনাৰ সাতামপুৰুষীয়া অভিভাৱক। যি সময়ত আপুনি আপোনাৰ ভৱিষ্যতৰ কথা ভবা দূৰৰ কথা বৰ্তমানৰ কথা ভবাটোৱেই এটা সমস্যা, সেই সময়তো তেওঁ আপোনাৰ ভৱিষ্যতৰ কথা ভাবে। কেৱল নিজক লৈ ব্যস্ত হৈ থকা এই পৃথিৱীখনত যিসকল মানুহৰ আপোনাৰ-মোৰ ভৱিষ্যতৰ কথা ভাবি চকুত ঘুমটি নাই, পেটত ভাত নাই, আপোনাৰ-মোৰ ওচৰলৈ তাঁত-বাটি কৰাদি কৰিছে, সেই সকললৈ নমস্কাৰ। আপোনাসকলে হয়তো ভাবিছে মই ৰামায়ণৰ কথা ক'বলৈ পাতনি মেলি কলথোকা বাদুলিয়ে খোৱাৰ কথা ক'বলৈ আৰম্ভ কৰিছোঁ। ইয়াৰ কাৰণ আছে— 'ইটো কথা পৰম গুপুত; কহিবাক নাহিকে যুগুত।' তথাপি কৈছোঁ। বৰ্তমান ৰেল আৰু বাছৰ যি অৱস্থা, যি গতি, যি বিধি, তালৈ চাই আপুনি বীমা কোম্পানীৰ এজেণ্টৰ লগত খট্-বান্ধ নকৰাকৈ এখোজো বাহিৰলৈ নোলাব। মই অযতৰীয়াই আপদ চোঁচৰাব খোজা নাই, সঁচাটোহে সদৰী কৰি থৈছোঁ। অথ যন্ত্ৰ-মন্ত্ৰ কথা সমাপতি।

## লেডীজ কম্পাৰ্টমেণ্ট

শিমলুগুৰিৰপৰা গুৱাহাটীলৈ গৈছিলোঁ। ৰাতি এঘাৰমান বজাত ৰেলত উঠিব লাগে। মই আৰু এজন অধ্যাপক বন্ধু কোনোমতে উঠিব নোৱাৰি, কোঠা বিচাৰি বিচাৰি ভদ্ৰমহিলাৰ কোঠা এটাৰ ওচৰ পালোঁহি। খিৰিকিৰে জুমি চাই দেখিলোঁ— ভিতৰত এজন বৃকোদৰ পুৰুষ ফক্তি মাৰি শুই আছে। কোঠাটো খালি। আমি সেই কোঠাটোতে সোমাওঁ বুলি মানুহজনক চিঞৰি চিঞৰি জগালোঁ— 'হেৰি ভবাটোৰ দুৱাৰখন মেলি দিয়কচোন।' মানুহজনে কোনো সঁহাৰি নিদিলে। অৱশ্যে সাৰ পাই থকা মানুহে টোপনি ভাও জুৰি থাকিলে জগাই তোলাও টান। আমি বৰকৈ চিঞৰ-বাখৰ কৰিলোঁ। এইবাৰ তেওঁ এটা এঙামুৰি দি ক'লে— 'এইটো লেডীজ কম্পাৰ্টমেণ্ট। ইয়াত পুৰুষৰ ঠাই নাই।' আমাৰ অধ্যাপক বন্ধুজনে উত্তৰ দিলে— 'সেইটো বুজিছোঁ। আপোনাক বিহু-মেখেলা এযোৰ দিবলৈ বুলিহে আহিছিলোঁ।' তেওঁ গোৰোহাৰ

গোৰোহনি মাৰি থিয় হৈ ক'লে—'কি কৈছা ?' বৃকোদৰ পুৰুষে ব্যাঘ্ৰ মূৰ্ত্তি ধৰাৰ আগতেই আমি আঁতৰি আহিলোঁ।

## এক্সপ্ৰেছ নে মালগাড়ী

'বাঘ চাব নেলাগে
বিড়ালীকে চাবা ;
ভাল কথা শুনিবলৈ
ৰেলগাড়ীত যাবা।'

শুনিছোঁ— নতুন জোঁৱায়েকে পোন প্ৰথমবাৰ শহুৰেকৰ ঘৰলৈ যাওঁতে ৰেলগাড়ীৰ ইঞ্জিনে ঘচ্ ঘচ্ কৰাৰদৰে হেনো তেওঁৰ বুকুতো এটা ইঞ্জিন চলে। ইঞ্জিন অৱশ্যে চলিবই। কথাটো নতুন জোঁৱাইসকলৰ মন্তব্যৰ বাবে এৰি আমি ৰেলৰ ইঞ্জিনৰৰ বিষয়ে ক'ব খুজিছোঁ। এইবেলিৰ বহাগৰ বিহুৰ দিনচেৰেকৰ আগৰ কথা। কিবা কালবেলাই মিলিছিল নে বাৰবেলাই মিলিছিল ক'ব নোৱাৰোঁ হঠাতে থিৰাং কৰিলোঁ ৰেলতে যাওঁগৈ। ৰাতিপুৱা চকু-মুখ ধুই চাহপানী এটোপা খাই ৰেলষ্টেচন বুলি ৰাওনা হ'লোঁ। গুৱাহাটী ষ্টেচন, বৰ ডাঙৰ। পলম হ'ব বুলি তৰানৰা ছিণ্ডি আহি প্লেটফৰ্মত টালি-টোপোলা নমাই দীঘলীয়াকৈ উশাহ এটা সলাই ভাবিলোঁ—৬-৫৫ মিনিটৰ ৰেলখন কেইবজাত যাব সুধি আহোঁ। অনুসন্ধান বিভাগৰ কাৰ্য্যালয়ৰ দুৱাৰ মুখত থিয় হৈ সুধিলোঁ—'ডাঙৰীয়া গাড়ী কেতিয়া পাবহি ?' তাত কাম কৰি থকা কৰ্মচাৰীজনে বীৰদৰ্পে উত্তৰ দিলে—'চল্লিশ মিনিট পলম।' উত্তৰ শুনি মুখ কেহেৰাজৰ বৰণ হ'ল। নৌ দহ মাইল আহোঁতেই চল্লিশ মিনিট পলম ; দুশ মাইলত বা কি অৱস্থা হয় ? মোৰ লগত যোৱা বন্ধুজনে সান্ত্বনাৰ সুৰত ক'লে— "ভয় নাই মেক-আপ হৈ যাব।" আমি কিন্তু মন তাপহিব নোৱাৰি ক'লোঁ— দেখোঁতেই চিতল পিঠিতেই কাঁইট। পিছে ডালুকৰ সাক্ষী "এবাৰ লৈ জানো হঠাতে নমাব পাৰি ?"

মুঠতে দুকুৰি মিনিট পলমকৈ গুৱাহাটীৰপৰা ৰেল চলিবলৈ আৰম্ভ কৰিলে। এটা দ্বিতীয় শ্ৰেণীৰ ডবাত একুৰি এজন যাত্ৰী। আমি কোনোৰা এজন যাত্ৰীৰ হ'ল্ডঅল এটাৰ ওপৰতে প্ৰথম শ্ৰেণীৰ যাত্ৰী হৈ বহি ল'লোঁ। কাৰণ— "খাব জানিলে চাউলেই চিৰা ; বহিব জানিলে মাটিয়েই পীৰা।' নিতৌ যাত্ৰীৰে ঠাহ খাই পৰা ৰেলৰ ডবাত আহি অভ্যাস হোৱা হিচাপে আমি চামৰ পীৰা নেপালেও টোপোলাৰ পীৰা বাছি ল'লোঁ। যাত্ৰীসকলৰ ভিতৰত সৰহভাগ ৰেলৰ কৰ্মচাৰী। তাৰে ভিতৰত কেইজনমান বেছ কথকী আৰু ৰেলৱে বিভাগৰ খা-খবৰ থকা মানুহ।

তেনে মানুহ লগত থাকিলে আমি ভালেই পাওঁ। কাৰণ, বহুত বা-বতৰিৰ খালৈতে জাকে বাই গোটাই পেলাব পাৰি। ৰেল উজনিমুৱা হৈ আগবাঢ়িল। কিন্তু গতিবেগ নেবাঢ়িল। সাধাৰণতে এক্সপ্ৰেছ গাড়ী যিটো গতিত চলে, অতকৈ কম গতিত চলা দেখি স্বাভাৱিকতে এটা সন্দেহ উপস্থিত হ'ল। আৰু কৈ পেলালোঁ— "আজি দেখোন গাড়ীৰ স্পীড তেনেই নাই।" কথাষাৰ কাকো উদ্দেশ্য কৰি কোৱা নাছিলোঁ, কিন্তু এজন মানুহে মাত লগালে— "এইটো মালগাড়ীৰ ইঞ্জিন। এক্সপ্ৰেছৰ ইঞ্জিনটো 'ডেমেজ' হৈছে।" মোৰ উৎসাহী বন্ধুজনৰ মুখৰপৰা আপোনা-আপুনি ওলাই গ'ল— 'মাৰিলাহে প্ৰভু, কৰিলাহে দয়া।' ময়ো ক'লোঁ— 'এৰা আমি মালগাড়ীতহে আহিছোঁ; নহ'লে বাৰজন যাত্ৰীৰ কোঠাটোত একুৰি এজন যাত্ৰী আলুগুটিৰ বস্তা জপাৰদৰে জাপ খাই আছোঁ নে?" গাড়ী চাই ইঞ্জিন বৰ্জিতা খাই পৰিছে। মোৰ বন্ধুজনে আত্মপ্ৰত্যয়ৰ বাবেই মানুহজনক আকৌ সুধিলে— "সঁচাকৈয়ে এইটো মালগাড়ীৰ ইঞ্জিন নে কি?" মানুহজনে ইঞ্জিনৰ নম্বৰ, ড্ৰাইভাৰৰ নাম আদি কৈ নিজৰ তথ্যৰ সত্যতা বুজাবলৈ চেষ্টা কৰিলে। মোৰ বন্ধুজনে এইবাৰ উত্তৰ দিলে—"বাঘ চাব নেলাগে, মিড়ালীকে চাবা, মালগাড়ীৰ সোৱাদ বুজিবলৈ এক্সপ্ৰেছত যাবা।" বাটৰ কোনোবা এটা ষ্টেশ্যনত মানুহজন নামি গ'ল। তেওঁ এখন মালগাড়ীৰ ড্ৰাইভাৰ। কোনোবা এখন মালগাড়ী আগবঢ়াই নিবলৈ পাণ্ডুৰপৰা আহিছিল। তেওঁৰ তথ্য সম্পৰ্কে আমাৰ আৰু সন্দেহ নাথাকিল।

## খাকীচোলাৰ পৰাক্ৰম

কথা এষাৰ আছে— 'ওস্তাক নিন্দে কোৱাই, পুঠি-খলিহাক নিন্দে ভেৰপেটী মোৱাই।' একেদিনাৰে কথা। আমাৰ লগতে এজন খাকী চোলা পিন্ধা মানুহ আহিছিল। কোঠাটোত সোমায়েই তেওঁ বুজাবলৈ চেষ্টা কৰিছিল যে তেওঁ খাকীচোলা পিন্ধা পুৰুষ। তেওঁৰ ক্ষমতা অসীম, মহিমা অপাৰ, আচৰণ-বিচৰণ অনন্য। ৰেলত বাৰে-বিলতীয়া মানুহ আহেই গতিকে আমি তেওঁলৈ সিমান মন-কাণ দিয়া নাছিলোঁ। এইবেলি আহি হোজাই ষ্টেচন পালোঁহি। তেওঁ টোপা ৰাঁড়টো অহাদি আহি মোক সুধিলে—"এইবোৰ কাৰ টোপোলা? কিয় তাৰ ওপৰত বহি আহিছে?" মই সুধিলোঁ— "তাৰপৰা তোমাৰ কিবা অসুবিধা হৈছে নে কি? বহিবলৈ ঠাই পালে, বেঞ্চত বহাটোনো কি ডাঙৰ কথা, কাবোবাৰ মূৰতো বহিব পাৰোঁ। তাতে মূৰ পাতি দিওঁতা ওলালেহে?" এইবোৰ সুধিবলৈ তেওঁক কি উকহে খাইছিল ক'ব নোৱাৰোঁ, কন্ত্ৰেক

পিছতে ভোঁ-ভোঁকৰে নামি গ'ল। তথাপি খাকীচোলাৰ বলতেই সেই কেই আষাৰ সুধিলে বুলি মনে মনে থাকিলোঁ। আবেলি বেলিকা ডিমাপুৰ পালোঁহি। সেই খাকীচোলা পিন্ধা মানুহজন আহি জেপৰপৰা হুইছেল এটা উলিয়াই পাৰেমানে বজাবলৈ ধৰিলে। হুইছেল শুনি কোনো নাহিল। খাকীচোলা নামি গ'ল। খন্তেক পিছতে এজন টি-টি-ই লগত লৈ আহি কোঠাটোৰ দুৱাৰমুখত থিয় হৈ লৈ ভিতৰত থকা যাত্ৰীসকলৰ লগত এখন দ্বন্দ্ব পাতিলে। উভয় পক্ষৰে তৰ্কাতৰ্কি হ'ল। কোৰতে খাকীচোলাই কৈ গ'ল— 'মই সাধাৰণ মানুহ নহয় একা। মই অৰ্ডিনেৰী কনিষ্টবল নহয়। সিহঁতৰ মগজুত ঘিঁউ নাই। মই অফিচাৰ। মই এ-এছ-আই, তোমালোকে মোৰ লগত চুপতি কৰিবলৈ আহিছা?' তেওঁৰ বক্তৃতা শুনি আমি বিনয়েৰে ক'লোঁ— 'আপুনি কেতিয়াবা তেজপুৰলৈ গৈছিল নে?' তেওঁ বুকু ডাঠি ক'লে— 'নাই যোৱা'। আমি ক'লোঁ— 'তেনেহলে আপুনি তেজপুৰলৈ যাব লাগিব।' তেওঁ ক'লে— 'যাম কি কথা আছে?' আমাৰ সমস্যা সমাধান হৈ গ'ল। সামৰণিত ক'লোঁ— 'তেজপুৰৰপৰা ঘূৰি আহিলে আকৌ লগ পাম।' তেওঁ ক'লে— 'ভাল বাক।'

## পাদুৰী চাহাবৰ মন্ত্ৰ

এটা পুৰণি কথা। অসমত ধৰ্ম প্ৰচাৰ কৰিবলৈ অহা চাহাব এজনে হিন্দুৰে দেৱতা বুলি পূজা কৰা তুলসী গছ যে দেৱতা নহয় তাকে প্ৰমাণ কৰিবলৈ হেনো তুলসী পাত খিলাচেৰেক গাত মোহাৰি কৈছিল— 'চোৱাঁ তোমালোকৰ দেৱতাক মই গাত মোহাৰি দিব পাৰোঁ। মোক কি কৰিব? হিন্দু দেৱতাৰ একো নাই।' এনেকৈ বিজয় গৰ্বেৰে গৰ্বিত চাহাবে হিন্দুৰ দেৱতাৰ নাম নাইকিয়া কৰি ইফাল-সিফাল কৰোঁতেই এজন সাতঘাটৰ চেঙেলি মানুহ আহি চাহাবক ক'লে— 'চাহাব, তুলসী দেৱতা আমাৰ সৰু দেৱতাহে, ডাঙৰ দেৱতাক আৰু এবাৰ জোকাই চোৱাচোন, তেনেই তহিলং কৰিব।' চাহাবে নিৰ্ভয় মনেৰে টিলিকি মাৰি ক'লে— 'আনাচোন তোমাৰ ডাঙৰ দেৱতা, মই এতিয়াই গাত মোহাৰি চিন নাইকিয়া কৰি দিব পাৰোঁ।' তেতিয়া সেই মানুহজনে আগলি কলাপাত এখিলাত চোৰাত পাত তিনিখিলা কাটি আনি ক'লেহি— 'এয়া আমাৰ ডাঙৰ গোঁসাই, তুমি এবেলি জোকাই চোৱাচোন। ছাল ছিঙি দমলা দমল কৰিব।' চাহাবে কথাষাৰ শুনি দাং খাই উঠি ক'লে— 'দিয়া তোমাৰ ডাঙৰ গোঁসাইকো, মই মোহাৰি পেলাব পাৰোঁ। এই বুলি চোৰাত কেইখিলা লৈ গাত মোহাৰি দিলে আৰু তেওঁ পাৰিবলৈ

ধৰিলে। মাটিতে বাগৰিবনে পাটীত্তে বাগৰিব অৱস্থাত পাদুৰী চাহাবে মাথোন এবাৰ ক'লে— 'হিন্দুৰ ডাঙৰ গোঁসাই হ'লে বৰ টোকা আছে!' যন্ত্ৰ-মন্ত্ৰ কথাৰ পাতনি মেলি এই পুৰণি কথাটোৰ পুনৰাবৃত্তি কৰাৰ কাৰণটো হ'ল— যন্ত্ৰ-মন্ত্ৰৰ সৰ্বটাক মন্ত্ৰবে সৰু সৰু দেৱতাবোৰ জোকাই চাব পাৰি, ডাঙৰ ডাঙৰ দেৱতাবোৰৰ কাঁহি পাতেও গা নেকাটে। ওপৰৰালা দেৱতাবোৰৰ যে কথাই নাই। সেইবোৰলৈ বৰকৰতি, সৰুকৰতি, শ্ৰীৰাম মন্ত্ৰ আটাইবোৰ মেলিলেও মিছা।

## ন-অনীয়া ট্ৰেন্সপোৰ্ট

তাহানি যুদ্ধৰ আগতে দহ পইছা দিলে ইচ্ছামতে এটা বস্তু কিনিব পাৰিছিল। সেই দহ পইছীয়া দোকানবোৰ নাই; কিন্তু ন-অনীয়া দোকান দেখিছোঁ। এই দোকানখনত পোৱা আটাইবোৰ বস্তুৰে দাম— ন-অনা। আপোনাসকলে চাগে শিতানটো দেখি এতিয়া ভাবিছে, সেইখন ট্ৰেন্সপোৰ্টৰ আটাইবোৰ ষ্টেশ্যনলৈকে টিকটৰ দাম ন-অনা। পিছে কথা বা ক'ত উৰহী গছত। এইখন ন-অনীয়া ট্ৰেন্সপোৰ্টৰ কথা ক'বলৈ হ'লে বিশেষ পাতনিৰ আৱশ্যক হ'ব। শিৱসাগৰত ট্ৰেন্সপোৰ্টৰ এজন ড্ৰাইভাৰ আছিল। নাম সুনন্দ। আটায়ে সুনদ ককাইটি বুলি মাতে। শিৱসাগৰত পোন প্ৰথম মটৰগাড়ী ওলোৱাৰ দিনৰে ড্ৰাইভাৰ হ'ল সুনদ ককাইটি। ট্ৰেন্সপোৰ্টৰ বাকী ড্ৰাইভাৰৰ বয়স যিমান, সুনদ ককাইটিয়ে গাড়ী চলালে তাতোকৈ সৰহ বছৰ। এই সুনদ ককাইটিৰ গাড়ীখনেই ন-অনীয়া ট্ৰেন্সপোৰ্ট। শিৱসাগৰ আৰু ডিমৌৰ মাজত চলিছিল এখন পেট্ৰলচালিত গাড়ী। গাড়ীখন চলিলে গাটোৰপৰা ইডোখৰ সিডোখৰকৈ গোটেইবোৰ এৰাই যাব খোজে। গাড়ীৰ তলিয়খিনতো গোটাচেৰেক ফুটা আছিল আৰু বিহ্বা মাৰিবলৈ টিনপাত টুকুৰাচেৰেক জাপি দিছিল। সেইখন গাড়ীতে এদিন আমিও গৈছিলোঁ। আমাৰ লগতে আছিল এজন ন-জোঁৱাই। তেওঁ দৈ গাখীৰৰ টেকেলি এটা আগতে বহুৱাই লৈ গৈছিল। বোধকৰোঁ বৰকনা ম'হৰ থমা দৈ খুৱাই শাহুৱেকৰ মৰম আদায় কৰিবলৈ আলচি গৈছিল। পিছে 'আলচিলে নহয় সিদ্ধি, বাটত আছে কণা বিধি।' বাছখন গৈ থাকোঁতে আলিবাটৰ ওখোৰা-মোখোৰা ঠাই এডোখৰত হঠাতে যোঁৱাই লাঠি মাৰোঁতে জাপ মৰাৰদৰে জাপ মাৰি দিলে। গাখীৰৰ টেকেলি উকৰি গৈ ক'ৰবাত পৰিলগৈ আৰু খেকেছনিত ভাগি থাকিল। লগৰীয়া যাত্ৰীবোৰে কাণ্ডটো দেখি হিস্-হাস্ কৰিবলৈ ধৰিলে। আশাত নিৰাশ হোৱা ন-জোঁৱায়েকে খণ্ডত একো

নাই হৈ ট্ৰেন্সপোৰ্ট বিভাগ, গাড়ী আৰু ড্ৰাইভাৰকে সমালোচনা কৰিবলৈ ধৰিলে আৰু ক'লে— 'গাড়ী চলাবলৈ আৰু নেপালে, গেলা গাড়ীখন চলাই ড্ৰাইভাৰ চেলাবলৈ আহিছে।' এইবেলি সুনন্দ ককাইটিয়ে নমতাকৈ আৰু থাকিব নোৱাৰিলে। তেওঁ ক'লে— 'বৰকৈ টপটপাই নেথাকিবাহে। ন-অনা পইছাত ইয়াতকৈ আৰু ক'ত ভাল গাড়ী পাবা?' ডিমৌ আৰু শিৱসাগৰৰ ভাৰা হ'ল— ন-অনা। মনতে ভাবিলোঁ— এৰা, ন-অনা পইছাত ইয়াতকৈ আৰু ক'ত ভাল গাড়ী ওলাব!

## মালভোগ নহ'লে নচলে

মালভোগ শব্দটো দেখি ভাবিছে চাগৈ নগাঁও বাছষ্টেণ্ডত সততে চিঞৰি থকা মালভোগ কলবোৰৰ কথা ক'ব খুজিছোঁ; নতুবা তেতেলীপতীয়া চিৰাখুন্দা মালভোগ ধানৰ কথা ক'ব খুজিছোঁ। পিছে কথা এটাও নহয়। শিৱসাগৰত থকা সেই নামৰ কৰ্মী এজনৰ কথাহে ক'ব খুজিছোঁ। তেওঁক আটায়ে মালভোগকাই বোলে। মালভোগকাই ট্ৰেন্সপোৰ্ট ষ্টেশ্যনটোৰ সাধুকথাৰ মানুহ। ছুটীৰ দিনটোৰ বাহিৰে বাকী সময়ছোৱা মালভোগকাই ষ্টেশ্যনত থাকে। বাছত পানী দিয়ে, তেল ভৰায়, ৰাতিপুৱা ষ্টাৰ্ট নোহোৱা গাড়ী ঠেলে। মালভোগকাইলৈ কাম বৈ নাথাকে, কামলৈহে মালভোগকাই বৈ থাকে। কামৰ সময়ত মালভোগকায়ে কথা নেপাতে। এদিন মাথোন মালভোগকায়ে কামৰ মাজতে আমাক সুধিছিল— 'অসমীয়া ভাষাটোক যে ৰাজ্যভাষা নকৰে, কেলেই আমাৰ মন্ত্ৰীবোৰৰ মাক-বাপেক অসমীয়া নহয় নে কি?' মালভোগকাইৰ এই জটিল প্ৰশ্নটোৰ হাত সাৰিবলৈ আমি মাথো ক'লোঁ— 'মালভোগকাই তোমাৰদৰে আটাইবোৰ মানুহেই কাম কৰা হ'লে, দেশখনেই সুকীয়া হ'লহেঁতেন।' মালভোগকায়ে হাঁহিলে। এদিন বুধবাৰ। গুৱাহাটীৰ এক্সপ্ৰেছত গুৱাহাটীলৈ বুলি যাত্ৰা কৰিছিলোঁ। শিৱসাগৰৰপৰা আঠমাইলমান যোৱাৰ পিছতেই হঠাতে এক্সপ্ৰেছ গাড়ী বৈ গ'ল। ড্ৰাইভাৰ নামি গৈ খঙেৰে ক'লে— 'পানী নাই।' কণ্ডাক্টৰজনে পানী আনিবলৈ টিন এটা বিচাৰি ঢাপলি মেলিলে। শিৱসাগৰৰপৰা গাড়ীখনত নৌ আঠমাইল আহোঁতেই পানী নোহোৱা দেখি সেই গাড়ীতে অহা শিৱসাগৰ ষ্টেশ্যনৰ কৰ্মচাৰী এজনক সুধিলোঁ— 'হেৰি আজি মালভোগ নাই নে কি?' কৰ্মচাৰীজনে টপৰাই উত্তৰ দিলে— 'মালভোগৰ আজি বেষ্ট (জিৰণি)।' গাড়ীখনত এটা হাঁহিৰ জাউৰি বাগৰি গ'ল। আলি খাৱৈৰপৰা অনা পানী এবাল্টি ঢালি দি ড্ৰাইভাৰে পুনৰ যাত্ৰা আৰম্ভ

কৰিলে। এদিন মালভোগ নহওঁতেই এক্সপ্রেছ গাড়ীৰ এনে অৱস্থা হোৱা দেখি ভাবিলোঁ— 'আকৰীক নকৰিবি হেলা; আকৰীয়েহে তাৰিব বা-বৰষুণৰ বেলা।'

সামৰণিত কথা এটি কৈ থওঁ, মন্ত্ৰৰ বলত যেনেকৈ বেমাৰ ভাল কৰিব পাৰি, তিৰী-পুৰুষক বশীভূত কৰিব পাৰি, বিষ দূৰ কৰিব পাৰি, তেনেকৈ যন্ত্ৰৰ যাতনাত পৰি বাটত ছটফটাই থাকিবও পাৰি। আৰু সেইদৰে অথ- যন্ত্ৰ-মন্ত্ৰ কথাৰ চোক লৈ কটাখাত খাৰণি সানি চেঙালুটি পাৰি থাকিবও পাৰি। গতিকে মাজে-সময়ে এইবিধ মন্ত্ৰ ওলাই থাকিব, ৰাইজে ছেগ বুজি চোক ল'ব।

# সান্ধ্য আইন ঃ কাৰফাই

সান্ধ্য আইন ৰাজশক্তিৰ সন্ধিয়াৰ সন্ধিক্ষণ। অসমত সান্ধ্য আইন নতুন নহয়। তাহানিয়েই অসমৰ গুৱাহাটী চহৰত পোন প্ৰথম সান্ধ্য আইন জাৰি কৰিছিল, বদন বৰফুকনে। সেই বদন বৰফুকনেই মান আনিলে, সেই বদনেই দেশৰ মুখত ছাই মাটি সানি দিলে। সেই বদনৰে খোজপৰা গুৱাহাটী চহৰত আকৌ সান্ধ্য আইন জাৰি হ'ল। কথা এষাৰ আছে— 'বুৰঞ্জীৰ হেনো পুনৰাবৃত্তি হয়।' নহ'লেনো ভালকৈ ভাদত কলী গাই জগে নে? কুকুৰীকণাই ৰাতি নেদেখে; কিন্তু চকুত ধৰিলে দিনতো নেদেখে। আমাৰ বোপা-ককাই কৈ গৈছে ঃ 'বোলে কণাৰ কি দিন ৰাতি; নগাৰ কি সংক্ৰান্তি।' পাণ্ডু ৰোগ হোৱা মানুহে পৃথিৱীখনকে হালধীয়া দেখে। সেইদৰে দিনকণাই দিনকে ৰাতি বুলি দিন দুপৰতে সন্ধিয়া পাতি সান্ধ্য আইন মেলি দিয়া দেখি কোনো কোনোৰে উচাপ খাই উঠিলেও আমি হ'লে কলিকালত এইবোৰ যোগিনীতন্ত্ৰৰ ভৱিষ্যৎ বাণী ফলিয়াব খুজিছে বুলি কস্তেকলৈ হ'লেও মন তাপহি আছোঁ। বসন্তকালৰ দুৰ্গাপূজাক শৰত কাললৈ আনি অকালবোধন কৰা লোকৰ বংশধৰসকলে দিন দুপৰত সন্ধিয়াক বোধন কৰিব নোৱৰাৰ কাৰণ আইন-সংহিতাততো নায়েই, স্বয়ং বেদতো নাই। তথাপি সম্ভৱ হ'ল, কিয়? বুৰঞ্জীৰ পুনৰাবৃত্তি। বুৰঞ্জীৰ পৰিধি এৰি বাহিৰলৈ যোৱাৰ কাৰ মৰসাহ আছে?

## এৰীখাতীয়ে খালে টোপ

'এৰীখাতীয়ে খালে টোপ,
নেঘেৰীৰ গাত লাগিল খোপ।'

এৰীখাতী চৰায়ে গছমুগা খাই, কেনিবা পলালে আৰু আৰুৰী নেঘেৰী চৰাইক পাই মুগাচুণ্ডীয়াই কাৰফাই ধেনু নাপালেও বাটলু গুটিৰে আহৰি কৰিলে। ঘৰত নিজৰ তিৰোতাজনীৰ ওচৰত সেও হৈ থকা বহুতো তিৰোতা-সেকৰা মানুহে অফিচৰ পিয়নটো-চকীদাৰটোৰ ওপৰত ৰৰমতা বোলাই দেখুৱায়। তেনেকুৱা জনচেৰেক বীৰপুৰুষে ৰাজধানীৰ ৰাজআলিত অতপালি কৰিলে। পিছে কোনেও এইবোৰ বিষয়ত 'কাঁহ এটিকে নেমাৰিলে। নেমাৰি ভালেই কৰিলে। ডাঙৰ মানুহ হ'লে এখন কাণ কলা আৰু চকু কণা হ'ব লাগে। কোনোবাই ক'লেই যেনিবা 'অসমীয়া বেয়া ভাষা।' সেইটোনো বেয়া পাব লগা কথা নে? অসমত সঁচলেও বেয়া নাই। গতিকে 'বেয়া ভাষা' বুলিলেই সাতপুৰুষে কানি খাই কানীয়া কৰা গাত লাগিবৰ কি কথা আছে? বেয়া পালোঁহেঁতেন— যদিহে কোনোবাই 'গঁড়ৰ ভাষা' বুলি ক'লেহেঁতেন। কাৰণ, গঁড় কাজিৰঙাতো আছে, শ্বিলঙতো আছে, আনকি চৰকাৰী গাড়ীতো আছে। বাৰু, সেইবোৰ যি হ'বৰ হ'ল। শ্বিলং, লামডিং, মৰিয়নীত কেৰামতালি হ'ল; 'কাৰফাই' লাগিল গুৱাহাটীত। 'নাগিনীয়ে ল'ৰা পায়, নগাই জাল খায়।'

## সকামটো থানাত

শিৱসাগৰৰ কথা। জনচেৰেক দিচাংমুখৰ মিৰি মানুহ চণ্টকলৈ গৈছিল। উলটি আহোঁতে গধূলি হ'ল। তাৰ আগতেই চৰকাৰে 'কাৰফাই' তৰিলেই। তাকে দেখি এজন সহানুভূতিশীল মানুহে ক'লে— 'হেৰ ককাই, সান্ধ্য আইন জাৰি কৰিছে। এতিয়া আৰু নগৰখন পাৰ হৈ যাব নোৱাৰ। ইয়াতে থাক।' মানুহজনৰ কথা শুনি বসন্তীয়া মিৰি এজনে ক'লে— 'দেকতনো ৰজা নাইকিয়া হ'ল নে কি? ৰাজবাটেদি গ'লেও অপবাদ। আমিনো কি মানুহ-গৰু মাৰি আহিছোঁ, তাতে যে পুলিচে দৰিব। গৰত অকাম আছে। পাবকৈ লাগিব। যামেই, কি কৰে কৰক।' আটাই কেইজন আগবাঢ়িল। নগৰ সোমোৱাৰ অলপ পিছতে এজাক মিলিটেৰী আহি তেওঁবিলাকক ধৰি লৈ গ'ল। সোধ-পোছ নাই, একেবাৰে থানা পোৱালেগৈ আৰু হাজোতত সুমুৱাই থলে। ওৰে ৰাতি বোন্দা মহৰ কামোৰ খাই হাত চাপৰিৰ ঠাইত গাত চাপৰি

মাৰি সকামৰ কথা ভাবি ভাবি পাৰ কৰি দিলে। বাৰ্ডিপুৰা মেলি দিলত ওলাই আহি মিৰি এজনে উভট মাত এৰাৰ মাতি ক'লে— 'এইবাৰ বোট (ভোট) বিচাৰি যাব, কটা মজা দিম। নিজে দেক চলাব নোৱাৰি মেলেকটেৰিক দিছে। গাঁৱলৈ গ'লে চাম।' কেইদিনমানৰ পাছত তাৰে মিৰি এজনক সুধিলোঁ— 'সেইদিনা সকামটো পালিগে নে?' মিৰি মানুহজনে উত্তৰ দিলে— 'নকৰি আৰু। অকামটো থানাতে গ'ল।'

# মাছে গৰকা পাচলি খাবা

'মাছে গৰকা পাচলি খাবা, শাহুৰে গৰকা বোৱাৰী বাবা।'

মাছ-পুঠি এটি নহ'লে ভাতমুঠি চিৰিখা পলাই খাবনো কেনেকৈ? আঞ্জাখনত মাছৰ চিন নেপালে যে আধ্যাই আৰু। কাঁহীৰ ভাত কাঁহীতে থাকিব নহয়। মাছ-পুঠিৰে সৈতে ভাত-মুঠি হেঁপাহ পলুৱাই খাব নোৱাৰিলে চিৰী-চেহেৰাই বা ধৰিব ক'ৰপৰা? এনেয়েনো কৈছে নে?

'ভাতে-মাছে গাৰি,
তেলে-টেঙাই চিৰী।'

আলহী-অতিথি এটি আহিলে মাছ-পুঠি এটিৰ দিহা নহ'লে ভাতৰ কাঁহীখন আগবঢ়াই দিবলৈকে লাজ লাগে। মাছ নহ'লে যে আমাৰ নচলেই। 'এপাচি শাকত এটা পুঠি হ'লেও মাছৰ আঞ্জাহে আঞ্জা। ভোজত মাছ, ভোজনত মাছ, সকামত মাছ, নিকামত মাছ, পানীত মাছ, বজাৰত মাছ, গোটেই মাছেই মাছ।'

মাছ এলাপেচা জীৱ নহয়। স্বয়ং ভগৱানে মাছ অৱতাৰ ধৰিহে প্ৰলয়ৰ বুকুৰপৰা বেদ উদ্ধাৰ কৰিলে। জগতে সত্যব্ৰত ৰজাক 'নিজমায়া' দেখুৱাই অঁকৰা কৰিলে।

'মৎস্য-ৰূপে অৱতাৰ ভৈলা প্ৰথমত।'

আপোনাৰ যদি ল'ৰা এটি উপজিল তেনেহলে মাছ-দান দিব লাগিব আৰু বৌ, বাহু মাছ বিচৰাত আপুনি ব্যস্ত হৈ পৰিব।

আলহী-অতিথিক আপুনি মাছেৰে ভাত-মুঠি খুৱাব নোৱাৰিলে নিজৰেই বেয়া লাগিব। শাহুৱেকে তেনেহ'ব জোঁৱায়েকৰনো কেনেকৈ সুদা ভাতগাল বাঢ়ি দিব?

'আলিটি কাটিলোঁ চেপাটি পাতিলোঁ
মাগুৰ মাছ এহালি পালোঁ,
নিজেও নেখালোঁ আনকো নিদিলোঁ
জোঁৱাইলৈ সামৰি থলোঁ।'

দেহি ঐ; শাহুৱেকে আপুকগীয়া মাগুৰ মাছহালিও জোঁৱায়েকলৈ সামৰি থৈছে? নথবনো কেলৈ? এনেয়ে কৈছে নে?

'নপৰিলে ধান কিহৰ আহু,
নুসুধিলে কিহৰ শাহু।'

মাছৰ টেঙা, মাছৰ মুড়িঘণ্টা, মাছৰ ভজা, খৰিকা দি পকা খৰিছা সনা আৰু বা কিমান বিধৰ? মনত পৰিলেই জিভাৰ পানী ওলায়। কেতিয়াবা বৌ-মাছ বান্ধিলে, শাহুৱেকে তাৰো মূৰটো চেনেহৰ জোঁৱায়েকক দিবলৈ মন কৰে। শহুৰেকে আকৌ অলপ বেয়া পায়। কাৰণ, 'আগেয়ে আত্ম-কৰম। তাৰ পিছত পিতৃ-কৰম।'

'আগেয়ে পেট পূজা
তাৰ পিছত ভকত পূজা।'

জোঁৱায়েকক আঁৰ কৰি বান্ধনীক কয়—

'বৌৰ মূৰা গছৰ মূৰা, মোৰ পাতত দে,
আঁৰিৰ মূৰা ঘিঁউৰ চপৰা, জোঁৱাইৰ পাতত দে।'

আপুনি চাগে জানেই— 'আঁৰিৰ মূৰা, চিতলৰ গদা' খাবলৈ কিমান বেয়া।

মাছৰ নামৰ লেখ-জোখ নাই, পিছে কি মাছ ভাল বাৰু?

'ওচৰৰ পুঠি-খলিহা, দূৰৈৰ বৌ-ৰবালি।'

আমাৰ আইতাই আকৌ নাম গাওঁতে গায়—

'ধানৰ চিকুণ জহা-ৰবা, মাছৰ চিকুণ মালী
আমাৰ বোপাৰ চিৰী চিকুণ, তিয়ঁহৰে জালি।'

কেতিয়াবা আকৌ গায়—

'বামুণ-চিকুণ, ফোঁট-লগুণ,
হোমৰ চিকুণ ধোঁৱা;
পানীৰ চিকুণ পানীপকৰা
মাছৰ চিকুণ মোৱা।'

শাল, শিঙী বহুতৰে অভক্ষ্য। কেতিয়াবা আকৌ শাল মাছেই শিঙীক হাঁহে। ভালেতো কয়—'শালক শিঙীয়ে হাঁহে, তয়ো কাজী, ময়ো কাজী, ভালেতো গৰাকী নাহে।'

মাছৰ কথা ওলালেই পোনেই মাছমৰীয়া আৰু মাছ-মৰা সঁজুলিৰ

কথা আহিবই। 'মাছমৰীয়াই মোচোৰা, পহুমৰীয়াই ভুখৰা, চৰাই মৰীয়াই সুদা ভাত খায়।'

মাছ ধৰিবলৈ জাল, জাকৈ, জুলুকি, পল, চেপা, ঠোহা, খোকা, হকুমা, পাউৰি, উভটি, ডিঙৰা, বৰশী আদি কিমান যতন। কাম-বন নকৰি বৰশী বাই মাছ খোৱাটোও এটা সুখৰ কথা।

'বোগৰ চিকুণ কুকুৰীকণা, বনৰ চিকুণ বৰশী বোৱা।'

ইপিনে বৰশীত 'ঘনাই খুটিয়ালে দনিকণাও মাছ।'

'বৰঘৰ শুৱনী গাভৰু-ছোৱালীজনী' এঘৰলৈ উলিয়াই দিবলৈ লওঁতে পোনেই চিন্তা হয়।

'সকতে ককাইদেউ জাকৈ সাজি দিলে
ঐ ৰাম, নালতো বিন্ধিলে ঘূণে,
দিখৌ পাৰে কৰি দিলা বিয়া কৰি
ঐ ৰাম, সক মাছ মাৰিব কোনে।'

বহাগৰ বিহুটি আহিল। বিহুৱতী চৰায়ে বিনালে নামতীয়ে নাম গাব, নাচনীয়ে নাচিব। মাছৰ নাম জানো বিহুগীতত নোসোমোৱাকৈ থাকিব ?

'জাকি মাৰি ওলালে দেও দনিকলা
জাকি মাৰি ওলালে তৰা,
জাকি মাৰি ওলালে আমাৰে নাচনী
সমাজৰ মাজৰেপৰা।'

অকল সেয়ে নহয়—

'দেও দি সাৰিলে দেও দনিকণা
লুটি দি সাৰিলে শ'ল।'

বিহুগীতত ইত্যাদি মাছৰ উজান উঠে। বহাগমহীয়া ন-পানী পাই মাছৰ উজান উঠিলে লগৰ কাৰে লগতে উজায়। তাহানি খালে-ডোঙে, নৈয়ে-নলাই মাছ উভৈনদী আছিল। পিছে এতিয়া 'সেই ৰামো নাই, অযোধ্যাও নাই।' সেইদেখি আমাৰ গাওঁবুঢ়াই কয়—

'শস্য টুটিল মৎস্য টুটিল
টুটিল বিৰিখৰ গুটি ;
ভাল ভাল লোকৰ বাইকো লবিল
লবিল ধৰমৰ খুটি।'

বজাৰত মাছ-পুঠি এটা পাবলৈ নাই। হ'বনো ক'ৰপৰা ? মাছ ধৰি তাৰ কণী ভাজি জিভাত জুটি ল'লে পোৱালিনো দিব ক'ৰপৰা ?

অতীতত আহোম ৰজাৰ দিনত কণী-লগা মাছ ধৰাটো অপৰাধৰ কথা আছিল। তাহানি শিৱসাগৰত থকা মহকুমাধিপতি 'মেগনাল' (মেকডনাল্ড) চাহাবে পোনামাছ ধৰা মাছমৰীয়াক ৫ টকাকৈ জৰিমনা কৰিছিল কিন্তু আজিকালি খৰালি-বাৰিষা বাৰেওমাহ মাছৰ ওপৰত শোষণ, নিষ্পেষণ, অত্যাচাৰ, অনাচাৰ, ব্যভিচাৰ, সকলো। ভগৱানে আকৌ কাহানিবা 'মৎস্যৰূপে অৱতাৰ'লৈ ভূ-ভাৰতত 'পৰিত্ৰাণায় সাধুনাং বিনাশায় চ দুষ্কৃতাং' আৰু 'ধৰ্মসংস্থাপনাৰ্থায়' জন্ম লব'লেই ৰক্ষা।

মাছে অকল কিবা বিয়া নাম, বিহু নামত সোমায়েই এৰিছে জানো? ভকতীয়া গূঢ়াৰ্থপূৰ্ণ ফকৰা-যোজনাতো সোমাইছেগৈ।

'বাৰহাত জালৰ তেৰহাত ফটা,
ভাল মাৰিলি বাপৰ বেটা,
বৌ-বৰালি সৰকি গ'ল;
পুঠি-খলিহা পাহে পাহে ৰ'ল।'

\+ + + + + + + + +

'পৰ্বতত উজালে দেও দনিকণা
খোৰাই পল লৈ যায়,
কলাই শুনিলে কণাই দেখিলে
মৰাই মূৰ তুলি চায়।'

এইবোৰৰ উপৰিও আপোনাৰ যদি সাহ-পিত নাই, চেহেৰাটো তাঁতৰ শালৰ ছিৰীচটাৰ নিচিনা, তেনেহলে আপুনি বিশেষণ পাব 'বৰালি বুকুৰা'। আপুনি যদি অতি টেঁঙৰ, সলিসয়ান, তেনেহলে আপুনি 'সাতঘাটৰ চেঙেলী'। কিন্তু মনত ৰাখিব 'বুঢ়াৰ হাতত চেঙেলী' পৰিলে সাৰিব নোৱাৰিব একা। আপুনি যদি পিঠিটো বেঁকা কৰি আগলৈ হাউলি খোজ কাঢ়ে তেনেহলে আপুনি 'আঁৰিকুঁজা'। আৰিমত্ত ৰজাৰ মুখৰ গঢ় হেনো আঁৰিমাছৰ নিচিনা আছিল। চেঙামাছৰদৰে যদি আপুনি জপিয়াই ফুৰে আৰু আনৰ চাতকে নসহে, তেনেহলে আপুনিও চেঙা। তদুপৰি গাঁৱত যে কিমান ভেচেলী, খলিহনা, শিঙৰা, পাভে আছে তাৰ লেখ-জোখ কোনে ৰাখিছে?

আপুনি 'বাচোতে, বাচোতে যদি বেয়াত হাত পৰিল, তেনেহলে আপুনি 'গেলা বৰালিত হাত দিলে।' আপুনি যদি ৰৰকৈ চুঁচিছে, তেনেহলে 'পাভচোঁচা' দিছে।

মাছৰ যে পানীত ৰাজত্ব আছেই, ভূমণ্ডলতো ৰাজ্য খাইছে।

মাছে নাম গায়—'নাচ বগী নাচ, তয়ো বগী, ময়ো বগী একেখন বিলৰে মাছ।' তেতিয়াহলে আপুনি চাওক, নৈ আৰু বিলৰ নামতো মাছে আধিপত্য বিস্তাৰ কৰিছে বৌমাৰী, চিতলমাৰী, পুঠিমাৰী, শিঙৰীবিল, পাভজান, চেনিজান, শ'লমাৰী, শিঙৰাজান ইত্যাদি।

আপুনি যদি চায়, তেনেহলে বামত দেখিব খলিহামাৰী, চেঙেলীমৰা, ককিলামুখ ইত্যাদি। ইয়াৰ উপৰিও মৎস্যৰূপী ভগৱানে সত্ৰৰ নামতো বাৰুকৈয়ে ম্যাদী পট্টা লগাইছে। গৰৈমাৰী, কাৱৈমাৰী, মোৱামৰা, এলেঙি, বৰালিমৰা ইত্যাদি।

মাছ অৱতাৰে খালে-বামে গোটেইখনতে নিজৰ নামটো ৰজনজনা কৰি ফুৰিছে। গতিকে 'এদাক দেখি উঠিল গা, কেতুৰীয়ে বোলে মোকো খা।' মাছধৰা যতনবোৰেও নিজৰ নামত একোখন মৌজা দখল কৰি ল'লে। জাকৈচুক, খালৈঘোগোৰা, জালভাৰী ইত্যাদি।

মাছ ঈশ্বৰৰ বংশ। মানুহে কৰে তাক ধ্বংস। চৰকাৰে মাছ পোহে মীনমহল পাতি। কোনোৱে আকৌ মাছ খাবলৈ নেপাই কুকুৰীকণা হয়। 'মাছে গৰকা পাচলি'ৰ সোৱাদ লোৱাৰ স্থায়ী ব্যৱস্থা কৰা ভাল, নহ'লে মাছ খাবলৈ নেপাই এদিন আমিও দিনতে কুকুৰীকণা হ'বগৈ লাগিব।

# মুখে ৰাম নাম

মুখ। মুখ আছে দেখিহে ক'ব পাৰিছোঁ। মুখৰ বলত এমখাই এসাজ খাইছেও। বোলে— 'মুখে বোলা ৰাম, হৃদয়ে ধৰা ৰূপ; তেঁবেসে মুকুতি পাইবা কহিলো স্বৰূপ।' মুখে ৰাম নাম লৈ সংসাৰৰ হাত সাৰি বৈকুণ্ঠ পাবগৈ পাৰি। তেনেহলে চাওকচোন মানুহে কয় নহয়— 'হয় পো মুখে; নহয় পো গোঁফে।'

পিছে মুখ কিমান বিধৰ আছে কওঁ শুনক— চলাহীমুখ, মিঠামুখ, খোবা-খুবুনী মুখ, ব্যৱসায়ী মুখ, ঘৰিয়াল মুখ, নেতাগিৰী মুখ, চোকা মুখ। নামবোৰ শুনিয়েই চাগৈ মুখবোৰৰ গুণবো কথা বুজিছে।

'মুখৰপৰাই বঁটা পায়, মুখৰপৰাই গঁতা খায়।' চাওক মুখৰ মাহাত্ম্য। পিছে পেটকুলি মানুহৰ মুখত আকৌ বিশ্বাস নাই। বোলে, 'মুখে লটপট, ভিতৰি কপট, নেপাওঁ ভকতৰ আশ।' এনেহুৱা মানুহবোৰে আকৌ 'মুখতেই সাত হাল বায়; পুৱা হ'লে এহালো নাই।' আন

এবিধৰ আকৌ— 'মুখৰফালে চোৱা যদি এদোণ চাউল খোৱা, পিছফালে চোৱা যদি হুতচিৰী হোৱা।'

মানুহৰ মুখেই মন দেখা দাপোণ। আপুনি কাৰোবাৰ চিনাকি দিব লগা হ'ল; মানুহজন আপোনাৰ চকুৰ আগত নাই, তেনেহলে আপুনি প্ৰথমে মানুহজন শকত নে কেটেলা; ওখ নে চাপৰ তাক কৈ পোনেই মুখত ধৰিব। যেনে— কলডিলীয়া মুখ, চেপেটা মুখ, ঘূৰণীয়া মুখ। নহ'লে ক'ব মুখখন এপাচিমান ডাঙৰ। বৰণৰ চিনাকি দিব লগা হ'লে ক'ব— বগা, গেঁৰা, তেজগোঁৰা, মিঠাবৰণীয়া, নতুবা চক চাই যেন ক'লা।

আপুনি যদি বাচ-বিচাৰ নকৰাকৈ খায় নতুবা বলকি থাকে তেনেহলে কোনোবাই ক'ব— এইখন তেনেই ছাগলী মুখ। মুখ শব্দটো লগলাগি যেতিয়া বহুব্ৰীহি সমাস হয়, তেনেহলে মুৱা হৈ পৰে। যেনে— ৰঙ্গামুৱা, বান্দৰমুৱা, বেজীমুৱা, মেকুৰীমুৱা, গাইমুৱা, চেলেপুমুৱা ইত্যাদি।

আপোনাক কোনোবাই কিবা এটা ক'লে আপুনি কিন্তু নোৱাৰে; তেতিয়া মুখখন বিদৰাই পেলাব নহয়। আপোনাৰ যেনিবা খং উঠিছে তেতিয়া মুখখন ৰঙা হৈ উঠিব। তেজ নাইকিয়া হ'লে মুখখন শেঁতা হৈ পৰিব। তেনেহলে মুখতেই সকলো ওলাই পৰে।

ৰ'ব। মুখখন ধুনীয়া কৰিবলৈ কৰা চেষ্টা আজিৰ নহয়। ইতিহাসে ঢুকি পোৱা কালৰেপৰা সৌন্দৰ্য্য-পিপাসু মানুহে নিজৰ মুখখনক ধুনীয়া কৰিবলৈ অবিৰাম চেষ্টা চলাই আহিছে। পুৰুষে দাড়ি-গোঁফ খুৰাই, নতুবা ৰাখি ধুনীয়া কৰিবলৈ যত্ন কৰে। তিৰোতা মানুহ কিন্তু স্বাভাৱিকতে এই বিষয়ত আগবঢ়া। তেওঁবিলাকক কিন্তু মুখখন ধুনীয়া কৰিবলৈ এশ এবিধ বস্তুৰ আৱশ্যক। পাউডাৰ, লিপষ্টিক, কাজল, ক্ৰীম হেন-তেন বহুত।

এবিধ মুখ আছে—'অ' আই কলথোকা চাছোন' বুলি কোৱাৰ লগে লগেই সেইপিনে আধ্যাই লাগিব। সেইবিধকে খোবা-খুবুনী মুখ কৈছোঁ।

মুখেৰে বাক কি কৰিব নোৱাৰি? গালি পাৰিব পাৰি, শাও দিব পাৰি, ভাল কথা ক'ব পাৰি, আশীৰ্বাদ দিব পাৰি, মিছা কথা ক'ব পাৰি, মুখেৰে বনগীতো গাব পাৰি, হৰি নামো ল'ব পাৰি।

মুখেৰেই সকলো খায়। তিতা, মিঠা, টেঙা, লুণীয়া, কেহা, ঝলা আটাইবোৰ আপুনি খাব পাৰে। মুখেৰে মকৰধ্বজ খাই মহাৰোগ আৰোগ্য কৰিব পাৰি। নহ'লে 'মিচিমি আহিলে বৰ বিহ আনিলে

তাক খাই' চিৰ শান্তি লাভ কৰিবলৈও বেছি পৰ নেলাগে। গোটা, পনীয়া, চৰ্ব্য আটাইবোৰ আপুনি মুখ-গহ্বৰত পেলাই দিয়ক, তৎক্ষণাৎ কণ্ঠনলীয়েদি বৰপেটালৈ যাত্রা কৰিব।

বৰকৈ মুখ মেলিলে হেনো মুখ ফাটে। কমকৈ মুখ মেলিলে যে ডাঙৰ বস্তু নোসোমায়! মহা বিপদ। আপোনাৰ শ্ৰীমতীৰ লগত কিবা কথাত উখনা-উখনি লাগিল। তাৰ মাজত আপোনাৰ মুখত ওলাই গ'ল কিবাটোৰ ঠাইত কিবাটো। ভাতো নেখাব্ধে, কথাও নেপাতে, কামো নকৰে। তেনেই তলা বন্ধ। তেতিয়া আকৌ আপুনিয়েই সন্ধিৰ প্ৰস্তাৱ আগবঢ়াব লাগিব। চাওকচোন কেনেবাকৈ যদি আপুনি কাৰোবাক 'মুখ চম্ভালি কথা কবি' বুলি কথা ক'লে, তেনেহলে সিটোৱে 'মুখে-চুখে ধৰি কথা নকবি দেই' বুলি চোলাৰ আস্তিন কোচাই এচৌচা ল'ব।

পিছে আপুনি যদি কেতিয়াবা কেনেবাকৈ, ক'ৰবাত প্ৰেম, পীৰিতি, প্ৰণয়ৰ মেৰপাকত পৰিছিল নতুবা পৰিছে নতুবা পৰাৰ আশা আছে তেনেহলে মুখখন কোমল, মিহি, মৌ-মিঠা মাতেৰে পূৰাবলৈ যত্ন কৰক। এইবোৰ ক্ষেত্ৰত মুখৰ মহাত্মা বহুত।

বোলো বাইজ, মুখ, মুখেই সকলো। মুখৰ যহতে বটা, মুখৰ দোষতে কটা যায়। মুখখনৰ কালচাৰ কৰিয়েই সংসাৰৰ এমুঠি জীৱ তিষ্ঠি আছে। বোলে—— মুখেন মাৰিতং জগত।

মুখচোকা, মুখসেৰেকা আদিও নিয়া কৰাবলৈ নিচৰা ছোৱালীৰ গুণ। গতিকে মুখ এলাপেচা বস্তু নহয়—— খোৱাত মুখ, কোৱাত মুখ, গোটই মুখেই মুখ। পিছে আজিলৈ ইমানতে মুখ বন্ধহে কৰোঁ।

# চুঙা চাই সোপা

অসমীয়া ফকৰা-যোজনাবোৰ 'চুঙা চাই সোপা' দিব পৰা এপাকী বটিয়া ঔষধ। কোনোবা এজন কথকী কক্ষায়ে ছোৱাই-নে হাৱাকৈ যদি টপটপাই নতুবা কেপকেপাই থাকে তেওঁক—— 'অতি কথকীক কথাই খায়, বৈদ্যক খায় সাপে; যি নিতৌ ভাগৱত পঢ়ে, তাকো ছুৱে কিঞ্চিৎ পাপে' বুলি এপাকী দি দিয়ক, এলাপেচা হ'লে সেইপিনেই টেপেচা মাৰিব আৰু সঁচাকৈয়ে যদি কথকী হয় তেনেহলে আৰু এটি

যোজনা দিহে এৰিব। তেওঁ হয়তো বিশেষ ভঙ্গী এটাৰে সৈতে কৈ পেলাব :

'কথকীয়ে কথা চিনে,
বৰাই চিনে কচু;
সোণাৰিয়ে সোণ চিনে
হাঁহে চিনে কেঁচু।'

এইদৰে 'কথাত কথা বাঢ়ে, খৰিকাত বাঢ়ে কাণ।' কৈ থাকিলে ওৰকে নপৰে।

* * * * * * * *

সেই তাহানি ৰুক্মিণী-সত্যভামাৰ দিনৰেপৰা সতিনী জীৱনৰ— 'তই থাক মই যাওঁ; পানী আনি ভাত খাওঁ।' থৈয়া-নথৈয়া ৰণখনৰ জানো অন্ত পৰিছে? যুগ যুগ ধৰি চলিয়েই আছে। দুয়ো সতিনীয়েকৰ যদি— 'মুখ নহয় আঁহত পাত হয়' তেনেহলে আৰু সেইখন ঘৰ গুচি বাঁহতল হ'বই হ'ব। কোনোবা এজনে যেনিবা :

'কুঁহিয়াৰ কাটিলে পাবত;
এজনী আনিলে ধনে-বিযা কৰি
এজনী আনিলে লগত।'

তেনেহলে সতিনী জীৱন আৰম্ভ হৈ গ'ল। ধনে-বিযা কৰা গৰাকীৰ অধিকাৰ সৰহ। গতিকে লগত অহাক কাণে টহটহাই যোৱাকৈ এষাৰ শুনোৱাই দিবই দিব।

'আহিছ সতিনী থম চুকত;
তুৰি-মুৰি কৰিলে গোৰ দিম বুকত।'

জানি-শুনি সতিনী খাটিবলৈ আহিছে যেতিয়া তেৱোঁ লাপিলুপা তিৰোতা নহয়। এষাৰ নহয় এষাৰ চুঙা চাই সোপা দিবই।

'লাটিম বকৰাক চাটিম;
লাগে চাবি কড়া ভৰিমেই তেও
তোৰে সতিনী খাটিম।'

সি গৰাকীৰ যেনিবা জ্বলা জুইত ঘিঁউহে ঢালি দিলে। হাত-ভৰি জোকাৰি খেদা মাৰি গৈ উত্তৰ দিব :

'তিনিটাতে তেতেৰী বাঁহপাতৰ জুই;
কোনজনী আহিছ; কাৰ সতিনী হই।'

ই গৰাকী আৰু একোৰ চৰা। সতিনীয়েকৰ মুখত চুঙা চাই সোপা দি মাত মাতিব নোৱৰা নকৰালৈকে নেৰে। সেয়েহে ৰাকৈয়ে এষাৰ শুনাই দিয়ে :

'তয়ো মাকৰ জী, ময়ো মাকৰ জী;
তপত ভাতক চেঁচা কৰোঁ;
হেঁচা-পোটোকা দি।'

ভদীয়াকাই ডাং-বৰলা। ৰূপত, গুণত ভদীয়াকাই ক'তো পৰিমৰা নহয়। কিন্তু বিধতাই লিখি দিয়া বিধিলিপিখনত কিবা গাঁঠি লাগিল। বয়স ভাটী দি ভদীয়া কাইৰ চুলিত পক ধৰিলে। তথাপি তেওঁৰ আৰু বেইতলত বহা নহ'ল। কোনোবাই কেতিয়াবা ভদীয়া কাইক ডাং-বৰলা বুলি জোকালে কয়— 'আজিকালি কি ছোৱালীৰ আকাল। বিয়া পাতোঁ বুলিলে অঁৰাই অঁৰাই ছোৱালী দিওঁতা ওলাব।' হুঁ।

'ৰূপ হ'লে সোণ,
সোণ হ'লে বজাৰ জীয়াৰীও পোন।'

ভদীয়া কায়ে বেইতল নগৰকিলেও কিন্তু তিকতা-সেকৰা পুৰুষৰ সাতপুৰুষ উদ্ধাৰ কৰাত পাকৈত। কথাই কথাই কয়:

'কটাৰী ধাৰাবা শিলত
তিৰোতা চলাবা কিলত।'

পিছে ভদীয়া কাইক জানো এনেকা দিওঁতা নোলাব'? একে আষাৰে ভদীয়া জোকৰ মুখত চূণ দি লেঠা মাৰি পেলাব নহয়:

'যাৰ নাই গৰু বৃন্দাবনত চাৰে
যাৰ নাই তিৰী একে কিলে মাৰে।'

ডাং-বৰলাৰ চাং-পতা কথা শুনি কোনেও উত্তৰ নিদিয়ে, তথাপি দিওঁতা আছে:

'ওৰাক নিন্দে কোৰাই
পুঠি-খলিহাক নিন্দে
ভেৰপেটী মোৱাই।'

পিছে এদিন ভদীয়া কাইৰো গাঁঠি ভাগিল। বেইতল গৰকি ভদীয়াকায়ো গৃহস্থী হ'ল। এদিন তেৰোঁ সেই একে বাটে গতি কৰিলে। তাকে দেখি আটায়ে ক'লে:

'নেদেখাই দেখিলে ঢাৰী পাৰি লেখিলে,
বৰলাই তিৰোতা আনি মাহীআই যেন দেখিলে।'

'কোপজহী বঙাই;
এদোণ ধানৰ পিঠা খুন্দি
জগতখনকে জনায়।'

বঙাই নজগা জিকাত জেং দিয়াত পাকৈত। বঙায়ে নগৈয়ে

গড়গাঁৱৰ বাতৰি ক'ব পাৰে। 'বাজিব লাগে ঢেঁকী-কটাৰী, বাজে হাঁচটি।' কাৰোবাৰ ক'ৰবাত কিবাটো হ'ব ধৰিছে আৰু তাতেই লেটি-পেটি হৈ লটি-ঘটি হৈ মৰিব। কোনোবাই মাতিলেই ক'ব নহয় :

'কথা নহয় বাদী;
ঢেঁকীয়ে মৰে চাউল চোবায়,
কটৰাই মৰে কান্দি।'

তাক জানো জলপান দিওঁতা নাই। মুখ কিবা তাৰেহে আছে নে? তাকো হাড়ৰ মাজে সৰকাই দিব নহয় :

'ঢেঁকীত মহে খায়,
উৰালত ফৰফৰায়,
কটৰাই সাতদিনলৈ খৰায়।'

লগৰ লগৰীয়াই কেতিয়াবা কাৰোবাক চেৰ পেলাই আগবাঢ়ি গ'লে চকুচৰহা মানুহৰ দেহত পোৰণি উঠে। তেতিয়া সেই আগবাঢ়ি যোৱাজনক পিছফালৰপৰা আঁজুৰিবলৈ চেষ্টা কৰে নতুবা কথা শুনোৱাই এপোটক দিবলৈ ক্ষণ গণে। কেতিয়াবা আকৌ ফোপজহী মাক-বাপেক থাকিলে নিজেই পো-জীৰ গুণ বখানি ফুৰে। বাপেকতকৈ মাক এই বিষয়ত আৰু এখোজ আগবঢ়া। মাকত চকুত নিজৰ ছোৱালীজনী সদায় সৰু, সদায় কুমলীয়া; বছৰ বাঢ়ি গ'লেও বয়স নেবাঢ়ে। নিজৰ ছোৱালী ভাল বুলি যশাই ফুৰিলেও সময়ত গেলা ঘাত চেঙা তেল মৰা মানুহো নোহোৱা নহয়। পোনেই ক'ব নহয় :

'মাকে শলাগে জী
বাপেকে শলাগে জী
চা-চুবুৰীয়াই যাক শলাগিব
সেয়েহে মাকৰ জী।'

বোৱাই-কটাই, ৰন্ধাই-বঢ়ায়ো যদি পাকৈত বুলি শলাগে পোনেই ক'ব নহয় :

'মাকতকৈ জীয়েক কাজী
ঢেকীখোৰা লৈ বাটে পাঁজি।'

পিছে সি গৰাকীও যদি সেই বিধৰে তেন্তে এওঁ বিছাত বৰলে ডকাৰদৰে এৰাৰ সৰকাই দিব নহয় :

'শালক শিঙীয়ে হাঁহে;
তয়ো কাজী মযো কাজী
ভালেতো গৰাকী নাহে।'

এইদৰে আমি সকলো বিষয়তে অসমীয়া ফকৰা-যোজনাৰ কথা আৰু উত্তৰাউত্তৰি দেখা পাওঁ। ইয়াত থাপ মাৰি গোটাচেৰেক মাথোন উনুকিওৱা হ'ল। মুঠতে

'কথিলেই কথা, মাথিলেই ঘিঁউ;
ভাতত দিয়া হাঁহকণীৰ কোনি যায় জীউ।'

# অথ অভ্যাস কথনং

আমি অসমীয়া। আমাৰ দেশ অসম। আচাৰে-বিচাৰে, আহাৰে-বিহাৰেও আমি অসম। পিছে পুৰণি পৃথিৱীখন লাহে লাহে নতুন হৈছে। নতুন নতুন ধৰণ-কৰণ ওলাইছে, মানুহে লৈছে, উন্নতিৰ বাটত আগুৱাই গৈছে। আৰু আমি 'বোপাককাৰ নীতিটোনো এৰিম বা কিয়' বুলি সেই এলাহুকলীয়া আচাৰ-বিচাৰ কেতবোৰৰ মাজতেই লুতুৰি-পুতুৰি হৈ হাত সাৱটি বহি আছোঁ। তাৰ উপৰি আমাৰ এনে কিছুমান অভ্যাস আছে যে যিবোৰ সভ্য আৰু উন্নত সমাজত নিতান্তই 'অমাৰ্জিত'। অকল অসমীয়া বুলি নকওঁ ভাৰতীয়ৰ মাজতো তেনে লেতেৰা কুৰুচ দস্তুৰ কিছুমান আছে। উদাহৰণ স্বৰূপে গোটাদিয়েক নীতি-নিয়ম উনুকিওৱা হ'ল। এইবোৰ নিয়ম আমি নিতান্তই এৰা উচিত।

আপুনি চৰকাৰী মটৰ গাড়ীত গৈছে। বাটতে মুখখন টেঙা টেঙা লাগিল। মন গ'ল তামোল এখন খাবলৈ। উলিয়াই ল'লে তামোলৰ গাঁঠিটো। তামোল এখনে পাণ এখনে উলিয়াই দেখে ঘৰৰ এলাই-জাবৰীজনীয়ে পাণত চূণ লগাই দিছে একেপা। আপোনাৰ হয়তো অলপ খং উঠিল। হঁ তিনিটা-চাৰিটা ল'ৰাৰ মাক হ'ল, পাণত চূণ লগাবলৈ নিশিকিলে। ঘৰত থকা হ'লে ল'ৰাৰ মাককে এজাউৰি গালি শোধাই চূণবোৰ খুটাত নাইবা বেৰতে সানি পেলালেহেঁতেন। পিছে এতিয়াতো আৰু ঘৰ নহয়। তেনেহলে কি কৰিব? বেটাৰ খং বাঢ়নীত নাইবা উবহৰ খং ভগা ঢাৰীত সাৰিবলৈ, বহা চামৰাৰ চিকচিকীয়া চিটটোত সানি দিব পাণত বঢ়া চূণখিনি। কেনে আপচু কথা! গাড়ীখনত লিখি থোৱা আছে— 'ক'তো চূণ নেসানিব।' পিছে আপুনি চাব—সেই কথাখিনি লিখি থোৱা টিনৰ পাতচটাতে চূণ সানি থৈছে। এইবোৰ জানো আমি এৰিব নেলাগে?

৺লক্ষ্মীনাথ বেজবৰুৱাই অসমীয়া মানুহৰ স্বভাৱ সুঁৱৰি এফাকি কথা লিখিছে :

'চোতালৰ মূৰত গোবৰৰ ডেৰ
পানীপোটাত পিক্
পাণত বঢ়া চূণৰ দাগে খুটা চিক্‌মিক্।'

কথাষাৰ জানো মিছা ?

* * * * * * * *

আৰু এটি কথা, আপোনাৰ যেনিবা চুৰট খাবৰ মন গ'ল। মোৰ চুৰটৰে সৈতে অহি-নকুল সম্বন্ধ। আনহাতে আপুনিয়ে-ময়ে ওচৰা-ওচৰিকৈ বহি গৈছোঁ। আপুনি চুৰটটো জ্বলাই কেইসোপামান মাৰি ধোঁৱাখিনি মোৰ মুখৰ আগলৈ মাৰি দিলে। মোৰ আকৌ হাঁইফাঁই ৰোগৰ দোষ আছে। আপোনাৰ চুৰটৰ ধোঁৱা উৰি আহি মোৰ নাকে-কাণে সোমাব আৰু কফটোৱে উক দিব। তেতিয়া, মই মুখত সোপা নিদিয়াকৈ কুহুৰ কুহুৰ কাহি দিব আৰু খেকাৰবোৰ মানুহৰ মাজতে 'থুই' কৰি পেলাই দিম। চাওকচোন মোৰ জানো এইটো দোষ নহয়! মই জানো এনেকুৱা বদ্ অভ্যাস এৰিব নেলাগে ?

* * * * * * * * *

তেওঁ আকৌ হিন্দুস্থানী মানুহ। তেওঁৰ 'চোখা ' খাবৰ মন গ'ল। মান-ধপাত অলপ উলিয়াই চূণেৰে সৈতে মলি ইথন হাতত সিখন হাতেৰে দিলে চাপৰ মাৰি। মান-ধপাতৰ গুৰিবোৰ উৰি গৈ সিজনৰ আকৌ নাকত সোমাল। আহিল হাঁচি—ইটোৰ পিছত সিটোকৈ। লাগে, সি ক্ষয়ৰোগীয়েই হওক আৰু হাঁচিত ৰোগৰ বীজাণু ওলাই আনৰ দেহতো সোমাওক। এইবোৰ জানো অভ্যাস আমি এৰা উচিত নহয় ? ৰাজহুৱা ঠাইত, জনতাৰ মাজত, যান-বাহনৰ আৰোহীৰ মাজত, চুৰট খোৱা, চোখা খোৱা আদি কু-অভ্যাসবোৰ জানো এৰা উচিত নহয় ?

## উপহাৰ

বৃকোদৰ বৰুৱাই যিবোৰ ছোৱালী খুজিছিল—-নিদিলে; যিবোৰ ছোৱালী যাচিছিল বিয়া নকৰালে; যিবোৰ ছোৱালীয়ে মনে মনে ভাল পাইছিল—- সঁহাৰি নিদিলে; যাক যাক পাইছিল—প্ৰতিদান নেপালে; যাৰ যাৰ মৰম চেনেহে কুঁহি ধৰিছিল কিন্তু পোখা নেমেলিলে; উভয় পক্ষত মৰম-চেনেহৰ যিটো সোঁতা বৈছিল কিন্তু ভেটা ভাঙিব নোৱাৰিলে—-সেই সকলো নামী, অনামী, বেনামী নায়িকাৰ হাতত 'বৃকোদৰ বৰুৱাৰ বিয়া' উপহাৰ দিবলৈ বৃকোদৰ বৰুৱাৰ কঠোৰ আদেশ। আদেশ পালন কৰা হ'ল।

'Man is the only creature endowed with the power of laughter, is he not alos the only one that deserves to be laughted at?—Greville

# বিশেষ কি লিখিম,

বৃকোদৰ বকবাক আপুনি নিশ্চয় চিনি পায়। তেওঁ আপোনাৰ মনৰ চিনাকি নহ'লেও চকুৰ চিনাকি। তেওঁ আপোনাৰ নিচেই আপোন মানুহো হ'ব পাৰে; বগুহৰ মগুহ নহলেও লগা-ভগা। তেও যদি একো নহয়, এলেকৰ পেলেক হ'ব। তেওঁ আপোনাৰ অন্তৰঙ্গ বন্ধুও হ'ব পাৰে; নহয় যদি চকুৰ কুটা দাঁতৰ শূল হ'ব। তেওঁ আপোনাৰ জোঁৱাই, ভিনিহি, পেহা, জেঠ-পেহা, মহা, কিবা নহয় কিবা হোৱাৰ সম্ভাৱনা উজ্জ্বল। তেওঁৰ ঘৰ আপোনাৰ চুবুৰীত, নতুবা গাঁৱত; তাতো নাই যদি আপোনাৰ নগৰত আছে। আপুনি যিমানেই তেওঁক অচিনাকি নতুবা ক'ৰবাৰ কোনোবা বুলি আওহেলা কৰিবলৈ চেষ্টা নকৰক তেওঁ কিন্তু তেনেই কাষলৈ ওচৰ চাপি আহি আছে। তেওঁক আপুনি হাটে-বজাৰে, বাটে-ঘাটে বিয়াই সবাহে, সভাই-সমিতিয়ে, য'তে-ত'তে লগ পাবই। বৃকোদৰ বকৱাই একে ঠাইতে স্থবিৰ হৈ থকা পুৰুষ নহয়—এতিয়াও যুৱক, তজবজীয়া, চটফটীয়া।

বৃকোদৰ বকৱাৰ দুকুৰি বছৰীয়া জীৱনৰ সোঁত বৈ আছে কিন্তু যৌৱন অক্ষয়, অব্যয়। বিয়া হোৱা নাই সঁচা; ৰভাতলী গৰকিছে। আঙঠি পিন্ধোৱা নাই সঁচা কিন্তু অনেক চপাকলীয়া আঙুলি জিকলিকাই আছে—বৃকোদৰৰ বাখৰ-পতোৱা আঙঠি আদৰি লবলৈ। বৃকোদৰ বকৱা আপোনাৰ চিনাকি মানুহ। তেওঁৰ বিষয়ে আপুনি সকলো কথা জানে। তেওঁক লৈ কোনোবাই ফোঁপোলা প্ৰশংসা কৰে, কোনোবাই গছত তুলি গুৰি কাটে, কোনোবাই উচটাই গাই গৰু হাল বায়। কেৱে পালে কাকো নেৰে। বৃকোদৰ বকৱাই কিন্তু কাৰো পানীখোৱা পুখুৰীত বিহ ঢলা নাছিল। নতুবা চৰাইটো হৈ চাউল এটিও খুটি খোৱা নাছিল। তথাপি বৃকোদৰক লৈ নানান জল্পনা-কল্পনা। নানান মুখৰোচক গল্প।

বৃকোদৰ বকৱাৰ জীৱনতো বহুতৰ বাবেই হিংসাৰ দিনবোৰ আহিছিল। তেতিয়া আছিল চঞ্চল, কলেজীয়া ডেকা। উজ্জ্বল গৌৰ বৰ্ণ, একোছা ঘন ক'লা চুলি, তিৰ্বিৰাই থকা দুটি ... চকু, সদা স্মিতহাস্য মুখ, পৌৰুষ অভিব্যক্তি, কৰ্মঠ হাত-ভৰি। বৃকোদৰে তেওঁৰ সংস্পৰ্শলৈ অহা অনেক গাভৰুৰ বুকুত মৃদু-মধুৰ স্পন্দন আৰু আলোড়ন তুলিব পাৰিছিল। বসন্তৰ বতাহত এই পখিলা-গাভৰুবোৰ বৃকোদৰৰ জীৱনলৈ খন্তেক সময়ৰ বাবে উৰি উৰি আহিছিল আৰু

বৃকোদৰৰ বুকুত একো একোটি ক্ষীণ স্মৃতি এৰি ক'ৰবালৈ উৰি গৈছিল। এই পখিলাবোৰ হয়তো চিৰদিনলৈ হেৰাই গৈছে; জীৱনত দ্বিতীয় বাৰ দেখা পোৱাৰ কোনো সম্ভাৱনা নাই। যদি কাৰোবাক ক'ৰবাত দেখা পায়, তেনেহলে পখিলাৰ পাখিৰ ৰং সলনি হ'ল। সেইবোৰ গাভৰুৰ গাল-মুখৰ মসৃণতা লাজত সোমাই গৈ থাকোঁতে আজি বৃকোদৰ বৰুৱাক দেখিলেও নেদেখাৰ ভাও জুৰে। তেতিয়া বৃকোদৰ বৰুৱা ভাবুক হৈ পৰে। কলেজীয়া কালত ফুল হৈ ফুলি থকা সেই গাভৰু জাকৰ সৌন্দৰ্য্য ফুলৰ পাহিবিলাকৰ দৰেই সৰি সৰি শেষ হৈ গ'ল :— অৱশেষ মাত্ৰ ঠাৰিডাল। বৃকোদৰ বৰুৱা কিন্তু আজিও একেদৰেই আছে।

বৃকোদৰ বৰুৱাৰ আগলি জীৱনৰ সৰু-সুৰা কাহিনীবিলাক কোনো কোনোৱে অলপ বঢ়াই, অতিৰঞ্জিতকৈ আৰু ৰসালকৈ কৈ ভাল পায়; ব্যঙ্গ কৰে, ইয়াত বৰুৱাৰ হৰিষাদ-বিষাদ একো নাই। বান্দৰক ডাল ভাঙি ডৰাব নোৱাৰি, গতিকে ভাবুকি দি কি লাভ ? কাউৰীয়ে ডালত পৰি ৰাটিবই, ধনু দেখুৱাই ডৰালে কোনে কটাহি কৰিব, পাৰিলে মুখ চাই ৰাটিবহে। ঢাৰিৰ আঁৰত ৰজাকো চৰ্চে। বৃকোদৰ বৰুৱাৰ পিঠি ফালে থিয় হৈ কোনোবাই ইতিকিং কৰিলে, তেওঁ তাক হিচাপত নধৰে।

বৃকোদৰ বৰুৱাৰ বিয়া পলমকৈ হৈ ভালেই হৈছে, কাৰণ, অভিজ্ঞতাই মানুহক জ্ঞানী কৰে। বৃকোদৰে নিজৰ অতীতলৈ ফ্লেছ্ বেক্ কৰি চাই দেখে, বৰুৱাৰ যৌৱনৰ সমবয়সীয়া গাভৰুজাক কোনোবা শইকীয়া-হাজৰিকা, বৰুৱা-ফুকন, দুৱৰা-কাকতি, শৰ্মা-গোস্বামী, গগৈ-গোঁহাই, আহমদ-হুছেইনৰ সংসাৰত সোমাই বিচিত্ৰ ভূমিকাত অৱতীৰ্ণ হৈছে। কাৰোবাৰ চুলিত কঁহুৱা ফুলিছে, কাৰোবাৰ হয়তো মেদে-মাংসই পথালি কোমোৰা বঢ়াদি বাঢ়িছে। নিজৰ নিজৰ সংসাৰত ৰাষ্ট্ৰপত্নী, গৃহমন্ত্ৰী, বিত্তমন্ত্ৰী, কোষাধ্যক্ষা, বাণিজ্যমন্ত্ৰী, ভ্ৰমণমন্ত্ৰী, কুটনীতিজ্ঞ, সমাজসেৱিকা, সংস্কৃতিমন্ত্ৰী, ভক্তা, অনুৰক্তা, দাসী, শুশ্ৰূষাকাৰিণী, গৃহিণী হৈ ৰজনজনাই আছে। একো গৰাকী ৰাষ্ট্ৰপত্নী—সৰ্বেসৰ্বা। কোনো গৃহমন্ত্ৰী—গৃহৰ আভ্যন্তৰীণ শাসনভাৰ গৃহমন্ত্ৰী অৰ্থাৎ গৃহপত্নীৰ হাতত। গিৰিহঁত 'বাহিৰত ৰৰ মতা, ভিতৰত খেৰ-শোটা'। কোনো কোষাধ্যক্ষা—এবাৰ গিৰিহঁতৰ হাত সৰকি বাকচত ধন সোমালে তাক কুবেৰেও উলিয়াই আনিব নোৱাৰে। গিৰিহঁতে হাড়ক মাটি কৰি দেহাক পানী কৰি ধন ঘটে, গৃহিণী মাজতে 'ৰজাৰ ধনত ভোট গিৰিহঁত' হৈ ওলায়। বাণিজ্যমন্ত্ৰী হৈ হাট-বজাৰ কৰে, কাপোৰ-কানি কিনে। গিৰিহঁতৰ মাত মাতিবলৈ অধিকাৰ নাই। কোনো ভ্ৰমণমন্ত্ৰী। স্বামীয়ে চাকৰি কৰে, ধন ঘটে, ঘৰ বখে, শ্ৰীমতীয়ে

ভ্ৰমণ কৰি ফুৰে— দিন-ৰাতি সমানে। কোনো কূটনীতিজ্ঞ পৰন্তু কূটনীতিবিজ্ঞা। কূটনীতিত পাৰদৰ্শিতা দেখুৱাই সংসাৰ অসাৰ কৰি তোলে। আগতে মুঠ বান্ধি থকা ককাই-ভাই বেলেগ-নিলগ হৈ জুৰুলা হৈছে। কোনো সংস্কৃতমন্ত্ৰী। গীত-মাত, ক্লাব-চিনেমা আদিৰ বাহিৰে অন্য কথা ভাবিবলৈ সময় নাই। কোনোবা সমাজসেৱিকা। ঘৰৰ লগত সম্বন্ধ ছিঙি সমাজৰ লগতহে সম্বন্ধ পাতিছে। গিৰিহঁত ঘৰলৈ আহিবৰ সময়ত গৃহিণী সমাজসেৱালৈ ওলাই যায়; কাৰণ পৰিয়ালতকৈ সমাজ ডাঙৰ। পৰিয়ালত খৈয়া-নখৈয়া লাগিও সমাজ-সেৱাত মন দিয়ে। কোনো ভক্তা— নিজৰ স্বামীগুৰু তথা ইষ্টদেৱতাতকৈ উপদেৱতা-অপদেৱতাৰ পূজা সেৱাতহে তন্ময় হৈ থাকে। বাৰমাহত তেৰটা পাৰ্বণ পালন কৰে। কোনো অনুৰক্তা, কোনো দাসী, কোনো শুশ্ৰূষাকাৰিণী। কোনো গৰাকীৰ প্ৰতাপত শ্ৰীমান থৰহৰি কম্পমান। কাৰোবাৰ হাতত কোনোবা জৰ্জৰিত। কোনোৱে বেইতল গৰকি সংসাৰত সোমাই শিক্ষা-দীক্ষা সামৰি 'গৃহবন্দী' হৈ কাল কটাইছে। কোনোৱে পেঁ-পেঁ ভেঁ-ভেঁ শিশু কল্যাণ সংস্কাৰ কামতেই ব্যস্ত আন কামত হাত দিবলৈ সময় ক'ত? কোনোবাই আকৌ দিনৰ দিনটো জাককৰা মানুহৰ ঘৰত বাহী-বন কৰি আখল-শাললৈ অহা যোৱা কৰোঁতে দীঘলী-বাট চেপেটা হৈছে। তাৰে মাজতে আকৌ সুখৰ সংসাৰ পাতিও কোনোবাই যুৰীয়া কপৌৰদৰে উৰি ফুৰিছে।

আজিৰি পৰত বৃকোদৰ বৰুৱাই আগফালৰ বাৰান্দাৰ বহল বেতৰ চকীখনত ভৰি দুটা তুলি এক বিশেষ ভঙ্গিমাত বহে আৰু কোনো এক শূন্য বিন্দুত দৃষ্টি নিক্ষেপ কৰি অতীতৰ স্মৃতি ৰোমন্থন কৰে আৰু ভৱিষ্যতৰ কল্পনাবোৰ লানি নিছিগাকৈ অহা-যোৱা কৰিবলৈ এৰি দিয়ে। তেতিয়া বৰুৱাৰ চিনাকি গাভৰুবোৰৰ অস্পষ্ট ছবিবোৰ মনৰ আগেদি পাৰ হৈ যায়। বৰুৱাৰ জীৱনৰ যোৱা কুৰি বছৰত অন্ততঃ ডেৰকুৰি সৰু-বৰ ঘটনাৰ সমাবেশ ঘটিছে। কোনোটোৱে অন্তৰ পৰশি গৈছে, কোনোটোৱে গেলা ঘাত চেণ্ডা তেল মাৰি গৈছে, কোনোটোৱে হতাশ কৰিছে, কোনোটোৱে মনত মধুৰ স্মৃতি এৰি থৈ গৈছে, কোনোটোৱে আশাত চেচাঁপানী ঢালিছে, কোনোটোৱে মৰি যোৱা মনলৈ সজীৱতা আনিছে। কি বিচিত্ৰ অভিজ্ঞতা!

আগতেও কৈছোঁ, বৃকোদৰ বৰুৱাৰ নিজৰ আপোন বুলি ছপোণ ভৰাই দিওতা কেও নাই। আটাইবে চকুৰ কুটা দাঁতৰ শূল। নাৰীপক্ষত যদি কাৰোবাৰ সহানুভূতি থূপ খাই আছে, তেনেহলে মুকলি বজাৰত ইয়াক পাবলৈ নাই; চোৰাং বজাৰতহে পোৱা যায়। ইয়াৰ আগতেও

যদি কোনোবাই সঁহাৰি দিছিল, সি এতিয়া চেঁচা হৈ গোট মাৰিছে; বৃকোদৰৰ বুকুৰ উম পাই আজি আৰু নগ'লে। প্ৰজাপতি ইমান নিষ্ঠুৰ কিয়? পৃথিৱীত কোটি কোটি মানুহৰ মিলন হৈছে— চাৰি চকুৰ মিলনৰ লগে লগে। কিন্তু বৃকোদৰ বৰুৱাৰ চাৰি যোলং চৌষষ্ঠী চকুৰ মিলন হ'লেও যোৰা নেলাগে। এইবোৰ কথা-কাণ্ড দেখি-শুনি মোৰ সহানুভূতি উপজিলত, বৃকোদৰ বৰুৱাৰ জীৱনৰ কেইটামান বছা বছা কাহিনী বাছি লৈ 'বৃকোদৰ' বৰুৱাৰ বিয়া' পাতিলোঁ। বৃকোদৰ আপোনাৰ চিনাকি মানুহ; কাহিনী কেইটাও চিনাকি চিনাকি লাগিব। আপোনাক কৈ থলোঁ, কাহিনী চিনাকি কেইটা আপোনাৰ কোনোবা আপোন মানুহৰ হ'লে তেওঁবিলাকক নোজোকাব; কোনোবা চিনাকি মানুহৰ হ'লে তেওঁবিলাকক দেখিলে মিচিক্-মিচিককৈ নেহাঁহিব আৰু ঘটনা ঘৰতে হ'লে নজনা ভাও জুৰি টেপেচা মাৰি থাকিব। কেনেবাকৈ ঘটনাৰ চোলাটো আপুনি নিজে পিন্ধি লৈ যদি বৌজাল-বৌজাল কৰে তেনেহলে কৰিব, আমাৰ কাঁহিপাতেও গা নেকাটে।

'বৃকোদৰ বৰুৱাৰ বিয়াৰ দহখন ৰচনাৰ এখন দৈনিক অসম'ত ওলাইছিল, এখন বিহুসংখ্যা 'অসম বাণী'ত ওলাইছিল। দুখন আংশিকভাৱে গুৱাহাটী আৰু ডিব্ৰুগড় অনাতাঁৰ কেন্দ্ৰৰপৰা প্ৰচাৰিত হৈছিল। বাকী ছখন ৰচনা সূৰ্যাই পৰশা নাই; আন কি স্বয়ং বৃকোদৰ বৰুৱায়ো চকু ফুৰাই পোৱা নাই। তেওঁ পঢ়িবলৈ পালে হয়তো উৰহে কামোৰা মানুহৰদৰে চেঙালুটি পাৰি কুকুৰে কাঁইট নোখোৱাকৈ গালি পাৰিব। পাৰক গালি। পাঠকে গালি নেপাৰিলেই ৰক্ষা।

'বৃকোদৰ বৰুৱাৰ বিয়া'ত প্ৰথম উকলি জোকাৰ দিয়া মানুহ গৰাকীৰ ঘৰ আমাৰ ঘৰতে। কাগজ-পত্ৰবোৰ বেহা লগাই থৈ, কোবা-কুবিকৈ লিখি যাওঁতে থাকি যোৱা আ-কাৰ ই-কাৰলৈ আঙুলিয়াই দিয়া মানুহ গৰাকীৰ শলাগ নল'লৈ ধাৰ খোৱা হ'ব; আগলৈ হাত-ছিগাৰো ভয়। গতিকে শ্ৰীমতীৰ 'অনাহাৰী' দায়িত্বৰ বাবদ পাবলগীয়া কৃতজ্ঞতা যেন্বা বাজহুৱাকৈয়ে জনালোঁ। আমাৰ ভিতৰ-বিশ্বাসৰ বন্ধু-বান্ধৱ জনচেৰেকেও 'বৃকোদৰ বৰুৱাৰ বিয়া' পাতি দিবলৈ মনে-প্ৰাণে সহায় কৰি দিয়াৰ্ বাতৰি পাইছোঁ; থাওকতে শলাগ জনাই থলোঁ। শ্ৰীমান সূৰ্যা হাজৰিকাৰো উত্তৰোত্তৰ উন্নতি কামনা কৰি কৃতজ্ঞতা জনালোঁ— কাৰণ সৰ্বজনবিদিত।

'সুৱাগমণি'
ৰত্নপুৰ, ডিব্ৰুগড়
তিনি আহাৰ, ওঠৰশ নিৰান্নবৈ শক।

বিশেষ কি লিখিম। ইতি
শ্ৰীলীলা গগৈ

বৃকোদৰ বৰুৱাৰ বিয়া। এইখন বিয়া বুলিলেই আটাইখিনি কথা সামৰি নলয়। কাৰণ, এইখন বিয়াৰ পদূলিত উদুলি-মুদুলি আখলত উখল-মাখল, নাইবা ভিতৰত খদম-দম লগাৰ কোনো ইতিহাস নাই কিন্তু বৃকোদৰ বৰুৱাৰ ঘটকালি কৰাবেপৰা ঘাটৰ পানী ঘটত আনি বেইতলত ঢলালৈকে ইয়াৰ এটা ধাৰাবাহিক ইতিহাস আছে।

বৃকোদৰ বৰুৱাৰ বিৰাট বপু। ছফুট ওখ মানুহটো দুকুৰি চাৰিইঞ্চি বুকু, তিনিফুট পেট, ডেৰ ফুট কলাফুল। আটাইবোৰ ফুটতহে হিচাপ। তিনিফুট দীঘল পাঞ্জাবী, পোন্ধৰ-ষোল ফুট দীঘল চুৰিয়া। এফুট দীঘল চুলি। জাকত জিলিকা নহ'লেও জাকত ক্ষীণ নোযোৱা বৃকোদৰ। বৃকোদৰৰ গাত গুণ যিমান বদনামো সিমান।

বৃকোদৰৰ বয়সৰ জখলাডালো এলাপেচা দীঘল নহয়। ডেৰকুৰিৰ ডেওনা ডেই দুকুৰিৰ পোনেই ঢাপলি মেলিছিল। গতিকে বৃকোদৰ বৰুৱাক কোনোবাই বুলিছিল বুঢ়া, কোনোবাই আত্মীয়া আৰু নিজৰফলীয়া মানুহে বুলিছিল ডেকা; বাঢ়িহে বুঢ়া হৈছে বুলি বাকীখিনি বয়সৰ ৰেহাই দিছিল। বৃকোদৰ বৰুৱাৰ প্ৰকৃততে যিটো বয়সত বিয়া হ'ব লাগিছিল, সেইটো বয়স বৰুৱাৰ জীৱনেদি কেতিয়া ছান্দনী সৰকা দি সৰকি গ'ল, বৰুৱাই টলকিবকে নোৱাৰিলে। যেতিয়া বিয়া পতাৰ ভাবটোৱে উক দিলে, তেতিয়া কাণৰ কাষত দুই চাৰিডাল চুলিয়ে বিশ্বাসঘাতকতা কৰিবলৈ আৰম্ভ কৰিলে। তদুপৰি বৰুৱাৰ বন্ধু-বান্ধৱৰ ল'ৰা-ছোৱালী কান-সমনীয়া ডেকা-গাভৰু হ'ল। কিন্তু বৃকোদৰৰ মন তেতিয়াও চেঙেলীয়া;— বয়সে ভেডাউৰিয়াই গৈয়ো চেৰ-পেলাব নোৱৰা। যেতিয়া বৰুৱাই বেইতল গৰকি খোচামৰ জৰী ডিঙিত ল'বলৈ ডিঙি পাতি ওলাইছে বুলি শতৰি ওলাল, তেতিয়া দেশ গোটেইখন ৰজনজনাই গ'ল। গাৱঁৰ বিয়নী মেলত, নগৰৰ লেডীজ্ ক্লাবত, চহৰৰ আয়তী মেলত, হোষ্টেলৰ গাভৰু-মেলত কেৱল বৃকোদৰ বৰুৱাৰ সমালোচনা। সমালোচকে বৃকোদৰ বৰুৱাৰ জীৱনৰ বুৰঞ্জী-ভূগোল সকলো মহটিয়াই নিবলৈ ধৰিলে। মহিলা মহলত কেতিয়াবা হাঁহি, হাঁহি, হাঁহি। বৃকোদৰ বৰুৱাক বয়সত নেপায়ো হাঁহিব পাৰে; বৃকোদৰ বৰুৱাৰ হাতত পৰাস্ত হৈয়ো হাঁহিব পাৰে আৰু বৃকোদৰৰ দেহৰ ভূগোল পঢ়িও হাঁহিব পাৰে। এবাৰ এটা ছোৱালী হোষ্টেলৰ নগৰ ছোৱালী এজনীয়ে লগৰীয়া বান্ধৱী এজনীৰ গোপনীয় চিঠি এখন খাপ মাৰি

নি পঢ়িবলৈ ধৰোঁতে বান্ধৱীয়ে এটা উগ্ৰতপা শাপ দিলে,— “তোৰ যেন বৃকোদৰ বৰুৱাৰ লগত বিয়া হওক।” এই শাপত ভস্ম হোৱাৰ ভয়ত বান্ধৱীয়ে তৎক্ষণাত চিঠিখন ঘূৰাই দিলে আৰু ক্ষমা খুজিলে। এয়ে আছিল বিখ্যাত বৃকোদৰ বৰুৱা— যাৰ নামত গাভৰু ছোৱালীৰ গাৰ নোম জিকাৰ খাই উঠিছিল।

বৃকোদৰ বৰুৱাই বিয়া পাতিবলৈ কুৰুং-কাৰাং কৰিছে বুলি অহ্-কাণে পহ্-কাণে বাতৰি ওলোৱাৰ লগে লগেই দুটা শিবিৰত দুই ধৰণৰ প্ৰতিক্ৰিয়া হৈছিল। কন্যাদায়গ্ৰস্ত পিতৃসকলে উথপথপ্ লগাইছিল— যাতে বৃকোদৰ বৰুৱাৰ হাতত নিজৰ কন্যাক গতাই দি মুৰৰপৰা জুইৰ চৰু এটা নমাই মাটিত থব পাৰে কিন্তু গাভৰু মহলত আতঙ্কৰ ঘনঘোৰ ডাৱৰ ঘনীভূত হৈ উঠিছিল জানোচা বৰুৱা আহি কাৰোবাৰ দুৱাৰত পাণিপ্ৰাৰ্থী হৈ ওলায়হি, নতুবা কাৰোবাৰ পিতৃ-মাতৃয়ে কন্যাৰ অমতে বৃকোদৰৰ লগত ‘যদি তোমাৰ হিয়া মোৰ হৈ গৈছে, মোৰ এই হিয়াও তোমাৰে’ই বুলি বেদ-মন্ত্ৰ মাতিবলৈ বাধ্য কৰে। মুঠতে ঢোলৰ কোবতকৈ ওঁঠৰ কোব চৰা। বৃকোদৰ বৰুৱাৰ বিয়াৰ বিষয়ে আলোচনা নকৰা মানুহ নোহোৱাত পৰিল। তদুপৰি সেই সময়ত বৃকোদৰ বৰুৱা কেতিয়া ক’লৈ যায়, কাৰ ঘৰত সোমায়, কথা পাতে, ফুৰে, আটাইবোৰ কথাৰ তলা-নলা লৈ ফুৰা ‘অনাহাৰী’ চোৰাংচোৱা পিয়াপি দি ফুৰিবলৈ ধৰিলে। বৰুৱা যদি বিবাহযোগ্যা গাভৰু থকা কোনোবা মানুহৰ ঘৰলৈ আন কিবা সকামতো যায়, তেনেহলে তাৰ পিছদিনা ওলাল, বৃকোদৰ বৰুৱাই অমুকীক বিয়া কৰাব; নতুবা ওলাব বৃকোদৰে অমুকাৰ ঘৰত দৰাৰ প্ৰাৰ্থিত্ব দাখিল কৰিছিল,— কিন্তু প্ৰাৰ্থিত্ব নাকচ। বৰুৱাক লৈ অনেক সাধুকথা, উপকথা, নীতিকথা ৰচিত হ’বলৈ ধৰিলে। ধন্য বৃকোদৰ। অতদিনে পৃথিৱীৰ দৰে গহীন হৈ থাকি এনে ভূমিকম্প আৰু আগ্নেয়গিৰি সৃষ্টি কৰিব নেলাগিছিল। অৱশ্যে, এইটোও সঁচা যে ভূমিকম্প আৰু আগ্নেয়গিৰি পৃথিৱীৰ বুকুতে শুই থাকে।

বৃকোদৰে যদিও বিয়া পাতিবলৈ মন মেলিলে, বাটৰ বগৰী জেং তেতিয়াও আঁতৰ নহ’ল। ক’ৰবাত, বাহি-জোৰা নাহে, ক’ৰবাত বাহি-জোৰা আহিলেও মনে-পিঠে নেখায়, ক’ৰবাত শাহুৱেকে পছন্দ নকৰে, ক’ৰবাত জেঠেৰিয়েকে পছন্দ নকৰে আৰু খাইকৈ পছন্দ নকৰে কন্যাই। এইবেলি বৃকোদৰৰ বুকু ব্যথা-বেদনা, হতাশা-নিৰাশাত জৰ্জৰিত হ’বলৈ ধৰিলে। বিয়াৰ বজাৰত যিমান অচল টকা আছিল আটাইবোৰ বৃকোদৰৰ হাততে গতাই দি চলাবলৈ ওলাল অভিভাৱকবৃন্দ। বৃকোদৰ

অৱাক। চোৰাংচোৱা আহি বৃকোদৰৰ ঘৰ-দুৱাৰ, বাহিৰ-ভিতৰ, ধন-সম্পত্তি, জ্ঞাতি-কুটুম্ব আদিৰ হিচাপ নিবলৈ ধৰিলে, কাৰণ, হ'বলগীয়া ভাৰ্য্যাই যাতে সুখে-শান্তিৰে দিন কটাব পাৰে। বৰুৱা অনেক পৰীক্ষা-নিৰীক্ষণৰ মাজেদি আগ বাঢ়িবলৈ ধৰিলে। কিন্তু কোন গৰাকী নাৰীৰ পাণি গ্ৰহণ কৰিব লাগিব, বৃকোদৰে এতিয়াও তাৰ উৱাদিহ উলিয়াব নোৱাৰিলে। এটাৰ পিছত এটাকৈ অভিযান পাৰ হৈ গ'ল।

বৃকোদৰ বৰুৱা জ্ঞানী মানুহ। বিবাহ-অভিযান আৰম্ভ হোৱাৰেপৰা যি অভিজ্ঞতা অৰ্জন কৰিলে, তাৰ থূল-মূল মন্তব্য এনে ধৰণৰ: বিয়া পতা আৰু বৰশীবোৱা সমপৰ্য্যায়ৰ কাম। পানীৰ তলৰ মাছ। টোপ দি টুপাই টুপাই মাছ ফুচুলাই বৰশীত লগাই চিপ্ মাৰি আনিবলৈ জানিব লাগে। বৰশীত মাছ লাগিলেই নহয়, চিপ্ মাৰি আনিবলৈ কৌশলো জানিব লাগে। বৌ-বাহু সততকাই বৰশীত নেলাগে। অনেক দিন বৰশী পেলাই থৈ আশা আৰু ধৈৰ্য্যৰে বাট চাই থাকিব লাগে। তেতিয়া হয়তো এদিন চিক্‌চিকীয়া বাৰ্কলিৰ বৌ-বাহু আহি বামত উঠেহি। শিঙৰা মাছে বৰশীত খোঁটে, টিপিয়াই থাকে কিন্তু চিপ্ মাৰিলে নাহে। পুঠি মাছলৈ সৰু বৰশী লাগে, ডাঙৰ বৰশীত টোপ খায়। চিপ্ মাৰিব পৰাকৈ বৰশীত নোখোটে। চেঙা-চেঙেলি মাছে বৰশীটো পানীত পৰিলেই ঘপ্ কৰে বৰশী টানি নিয়ে। বৃকোদৰ কোন শ্ৰেণীত পৰে, সেইটো নিজেই ভাবি উলিয়াব নোৱাৰিলে। তেওঁ যেন এতিয়াও বিলৰ পাৰত হাতত বৰশী ডাঁৰি লৈ বহি আছে। পানীত মাছ, কাষত টোপ আৰু অদূৰত খালৈ। কোনদিনা মাছ আহি খালৈত সোমাবহি এতিয়াও ক'ব পৰা নাই— অনাগত ভৱিষ্যতৰ অগম্য গৰ্ভত পৰিণতি শুই আছে— বৃকোদৰলৈ।

বৃকোদৰৰ বন্ধু—বান্ধৱৰ সংখ্যাও সৰহ। তাৰে এজনক এগৰাকী ভাবী শাহুৱেকে খাটনি ধৰিলে বোলে, তুমি এদিন আমাৰ ঘৰলৈ লৈ আহিবাচোন; বাকীখিনি মই কৰিম। কৃশোদৰ বন্ধুৰ লগত বৃকোদৰ বৰুৱা ওলাল কন্যাঘৰলৈ। উনবিংশ শতিকাৰ আভিজাত্যৰ পৰশ পৰা বৰ বৰ খুটাৰ এটা প্ৰকাণ্ড ঘৰ। কৃশোদৰ বন্ধুৰ লগত বৃকোদৰ সগাম্ভীৰ বহনেৰে এখন চোকা শুৱনি কৰি বহি আছে। এগৰাকী আদহীয়া মহিলা ভিতৰৰপৰা ওলাই আহি চকী এখনত বহি বৃকোদৰৰ পৰিচয় ল'লে— নামমাত্ৰ; কাৰণ বৃকোদৰৰ ভূগোল-বুৰঞ্জীৰ তথ্য-পাতি মহিলা গৰাকীৰ ওঁঠৰ আগত। তাৰ পাছত কৈ গ'ল: আমাৰ মেধাজীক তুমি নিশ্চয় দেখিছা। তাই তাঁত বয়, ফুল বাছে, উলৰ কাম কৰে, কুৰুছাৰ কাম কৰে, ভাত ৰান্ধে, সকলো কৰে। জানা, তাইৰ লগৰ

ছোৱালী এতিয়াও কলেজতে পঢ়ি আছে। তাই পঢ়ি থকা হ'লে ইমানদিনে এম-এ পাছ কৰিও বহি থাকিব লাগিলহেঁতেন। আমি বহুত দৰা পাইছোঁ। জানা, তাইক যাৰে-তাৰে হাতত গতাই দিওঁ কেনেকৈ? তাইৰ ৰূপ আছে, গুণ আছে, বংশ-মৰ্য্যাদা আছে, গতিকে এজন ভাল ল'ৰা পালে, ভাল পাওঁ। তাৰ পাছত অতীতত কি আছিল, কিমান সম্পত্তি আছিল তাৰ এখন 'বুৰঞ্জীৰ ৰূপৰেখা' কৈ গ'ল। বৃকোদৰৰ টোপনি আহিবলৈ উপক্ৰম কৰিলে। এনেতে হাতত চাহ-মিঠাইৰ থাল এখন লৈ মেঘালীৰ প্ৰৱেশ আৰু লগে লগে শাহু আইৰ প্ৰস্থান হ'ল। খন্তেক পিছতে মেঘালীৰ সংলাপ আৰম্ভ হ'ল। পুৰুষ-গঢ়ী চেহেৰা, কৰ্কশ মাত, উগ্ৰ প্ৰসাধন আৰু কৃত্ৰিম বচন-ভঙ্গীয়ে বৃকোদৰৰ বুকুলৈকে শাল মাৰি ধৰিলে। এই দৃশ্যৰ পাছত শাহু আইৰ পুনৰ প্ৰৱেশ ঘটিল আৰু এনে সুৰত কথা ক'বলৈ ধৰিলে যেন কথা পকা হ'ল। বৃকোদৰ ৰাজি। দিনটোহে ল'বলৈ বাকী। শাহুৱে ফাগুনৰ কুৰি দিন যোৱাত দিন খাটাং কৰিছিলেই কিন্তু বৃকোদৰ বৰুৱাই ক'লে, মই ঘৰলৈ গৈহে উত্তৰ দিম। শাহুৱে গম পালে, ঘৰলৈ গ'লে উত্তৰ আৰু নাহে। পাছত কথাটো এনেকৈ ওলাল, বৃকোদৰ বৰুৱা ছোৱালী বিচাৰি আহিছিল। ইমান বুঢ়াটোলৈ কোনে ছোৱালী দিব? বৃকোদৰ বৰুৱাই বয়সক অস্বীকাৰ নকৰে, কিন্তু কোনে, ক'ত, জাল পেলাইছিল সেইটো স্বীকাৰ কৰা হ'লে ভাল পালেহেঁতেন। মেঘালী এতিয়াও মেঘ হৈয়ে আছে, বৰষুণ হৈ পৃথিৱীত পৰা নাই।

বৃকোদৰ বৰুৱাৰ বিয়া সময়ত হৈ যাব। হ'লে কি হ'ব? ঘৰে এৰিলেও কৰ্পটিয়ে নেৰে। বিয়াৰ আগতে কোনোৱে কৈছিল, বৃকোদৰৰনো ক'ত বিয়া হ'ব? ছোৱালীনো পাব ক'ত? ঘৰ-দুৱাৰ নাইকিয়া ভোলানাথলৈ ছোৱালী দি কোন বাপেক-মাকে চকু দেখি জলঙাত ভৰি দিব? বাৰু কোনোবাই বুঢ়ী-থেৰী, কাণী-বেঙী একনী দিলেই যেনিবা, বৃকোদৰেনো খুৱাব কেনেকৈ? বৃকোদৰতকৈ বৃকোদৰৰ শত্ৰু-মিত্ৰ সকলোৱে ইমান চিন্তা কৰা দেখিহে বৃকোদৰৰ পুতৌ জন্মে। বৃকোদৰৰ বিয়া হোৱা বাৰ বছৰ হ'লেও আৰু বাৰটা বাৰিষাত বাৰবাৰ বানপানী আহি বাৰী-ঘৰ ধুই নিলেও বৃকোদৰ বৰুৱাৰ পলসুৱা বদনাম ধুই নিব নোৱাৰিব। আচৰিত কথা আগতীয়া পনীয়া বদনামবোৰ তেতিয়া গোট মাৰি আগতকৈ গধুৰ হ'ব। পুৰণি বদনামে নতুন ৰূপ লৈ বৃকোদৰৰ কাণ-মূৰ, শিৰা-উপশিৰা তপত কৰি তুলিব। এগৰাকী অপ্যাপিকাৰ বৃকোদৰৰ চকুৰ আগতে বিয়া হৈ গ'ল। এতিয়া দুটা ল'ৰাৰ মাক। সংসাৰ নে সং-খাৰ দেখাত ভালেই চলিছে। কিন্তু হঠাতে

ৰাজহুৱাকৈ ঘোষণা কৰি দিলে, 'বৃকোদৰ বৰুৱাই মোক ভাল পাইছিল। এতিয়াও মোৰ প্ৰতি দুৰ্বলতা আছে। মোলৈ তথা-লাগি চাই থাকে।' কথা গৈ বৃকোদৰৰ কাণত পৰিল। বৃকোদৰে শুনি উত্তৰ দিলে, মোৰ বিয়া হোৱা নাই সঁচা, তাইৰ দুটা ল'ৰা-ছোৱালী। মুখ শুকাই টেমী যেন হ'ল, এতিয়াও বুঢ়ীক দেখি মোৰ পকৰাই পোৱা প্ৰেমে উক দিবলৈ হ'লে অমুকাক সোনকালেই ধৰি-বান্ধি তেজপুৰলৈ পঠোৱাৰ দিহা কৰিব লাগিব।' ধন্য বৃকোদৰ! বিয়াৰ আগত যি কৰিলা, কৰিলা, এতিয়া ছোৱালীৰ বিয়াৰ পাছত আৰু বদনামৰ বৰদৌল বান্ধিবলৈ বল নিদিবা। কিমধিকমিতি।

বৃকোদৰ বৰুৱাৰ বিয়াৰ বুৰঞ্জী লাপি-লুপা নহয়। লেল্-পেল্ নিছিগা দীঘলীয়া। ঘৰ নচলে বুলি দেউতাকে ওঠৰ বছৰ বয়সতে বিয়া পাতি দিব খুজিছিল। তেতিয়াৰেপৰা যোৱা কুৰি বছৰ ধৰি বৰুৱাৰ বিয়াৰ কথা শুনি আহিছোঁ। কেতিয়াবা দলনিত মাগুৰ মাছে মোৰোকনি মৰাৰদৰে হঠাতে বৃকোদৰৰ বিয়াৰ কথা ওলায়। আকৌ কিছুদিনলৈ নিফাট-ফাট। কেতিয়াবা নৈৰ বাঢ়নী পানীত উজাই অহা শিহুৱে গা-দেখা দি যোৱাৰ দৰে একোটা বাতৰি আহি, আকৌ দ পানীত শিহু লুকাই পৰাৰদৰে লুকাই পৰে। কেতিয়াবা বছৰেকৰ মূৰত পমুৱা চৰাইয়ে সুললিত গীত গাই নীৰৱ প্ৰকৃতি মুখৰিত কৰাৰদৰে, থাইকৈ ফাগুন-চ'ত মহীয়া বিয়াৰ বতৰত অন্ততঃ এবাৰ ওলায়, এই বেলি বৰুৱাৰ বিয়া হ'ব। কন্যাৰ খবৰ আহিছে। কিন্তু বহাগ আহে; জেঠ যায়; আহাৰ-শাওণ ভাগৰি পৰে। বৰুৱা, বৰুৱা হৈয়েই ৰয়; বৰুৱানী ঘৰ পৰকিবলৈ অহাৰ কোনো চিন নাই। বৰুৱা অৱশ্যে নিৰ্বিকাৰ। বৰুৱা নীৰৱ। বৰুৱা 'একমেবাদ্বিতীয়ম'।

বৰুৱাৰ বন্ধুমহল বৰুৱাক লৈয়েই ব্যস্ত। বৰুৱাক পালে প্ৰত্যেকেই এখোঁট মাৰে। বৰুৱাই এটা শেঁতা-সেমেকা হাঁহি মাৰি সকলো সহ্য কৰি যায়। যেতিয়া চাৰি-পাঁচজন বন্ধু গোট খাই বৰুৱাক ওপৰা-ওপৰিকৈ জোকাবলৈ আৰম্ভ কৰে, তেতিয়া বৰুৱা ইমান গহীন হৈ থাকে যেন তেওঁৰ বিষয়ে আলোচনা কৰাই নাই। আজিকালি বৰুৱাক সেই জাতীয় কিবা সন্মিলন হোৱাৰ সম্ভাৱনা থাকিলে তাৰ সম্পাদক পদত সৰ্বসন্মতিক্ৰমে অধিষ্ঠিত কৰাৰেই আশা উজ্জ্বল।

যশোদাই কৃষ্ণক বান্ধি থ'ব খুজিছিল কিন্তু গাঁঠি দিবলৈ এআঙুল

জৰীয়ে নাটে। বৰুৱাৰ জীৱনতো সেয়ে ঘটিবলৈ ধৰিলে। মাত্ৰ এআঙুল সুবিধাই নাটে। গুণ আছে, বিদ্যা আছে, বুদ্ধি আছে, প্ৰতিষ্ঠা লাভ কৰিছে। হেজাৰ-বাৰশ টকা বেতন পায়। বৃকোদৰ বৰুৱাৰ কি নাই? প্ৰথম শ্ৰেণী দৰাৰ সকলো 'কোৱালিফিকেশ্যন' আছে। পৰন্তু অভাৱ কোৱালিফাইড্। কিন্তু ক'ত কেণা লাগিল, কোনেও ক'ব নোৱাৰে। মুঠতে প্ৰজাপতি নাবাজ। বৰুৱাৰ জীৱনত আৰু মাহ-হালধিৰ বোল লাগিবনে, নাই, কোনেও ক'ব নোৱাৰে। স্বয়ং প্ৰজাপতিৰো সন্দেহ।

বৃকোদৰ বৰুৱাৰ ভনী-জোঁৱায়েকৰপৰা এখন চিঠি আহিল, কন্যাৰ দেউতাকে উজনিৰ চাহ বাগিছা এখনত চাকৰি কৰিছিল, এতিয়া অৱসৰ লৈ ঘৰলৈ উলটিছে। ভাল সা-সম্পত্তি আছে, চহকী মানুহ। ছোৱালী বি-এ পাছ। বৰুৱা যদি ভনী-জোঁৱায়েকৰ ঘৰলৈ যায়, তাতেই ছোৱালী চাই আহিব পাৰিব। ভনী-জোঁৱাৰেকে ছোৱালী দেখা নাই, ধুনীয়া বুলি শুনিছে। চিঠি পাই বৃকোদৰ বৰুৱাই অনেক চিন্তা কৰিলে। ইমান টকা খৰচ কৰি ৰেলত টোপনি খতি কৰি গৈ যদি কিবা বিসঙ্গতি হয়, তেনেহলে টোপৰতো কথাই নাই টোপনিও যাব। চিঠি পোৱাৰ দিনা বৰুৱাৰ চকুৰ পিৰিঠি লগ নেলাগিল। এটা সম্পূৰ্ণ উজাগৰী নিশা সাক্ষী লৈ পাছ দিনা কন্যা চাবলৈ যোৱাটোকে ঠিক কৰিলে। বিয়া—— জীৱন-মৰণৰ লগৰী। বজাৰৰ গেঞ্জা-মাল নহয় যে চকু মুদি কিনি আনি পাছদিনা ৰাতিপুৱাই ঘূৰাই দিব। তিৰী-ঘোচামৰ জৰী; চেনেহৰ এনাজৰীৰে বান্ধি ৰাখিব পাৰিব লাগিব। গতিকে চাই-চিতি আনিবই লাগিব। বৃকোদৰ বৰুৱাক কিন্তু যি যি গুণ থকা ছোৱালী লাগে, তেনে ছোৱালী হয়তো ওপজাই নাই—— মানুহে কয়। বৰুৱাৰ ভাষাৰে ক'বলৈ গ'লে ছোৱালী এনে ধৰণৰ হ'ব লাগে—— দেখনে-শুননে ভাল, চকুত লগা। গা-গাৰি নিয়মীয়া। চকু-মুখ উজ্জ্বল। চুলি দীঘল; লক্ষণীয়া। মানুহৰ লগত মিলাপ্ৰীতিৰে থাকিব পৰা হ'ব লাগিব। ৰন্ধা-বঢ়া, বোৱা-কটা, বেজী-বটীয়াৰ কাম জনা, গীত-মাতত বাপ থকা, দহজনী বোৱাৰীৰ আগত যাব পৰা হ'ব লাগিব। বয়স কুৰি বছৰৰ কাষে কাষে যোৱা, মিঠামুখীয়া, সদাহাস্যমুখী, পতিব্ৰতা, পৰোপকাৰী আৰু সম্ভৱ হ'লে অভিধানত থকা সকলো বিশেষণৰ অধিকাৰিণী হ'ব লাগিব। বৃকোদৰ বৰুৱাই একেলগে এনে বত্ৰিশ লক্ষণযুক্তা ৰূপহী গাভৰু পায় ক'ত? সেইবাবে বৰুৱাই খাটাং কৰিছে, কন্যা তেওঁ নিজে পছন্দ কৰি আনিব।

বৰুৱা যথা সময়তে ৰেলত উঠিল। ৰেলত গৈ থাকোঁতে বৰুৱাই যেতিয়াই ভাগৰত চকু মুদে, তেতিয়াই লাহী কঁকালৰ, মিঠা বৰণীয়া,

মৰমলগা মুখৰ ছোৱালী এজনী চকুৰ আগেদি লিচিক্ লিচিক্, খোজেৰে অহা-যোৱা কৰি থাকে। বৰুৱাৰ ভালেই লাগে। এইবেলি লেঠাটো মৰিলেই ভাল। বৰুৱাই সিদ্ধান্ত কৰিলে, যদি ছোৱালী পছন্দ হয়, সকলো পকা কৰি আহিব। বৰুৱাই মনে মনে বিয়াপতাৰ গোটেই ইতিহাসটো এবাৰ মনত পেলাই চালে। দীঘল— বহুত দীঘল।

ৰৰ বেগেৰে গৈ থকা ৰেলখন লক্ষ্য ষ্টেশ্যান পাই ৰৈ গ'ল। বেগটো হাতত লৈ বৃকোদৰ বৰুৱা নামি গ'ল। সৰু ষ্টেশ্যান। যাত্ৰী বেছি উঠা-নমা কৰা নাই। বৰুৱাৰ ভনী-জোঁৱায়েক আগবাঢ়ি আহিল আৰু ষ্টেশ্যানত ৰৈ থকা এজন বয়সস্থ ভদ্ৰলোকক চিনাকি কৰি ক'লে, 'এখেত ভদ্ৰসেন বৰা, মিছেছ্ বৰা, এওঁ বীতা।' বীতাই তললৈ মূৰ কৰি ওঁঠ টিপিলে। বৰাই ক'লে, 'আমি গাড়ী লৈ আহিছোঁ। পোনে পোনে আমাৰ ঘৰলৈকে যাওঁ।' এই বুলি গাড়ীৰফালে হাতখন আগবঢ়াই দিলে। বৃকোদৰ বৰুৱাই তেতিয়াহে বুজিলে যে তেওঁক গাৰ্ড অৱ্ অনাৰ জনাবলৈ ষ্টেশ্যানত ভাবী শহুৰ, শাহু, ভাৰ্য্যা সমন্বিতে ভনী-জোঁৱাই ৰৈ আছে। শাহুৱেকে মিঠা সুৰেৰে বৃকোদৰক সুধিলে, 'তোমাৰ চাগৈ ৰেলত অকলে অকলে আহি আমনি লাগিছিল। আহাঁ আহাঁ, ঘৰলৈ গৈ গা-পা ধুই অলপ বেষ্ট ল'বা!' আৰু অনেক কথা ক'লে। বৃকোদৰৰ শাহুৱেক বেছ 'চালু' ভিবোতা যেন লাগিল। অৱশ্যে মিছা নহয়। মিছেছ বৰাক ডেকা ল'ৰাবোৰে বাইদেউ বুলি মাতে। বয়স চাই গাভৰু হৈ আছে। ডেকা ল'ৰা দেখিলেই তুমি বুলি মাতি আপোন কৰি লোৱাটো মিছেছ বৰাৰ প্ৰাথমিক গুণ। পিন্ধন-উৰণতো মিছেছ বৰা জীয়েকতকৈ এখোজ আগবঢ়া। সৰ্বাধুনিক ষ্টাইল, ডিজাইনৰ কৃত্ৰিম অন্তৰ্বাস। খোজৰ লয়-লাসে গাভৰুকো চেৰ পেলাব পাৰে। এবাৰ ঘৰৰ লগুৱাটোৱে 'আইতা' বুলি সম্বোধন ধৰোঁতে তাক কৈছিল, 'এই তোৰ ঘৰ ক'ত?'— 'চোমনি গাঁৱত আইতা।' আইতা আইতা— তোৰ বুঢ়ী মাৰ পাইছনেকি? মেম চাহাব বুলি কবি।' চোমনি গাৱঁৰ বুদেশ্বৰে একেদিনাই মেম চাহাব বুলিবলৈ তৎ হেৰাই গৈছিল।

ষ্টেশ্যানৰপৰা ঘৰলৈকে গোটেই বাটটো মিছেছ বৰাই মাথোন কথা কৈ আহিছিল। বৰা নীৰৱে বহি গৈছিল। মাকৰ মুখত আখৈ ফুটা দেখি বীতাই আমনি পাইছিল। মাকে কথা কৈ থাকোঁতে কেতিয়াবা হঠাতে এনেকৈ কথাবোৰ বঢ়াই কয় যে ধৰা পৰি যায়। বীতাবো দৰাক মুখ দেখুৱাই দেখুৱাই আমনি লাগিছে। 'আছে কপালত লিখ কোনে; নাই কপালত লিখ কোনে', বি কোনো এজনৰ লগত বিয়াখন হৈ গ'লেই ৰক্ষা। আচলতে মাকৰ মুখখনৰ বাবেই কেইবাবাৰো বিয়া

ভাগিছে। মিছেছ বৰাৰ কিন্তু মুখত তেতিয়াও আখৈ ফুটি আছে। বিষয়ৰপৰা বিষয়ান্তৰলৈ গতি কৰি শেষত মণ্ডল গ্ৰহ পাইছেগৈ। কিন্তু বৰা নিমাত হৈ গৈ আছে। বৃকোদৰ বৰুৱাই আকাশ-পাতাল ভাবি গৈ আছে, কাৰণ, গোটেই পৰিয়াল আহি ষ্টেশ্যনতে গাৰ্ড অব্ অনাৰ দিবহি বুলি বৰুৱাই কেতিয়াও ভবা নাছিল। তদুপৰি পোনে পোনেই কন্যাৰ ঘৰলৈ যোৱাটো উচিত হ'ল নে নহ'ল সেইটোও বৰুৱাৰ বাবে ডাঙৰ সাঁথৰ হৈ দেখা দিলে। ঠুহাত গৰৈ মাছ সোমালে সি আৰু পিছুৱাই যাব নোৱাৰে। বৃকোদৰ বৰুৱাৰো সেয়ে হ'ল। চাওঁচোন ঠুহাৰ গৰৈ মাছ খালৈত সোমায় নে নোসোমায়?

বৰাৰ ঘৰৰ চোতালত গাড়ী বৈ গ'ল। ড্ৰাইভাৰে দুৱাৰ মেলি দিলে। বৃকোদৰ সমন্বিতে বৰা-বৰানী নামিল। ড্ৰইং ৰুমত সোমায়েই কাষতে থকা কোঠাটোলৈ আঙুলিয়াই দি মিছেছ বৰাই ক'লে, এইটো তোমাৰ কোঠা। মুখ-হাত ধুই চাহ খাই লোৱা। ড্ৰাইভাৰ বেগটো লৈ আহ।' যি দেখা গ'ল, বৰাৰ সংসাৰৰ কণ্ট্ৰল ৰুমৰ চাবি মিছেছ বৰাৰ হাততহে। যদিও মোমায়ে কাঠ কাটে, মায়ে পানী যেন দেখে, বৰাৰ আপত্তি নাই। বৰা নিমাখিত প্ৰাণী। ৰীতা ষ্টেশ্যনৰপৰা আহি যি ভিতৰ সোমাল, আৰু দেখা নগ'ল। মিছেছ বৰাই বৃকোদৰক খাবলৈ-বৰলৈ দিলে। আল-পৈচান ধৰিলে। আশা দিলে, ভাষা দিলে, উপদেশ দিলে, সকলো দিলে। বৃকোদৰৰ ভনী-জোঁৱায়েক নীৰৱ দৰ্শক হৈ থাকিল। এটা সময়ত ভনী জোঁৱায়েকে বৰুৱাক মিছেছ বৰাৰ হাতত ইহকাল-পৰকালৰ দায়িত্ব দি ঘৰলৈ গ'ল। তেওঁৰ বুজিবলৈ বাকী নৰ'ল যে বৃকোদৰ এইবাৰ দ পৰসত পৰিছে; বোকাত পৰা হাতী। বুঢ়াৰ হাতত চেঙেলি পৰিলেই সৰা টান; এইবেলি বুঢ়ীৰ হাতত চেঙেলি পৰিছে যেতিয়া ৰক্ষা নাই। তেওঁৰো ইচ্ছা, ইমানতে কন্যা-চোৰা অভিযানৰ ইতি পৰিলেই হয়।

বৰাৰ সংসাৰ নামৰ এই নাটকখনৰ সাম্প্ৰতিক দৃশ্যৰ মূল চৰিত্ৰ বৃকোদৰ বৰুৱা হ'লেও তেওঁৰ মুখত সংলাপ নাছিল। অতি কৃতী অভিনেত্ৰীৰদৰে মিছেছ বৰাই সংলাপৰ লগত সঙ্গতি ৰাখি নিখুঁত অভিনয় কৰি গৈছিল। এনে লাগিল যেন মনো-এক্টিং নাটকৰ পটভূমিত বৰা আৰু ৰীতা দুখন ছবি দুঠাইত আঁৰি থোৱা আছে নিৰ্বাক, নিস্পন্দ। মিছেছ বৰাই বৃকোদৰ বৰুৱাৰ আগত ব্যক্ত কৰা সংলাপৰ সাৰাংশ ক'বলৈ গ'লেও অনেক পৃষ্ঠা যাব, গতিকে তাৎপৰ্য্যটোকে তেওঁৰ ভাষাত কওঁ— 'চোৱাঁ, মোৰ ছোৱালী এজনী। ল'ৰা দুটা। সিহঁত সৰু। ডাঙৰ ল'ৰাটো ৰীতাতকৈ দহ বছৰৰ সৰু। তুমি আমাৰ ৰৰপুত্ৰ

হ'বা। আমাৰ ইমানবোৰ সা-সম্পত্তি, কোনে খাব। বিয়াৰ পাছত তুমি ইয়ালৈকে আহি এইবোৰো চলাই-কৰাই খাবা। ৰীতালৈ দেউতাকৰ মৰম বৰ বেছি। তাই চকুৰ আগতে থাকিলে দেউতাকে বৰ ভাল পাব। বিয়া সোনকালেই হ'লে ভাল। টকা-সিকাৰ কিবা অসুবিধা হ'লে আমি আছোঁ।'

বৃকোদৰ বৰুৱাৰ ইচ্ছা নাছিল যদিও শেষত এৰাতি বৰাৰ ঘৰতে থাকিবলগীয়া হ'ল। মিছেছ বৰাৰ আদব-কায়দা, সংলাপ-প্ৰবচন আটাইবোৰে বৰুৱাৰ মূৰত বা-মৰলি সৃষ্টি কৰিলে। বৰালি নৌ জালত পৰোঁতেই কি কি আঞ্জা খাব তাৰ তালিকা দেখি আচৰিতো হ'ল। বৰপুত্ৰ— শব্দটো বৰ তাৎপৰ্য্যপূৰ্ণ। জোঁৱাই জোঁৱায়েই— জোঁৱাই বৰপুত্ৰ হ'লে মানুহে চপনীয়া নুবুলিবনে? টকা-সিকাৰ অসুবিধা দূৰ কৰাৰ এই পৰোপকাৰিতা গুণটো ইমান সোনকালে সংক্ৰমিত হ'বলৈ পালে কেনেকৈ? বৰা আৰু ৰীতা অভিনয়ত কৃত্ৰিমতা নাছিল, গতিকে বৃকোদৰৰ ভালেই লাগিছিল। মিছেছ বৰাৰ সান্নিধ্য আৰু আদৰ-সাদৰৰ উগ্ৰতা অৱশ্যে সময়ে সময়ে অসহ্য লাগিছিল।

পাছদিনা পুৱা যথা সময়ত ভনী-জোঁৱায়েক আহিল। ৰেললৈ যাবৰ হৈছে। চাহ-জলপান খাই উঠিবৰ সময়ত ৰীতাই এখন ফুলাম গামোছা উপহাৰ দিলে। গামোছাখন বটাৰপৰা হাতত তুলি লৈ ৰীতাৰ মুখলৈ চালে। ঈষৎ লাজসনা, মৰমলগা এখন মুখ। এমুঠি আশা, ঔৎসুক্য আৰু আত্মনিবেদনৰ সান-মিহলি প্ৰসাধনে মুখখন আৰু মোহনীয় কৰি তুলিছে। ভালকৈ চাই বৃকোদৰে দেখিলে ৰীতা বৰ চাপৰ— মাত্ৰ চাৰি ফুট ছয় ইঞ্চিমান ওখ হ'ব। হঠাৎ বৰুৱাৰ মনটো কিবা হৈ গ'ল। এনেতে মিছেছ বৰাই ৰীতাৰ সবাতোকৈ ধুনীয়া ফটোখনৰ কেইবা কপিও লেফেফা এটাত ভৰাই বৃকোদৰক দিলে। বৃকোদৰে খৰ-ধৰকৈ টিপতে জেপত ভৰাই থ'লে।

ৰেল আহিল। ৰেল ৰ'ল। ৰেল এৰিলে। ৰেলৰপৰা নামিবৰ সময়ত যিটো বাহিনীয়ে গাৰ্ড অব্ অনাৰ দিছিল, সেই স্কোৱাডেই পুনৰ বিদায় দিলে। তাৰে ভিতৰত ৰীতাৰ চকুযুৰিত যেন লুকাই আছিল এখন অলিখিত ইতিহাস। দীঘল উকি এটা মাৰি ৰেল এৰি দিলে। লগে লগে বৃকোদৰ বৰুৱাৰ মনতো এটা ইঞ্জিন চলিবলৈ ধৰিলে। চলি গ'ল এখন দীঘল ৰেল—স্মৃতিৰ।

আহিবৰ সময়ত বৃকোদৰ বৰুৱাই প্ৰতিশ্ৰুতি দি আহিল। পৰিয়ালৰ লগত আলোচনা কৰি দহ-বাৰদিনৰ ভিতৰতে খাটাং সমিধান জনাব। বৃকোদৰ বৰুৱাৰ ওলোটা ৰথ-যাত্ৰাৰ পাছত দুকালে দুখন নতুন একাঙ্কিকা

নাটক আৰম্ভ হ'ল। এনেয়ে মিছেছ বৰাই ৰীতাৰ বিয়াৰ কথা আনৰ আগত নকয়। আন কি বায়েকহঁতৰ আগতো নকয়। জানোচা, 'ৰাইভেল' হৈ যায়। লগৰীয়াৰ আগতো লুকুৱাই ৰাখে। ৰীতাৰ বিয়াৰ কথা ওলালেই, মিছেছ বৰাই কয়, 'দৰা কেইবাজনো ওলাইছে, কাক দিওঁ, কাক থওঁ, খাটাং কৰিব পৰা নাই—মানে চিলেকশ্যান কমিটি বহা নাই। এইবেলি বৃকোদৰ বৰুৱাক জালত পেলাই মিছেছ বৰা মনে মনে থাকিব নোৱাৰিলে। তেওঁ বন্ধু-বান্ধৱীৰ আগত কৈ ফুৰিবলৈ ধৰিলে, 'ৰীতাৰ বিয়া বন্দোবস্ত হৈছে। বিয়া দৰাৰ সুবিধা মতেই হ'ব। বৰ ভদ্ৰ মানুহ। কম কথা কয়। কিন্তু বৰ গহীন। দৰা বৃকোদৰ বৰুৱা। বংশ-গৌৰৱ আছে। চাকৰিও ভালেই। আমাৰ কপালহে বুলিছোঁ। মানুহে কৰোঁ বুলিলে একো নহয়; ঈশ্বৰে কৰিলেহে কৰা। হওক এজনী ছোৱালী। লেঠা মৰিল। আমাৰ বাইদেউৰ চাৰিজনীকৈ ছোৱালী ডাঙৰ হৈ আছে। কিমান অশান্তি ইত্যাদি।

বৃকোদৰ বৰুৱাৰ পুনৰ প্ৰৱেশৰ লগে লগে বন্ধু-বান্ধৱে বেৰি ধৰিলে। মিছন কেনে হ'ল, বাতৰি সুধিলে। বৃকোদৰেও কথাটো লুকুৱাই ৰখাৰ কোনো কাৰণ বিচাৰি নেপালে। শেষত ফটোখনো দেখুৱাই দিলে। মৰমলগা মুখেৰে, তেনেই কুমলীয়া চেহেৰাৰ এজনী ছোৱালী। বন্ধু-বান্ধৱে চাহ-মিঠাই খালে 'আৰু বিয়া কেনেকৈ পাতিব, ক'ত পাতিব, কিমান খৰচ কৰিব আদি এশ এবুৰি উপদেশ দিবলৈ ধৰিলে। ফটোখন সকলোকে দেখুৱালে। নিজেও সময় পালেই ফটোখন উলিয়াই চায় আৰু নিজে দেখি অহা মানুহজনীৰ লগত মিলাবলৈ যত্ন কৰে। এৰা, মৰমলগা ছোৱালী। ছোৱালী চাবলৈ যোৱাৰ দিনা মিছেছ বৰাই দেখুওৱা সৌজন্যখিনি যদি স্থায়ী হয়, তেনেহলে শহুৰৰ ঘৰ অমৃতৰ ভাণ্ড বুলিয়েই ভাবিব লাগিব।

ঘৰৰ সকলোৰে লগত আলোচনা হ'ল। আটায়ে সন্মতি দিলে। চিঠিৰ উত্তৰ দিয়াৰ সময় পাৰ হৈ গ'ল। ইতিমধ্যে বৰা-বৰানীৰ মত-অভিমত জনাই ভনী-জোঁৱায়েকে চিঠি দিলে আৰু বৃকোদৰ বৰুৱাৰ ব্যৱহাৰ পাতিলৈ চাই তেওঁ বৰুৱাৰ হৈ কথা দি পেলালে— 'হ'ব আৰু।' কিন্তু বৃকোদৰ বৰুৱা উলটি অহাৰ দহদিনৰ পাছতো চিঠি নেপাই ভনী-জোঁৱায়েকে 'ৰিমাইণ্ডাৰ' দিলে। তাৰ পাছতো উত্তৰ নাই।

বৃকোদৰ বৰুৱাই তিনি দিন ছুটী ল'লে। ঘৰৰ দুৱাৰ মাৰি ভাবিলে, ভাবিলে, ভাবিলে। ভাবনাৰ ওৰ নপৰিল। ছোৱালীজনী ধুনীয়া, পঢ়াতো ভাল। কথা পতা নাই যদিও দেখাত মিতভাষী, লাজকুৰীয়া চিম্পল্— মাকৰ দৰে নহয়। বাপেক শহুৰ হ'বৰ লায়েকৰ মানুহ।

ঘৰুৱা অৱস্থা স্বচ্ছল। ছোৱালীজনী বা পৰিয়ালৰ বিৰুদ্ধে ক'বলৈ একো নাই। তথাপি বৰুৱাই চিঠিৰ উত্তৰ দিব পৰা নাই। বৰাৰ সংসাৰত চিন্তাৰ ধুমুহা বৈছে, ভনী-জোঁৱায়েকৰ অৱস্থা অবৰ্ণনীয়। ঘৰত আটায়ে কথা-বতৰা হৈছে, 'বৃকোদৰে ছোৱালী নিজেই চাইছে। ছোৱালী ধুনীয়া। মানুহ ঘৰ ভাল। গতিকে টেলিগ্ৰাম কৰি সম্মতি জ্ঞাপন কৰিব লাগে।' বৃকোদৰ অলৰ-অচৰ। সম্মতিও নাই; অসম্মতিও নাই।

দিন গৈ আছে। বন্দোবস্ত তামাদি হ'বলৈ বেছি দিন নাই। ফুলাম গামোছাখন দিবলৈ অহা ৰীতাৰ লাজ লাজ ভাবৰ মূৰ্তিটো চকুৰ আগত অধিক সজীৱ হৈ উঠিবলৈ ধৰিলে যদিও বৃকোদৰে শেষত দৃঢ়তাৰে ঘোষণা কৰিলে, 'বিয়া নহ'ব। ৰীতা চাপৰ— কমেও ডেৰ ফুট।' খবৰ পাই ভনী-জোঁৱায়েকৰ চকুলৈ তিনি দিন টোপনি নাহিল। আঠ বছৰ হ'ল। ভনী-জোঁৱায়েকৰ লগত আহ-যাহ, মাত-বোল নাই।

'এণ্ডনি জেণ্ডনি তিনি ফেৰেণ্ডনি
মাণিক "থোপা-থুপি লাগে;
হৰলৈ গৌৰীকে নিদিওঁ নুবুজিবা
সৃষ্টি বাঢ়িব লাগে।'

বৃকোদৰ বৰুৱাৰ চৰিত্ৰ অদ্ভুত; কাহিনী অপূৰ্দ্ব্যাত। ইতিমধ্যে বৃকোদৰ বৰুৱাৰ বিয়াৰ বৃত্তটো কেন্দ্ৰ কৰি অসংখ্য ঐককেন্দ্ৰিক বৃত্ত সৃষ্টি হৈ ইয়াৰ পৰিধিয়ে এতিয়া গোটেই দেশ আগুৰি পেলাইছে। ফলত বৃকোদৰ বৰুৱাৰ জীৱন্ত জীৱনীৰ টুকুৰা-টুকুৰ বাতৰিয়ে বাতৰি কাকতৰ শিঠিত উঠিয়েই ক্ষান্ত হোৱা নাই, আকাশে-বতাহে বিয়পি পৰি কেতিয়াবা আকাশ-বাণীয়েদিও সৰকি গৈছে। মুঠতে চকু-কাণ ঠিয় হৈ থকা কোনো মানুহেই বৃকোদৰ বৰুৱাৰ কথা নজনা নাই। যদি কোনোবাই টোপনি ভাও জুৰি সাৰ পাই আছে, তেওঁৰ কথা আমি নেজানো।

বৃকোদৰ বৰুৱাৰ জীৱনতো এটা স্বৰ্ণযুগ আহিছিল। সেয়া দহ বছৰৰ আগতে উকলি গ'ল। এই সময়ছোৱাত বৰুৱাই যিমান আদৰ-আপ্যায়ন, মৰম, চেনেহ, চিঠি-পত্ৰ পালে, সি স্মৃতিৰ মিউজিয়ামত এতিয়া কি হৈ আছে, তাক বৃকোদৰ বৰুৱাৰ বাহিৰে দ্বিতীয় প্ৰাণীয়ে নেজানে। আমি জনা মতে এই সময়ছোৱাত বৃকোদৰ বৰুৱাক জোঁৱাই কুলত ভুক্ত কৰিবলৈ অনেক শহুৰেকেই ব্লেঙ্ক ফায়াৰ কৰিছিল। এই

তালিকাখনত যিবোৰৰ নাম আছে সেইবোৰ যদি সদস্য হৈ যায়, কথা সাংঘাতিক হ'ব। সি যি কি নহওক কাৰো ফৰ্মুটিত বৃকোদৰ নমৰিল।

সিদিনা অলপতে বৃকোদৰ বৰুৱাক লগ পালোঁ। কপালৰ আগৰ চুলি সৰি কপাল যেন কপাল নহয়, ডফলা পৰ্বতৰ এফাল যেন দেখা হৈছে। পিছে মানুহজন আগৰদৰেই তজবজীয়া হৈ আছে। প্ৰস্তাৱ আহিছে, ছোৱালী চাইছে, পছন্দ হৈছে, বিয়া ভাগিছে, কত কি হৈছে। কোনেও হাৰ মনা নাই। কথাৰ মাজতে এবাৰ ক'লে, 'কি কৰিম? মোৰ বয়সেই আঁতিছে। তাতে যিবোৰ ছোৱালীৰ প্ৰস্তাৱ আহিছে, সিহঁতৰ বয়স মোতোকৈ একোৰ চৰা। বয়সলৈ চাই ময়েই যদি বাইদেউ বুলিব লাগিল, মোৰ মানটো থাকিল ক'ত? এইবেলি এজনী ছোৱালীৰ প্ৰস্তাৱ আহিছে. আমাৰ দুয়োৰে বয়স যোগ কৰিলে কমেও চাৰি কুৰি হ'ব। মই এতিয়া ক'ত মৰোঁ।' 'ওৰাক নিন্দে কোৱাই, পুঠি-খলিহাক নিন্দে ভেৰপেটী মোৱাই।'

এইখিনিতে বৃকোদৰ বৰুৱাৰ বিয়াৰ কাহিনী এটা মনত পৰিছে। কোনো যোগ-বিয়োগ, পূৰণ-হৰণ নকৰাকৈ এটা অঙ্কৰ উত্তৰ ওলোৱাৰ সম্ভাৱনা দেখা গ'ল। নামে-ধামে, গুণে-যশে, মানে-মৰ্য্যাদাই জনা-শুনা এজন ব্যক্তিৰপৰা অতি অপ্ৰত্যাশিতভাৱে এখন চিঠি আহিল— কল্যাণীয় বোপা,—

সম্ভাষণ গ্ৰহণ কৰিবা। ঈশ্বৰৰ কৃপাত ভাৰসা ৰাখি আমি আমাৰ মাজু কন্যা শ্ৰীমতী লোপাৰ লগত বৈবাহিক সম্বন্ধ ঘটাবলৈ একান্ত ইচ্ছুক। কন্যা শিক্ষিতা, বি-এ পাছ। পোনপটীয়াকৈয়ে তোমাক কথাটো জনাবলগীয়া হোৱাত মনতে আহুকাল পাইছিলোঁ যদিও লিখিলোঁ.......।

চিঠিখন পাই, বৃকোদৰৰ কাণ দুখন খন্তেকলৈ তপত হৈ উঠিলেও থিতাদহে সিদ্ধান্ত কৰি পেলালো, এইবেলি বিয়া পাতিব। দেউতাকে নিজেই আবেদন পত্ৰ দি এই প্ৰস্তাৱ আগবঢ়োৱাত বৃকোদৰ নথৈ কৃতজ্ঞ হ'ল। কাৰো কোনো পৰামৰ্শলৈ বাট নেচাই নিৰ্দ্ধাৰিত দিনত কন্যা চাই আঙঠি পিন্ধাবলৈ খাটাং সমিধান জনাই দিলে। মনতে ভাবিলে, বাটে-পথে, হাটে-বজাৰে, সভাই-সমিতিয়ে বগৰী জোকৰাদি জোকাৰি থকা বন্ধু-বান্ধৱবোৰকো চুঙা চাই সোপা দিব পাৰিব। বৃকোদৰ ওলাল অকলৈ। হাতত সেই আঙঠিটো। তাৰ বয়সোতো কম হোৱা নাই— সোতৰ বছৰ। আঙঠি গঢ়োৱা সোণাৰিৰ হাড়ত বন গজি এতিয়া গছ গজিবৰ উপক্ৰম হৈছে। বৰুৱাই কলেজত পঢ়োঁতেই মনে মনে এজনী ছোৱালীক ভাল পাইছিল। সুবিধা পালে তাইক বিয়া

কৰিবলৈ প্ৰস্তুত আছিল। বকৰাই তাইক এই কথা জনাই ভালপোৱাৰ পট্টা ম্যাদি কৰিবৰ আশাৰেই আঙঠিটো গঢ়াইছিল। ছোৱালীজনী গৰম বন্ধত ঘৰলৈ গৈ আকৌ কলেজলৈ উলটি নাহিল। তাইৰ হেনো বিয়া হৈ গ'ল। বৃকোদৰে ছোৱালীজনীক মনৰ কথা জনাবলৈকে নেপালে। আঙঠিটো বৈ গ'ল। কাৰ আঙুলিৰ জোখত আঙঠিটো গঢ়াইছিল, কাৰ আঙুলিত ই ঠাই পাব ক'ব নোৱাৰোঁ, কিন্তু বৃকোদৰে এইবেলি আঙঠিটো শোধাব বুলি দৃঢ় সঙ্কল্প হৈ যথাস্থান পালেগৈ। গৈ পাই দেখে, লোপাহঁতৰ ঘৰত এক মৃদু চাঞ্চল্য, ক্ষীণ উত্তেজনা, অলপীয়া মাঙ্গলিক আয়োজনৰ এক পৰিবেশ বিৰাজ কৰিছে। ঘৰ হিচাপে বৃকোদৰৰ আগৰপৰাই চিনাকি, মাথোন আহ-যাহ নাই। লোপাক অৱশ্যে দেখা নাই, ধুনীয়া বুলি শুনিছে। তাই সৰুৰেপৰা মোমায়েকৰ ঘৰত থাকি পঢ়িছিল। বাৰু, যি হওক, এতিয়া দেখা পালেও হ'ব। লোপাই কিন্তু বৃকোদৰক কাহানিও দেখা নাই, নাম শুনিছে।

চকুত লগাকৈ সজাই থোৱা ড্ৰইং ৰুমটোত বহি বৃকোদৰে সোঁ জেপটো পিটিকি চাই আঙঠিটো থকাৰ কথা খাটাং কৰি ল'লে। আজিয়েই বৃকোদৰৰ লগত শেষ সম্পৰ্ক। আজি সোতৰ বছৰে সি কিমান আমনি দি আছিল তাক বৃকোদৰেহে জানে। কত দিন শুৱৰ সময়ত পুৰণি স্মৃতিলৈ নতুন সজীৱতা আহি আমনি কৰিছিল। আজি, আজিয়েই তাৰ শেষ। এইবেলি যদি সি পুনৰ ঘূৰি আহে, তেনেহলে লগত লৈ আহিব এখন অন্তৰ, এবুকু মৰম, যুৱীয়া জীৱনৰ মধুৰ পৰিবেশ। আৰু এই বাবেই বৃকোদৰ বকৰাই সোতৰ বছৰ অসীম ধৈৰ্য্যৰে সেই আঙঠিটো বুকুত বান্ধি লৈ ফুৰিছে।

দেউতাক আহিল। ল'ৰাৰ কুশল-মঙ্গল সুধিলে। তেওঁ ডলং মানুহ সকলো কথা এমূৰৰপৰা কৈ যায়। ক'বলগীয়া কথাখিনি দেউতাকে ক'লে। মাক আহিল। সোঁ-হাতেৰে ওৰণিখন একাচলি টানি, কথা দুআষাৰ নেপাতিলেই নহয় বাবে পাতি, ভিতৰলৈ গ'ল। হাতত অভ্যৰ্থনাৰ প্ৰাথমিক আয়োজনৰ চাহ কাপ লৈ লোপা আহিল। ট্ৰেখন টেবুলত থবৰ সময়ত হঠাতে হাতখন কঁপি কাপ্-প্লেট কেইটা থুং-থাংকৈ বাজি উঠিল। লোপাই কোনো কথা নক'লে। আন কি চাহ খাবলৈ অনুৰোধ নকৰাকৈয়ে খৰখোজেৰে ভিতৰলৈ সোমাই গ'ল। অত্যধিক লাজৰ মাত্ৰাবশতঃ এনে হ'ল বুলি বৃকোদৰ বকৰাই আত্মপ্ৰত্যয় মানি ল'লে। চাহ খোৱা হ'ল। দেউতাকেই কথাৰ আগ-গুৰি কাটিলে। শেষত সিদ্ধান্ত হ'ল। বৃকোদৰে আজিয়েই আঙঠি পিন্ধাই থৈ যাব। কথা খৰেই হ'ল। দেউতাক উঠি গৈ মাকক খবৰ দিলে আৰু মাকে লোপাক পিন্ধি-উৰি

ওলাবলৈ আদেশ দি চুবুৰীয়া ৰাজখোৱানী, বৰানী আৰু লোপাৰ লগৰীয়া মণিমালাক মাতি আনিবলৈ গ'ল। খন্তেকতে ব্যস্ততা, চাঞ্চল্য আৰু উত্তেজনা বৃদ্ধি পালে। বৃকোদৰৰ মনত প্ৰাপ্তিৰ আগন্তুক তৃপ্তিৰ আবেশ উজলি উঠিল। লোপা গা-ধোৱা ঘৰত সোমাল।

ৰাজখোৱানী আহিল। বৰানী আহিল। মণিমালা আহিল। মণিমালা আহিয়েই ভিতৰত খদম্-দম্ লগাই দিলে। 'লোপা, লাক্ ভাই লাক্। ক'ত আছ ওলাই আহ্না। ধেৎ, বাথৰুমত ইমান দেৰি কি কৰিছ? ওলাই আহাঁ আইদেৱে মাটিত মঙ্গল চাই, গণকে গণিতা কৰে, বেলা চৰি যায়।' এই বুলি দুৱাৰত ঢকিয়াবলৈ ধৰিলে। 'মাহীদেউ, আপোনালোকৰ যে কি ভাগ্য। হঠাতে লোপাৰ দৰা ঠিক হৈ গ'ল।' মণিমালাই খন্তেকতে ঘৰখনলৈ বিয়াৰ উত্তেজনা আনি দিলে। ইমান পৰে বৃকোদৰ ধীৰ স্থিৰ হৈ আছিল যদিও মণিমালাহঁতৰ কাণ্ড-কাৰখানা দেখি নাৰ্ভাচ হোৱা যেন লাগিল। আঙঠিটো কেনেকৈ পিন্ধাব, কি কৰিব, পৰিস্থিতিটো কেনেকৈ চমজি ল'ব, এইবোৰ ভাবোঁতে ভাবোঁতে বুকুত মৃদু কঁপনি উঠিবলৈ ধৰিলে। ইতিমধ্যে পখিলাৰদৰে উৰি আহি মণিমালাই বৃকোদৰ বৰুৱাক কৈ গ'ল,— 'মই কিন্তু ভিনদেউ বুলিম দেই। ৰ'ব, মই এতিয়া ন-কইনা উলিয়াই আনো।'

বেলি বহুত হ'ল। লোপা গা-ধোৱা ঘৰৰপৰা নোলাল। মাক দেউতাক অধৈৰ্য্য হ'ল। 'অবহুতী কন্যাৰ ওঠৰটা ৰাৱ।' লোপা আৰু নোলাল। ৰাজখোৱানীহঁত দিহাদিহি গ'ল। মণিমালা পাছ দুৱাৰেদি ওলাই বৃকোদৰ বৰুৱাক দেখা নিদিয়াকৈ পলাই গ'ল। ঘৰখনলৈ মৰাঘৰীয়া নিৰ্জনতা নামি আহিল। বৃকোদৰ বৰুৱাও শেষত এখোজ-দুখোজকৈ ঘৰমুৱা হ'ল।

বৃকোদৰ বৰুৱাৰ এইটোৱেই শান্ত্বনা যে দহ বছৰ হৈ গ'ল লোপাৰ এতিয়াও বিয়া হোৱা নাই। এটা অচল টকাৰ দুয়ো দুপিঠি হৈ আছে।

বৃকোদৰ বৰুৱাৰ অথন্তৰ দেখি খিত্ পাৰি হাঁহা মানুহৰ যেনেকৈ আটক নাই, সহানুভূতি ওপজা মানুহৰো অভাৱ নাই। এবাৰ এজন মানুহৰ মাক মৰিল। এটোপাও চকুপানী নোটোকাকৈ কাম-বন কৰি গ'ল। দুবছৰমান পাছত ঘৈণীয়েক মৰিল। মানুহজনে হুৰাওবাৰে কান্দিবলৈ ধৰিলে, কান্দোন সামৰিবই নোৱৰা হ'ল। তাকে দেখি এগৰাকী বয়সীয়া তিৰোতাই ক'লে, 'হেৰ', মাৰ মৰোঁতে চকুপানী এটোপাও নুটুকিলি; এতিয়া ঘৈণীয়েৰ মৰোঁতে হিয়া চপৰিয়াই কান্দিছ।' মানুহজনে উত্তৰ দিলে, 'আই মৰোঁতে আটায়ে শান্ত্বনা দি কৈছিল, নেকান্দিবি বোলাই,

মাৰ মৰিল, আমি মাৰৰ লগৰ মাৰ আছোঁ। কিন্তু এতিয়া ঘৈণী মৰিল, কোনে মোক শান্ত্বনা দি ক'বহি, আমি আছোঁ বুলি। সেই কাৰণেই কান্দিছোঁ।' বৃকোদৰৰ এই অপূৰণীয় শূন্যতাখিনিৰ কথা যদি কোনোবাই গভীৰভাবে চিন্তা কৰি চাইছে, তেওঁৰ সহানুভূতি নুপজিবই বা কিয় ?

বৃকোদৰৰ বিয়া বন্দোবস্ত হ'ল। কন্যাঘৰ নগৰৰ কাষৰ আধা নগৰীয়া মানুহ এঘৰত। ল'ৰা-ছোৱালীবোৰৰ মাজত নতুনৰ পোহৰ পৰিছে, বুঢ়া-বুঢ়ীবোৰ এতিয়াও তাহানিৰ আলাদ্ধুকলীয়া ৰীতি-নীতিতে আছে। বৃকোদৰে বাটৰ কাষৰ দোকানত বৈ থাকি ছোৱালী চালে; লগৰীয়া বন্ধু এজনে দেখুৱাই দিলে। বৃকোদৰৰ মাক-দেউতাক গৈ আহিল। হ'বলগীয়া বিয়ৈ-বিয়নীয়েকক নিমন্ত্ৰণ কৰি আহিল। বুঢ়া-বুঢ়ী ঠিক বুঢ়া বুঢ়ী নহয়, আদহীয়া দম্পতিয়ে বাছত উঠি বৃকোদৰৰ ঘৰলৈ আহিল। বুঢ়াৰ সকলো সম্পত্তি বুঢ়ীৰ হাতত। বুঢ়ীয়ে সপ্তাহত তিনিদিন পেৰাত হাত নিদিয়ে। বৃহস্পতিবাৰ শুক্ৰবাৰ, সোমবাৰ মৰাবাৰ আৰু বুধবাৰ বুঢ়ীৰ জনমবাৰ। এই তিনি দিনত ধন দৰকাৰ হ'লে ধাৰলৈ আনি পাছদিনা ধাৰ মাৰিব, তেও পেৰাত হাত নিদিয়ে। আউসী একাদশীত এসাজ লঘোণ দিয়ে। দিনটোত এঘটি পানীৰে কেইবাৰ গা ধোৱে, তাৰ ছিচাপ দিয়া টান আৰু ৰখাও টান। বুঢ়ীৰ মুখখন ঠিক লাউপাত কচুপাত নহ'লেও চোকা। হাড়ৰ মাজে সৰকি যোৱাকৈ একোষাৰ সৰকাই পঠিয়ায়।

বুঢ়া-বুঢ়ী আহি বৃকোদৰৰ ঘৰ পালেহি। ঠিক নঙলামুখ পাওঁতেই মতা কুকুৰা এটাই 'লঙ্কাপুৰ ক'ত' বুলি চিঞৰি চিঞৰি স্বাগতম জনালে। চোতালত এবাহ পোৱালি লৈ মাইকী কুকুৰা এজনীয়ে কুটকুটাই আছিল। ডেকেকৰা ডেকেৰী কেইযাটাও ইফালে-সিফালে ঘূৰি ফুৰিছিল। মাইকী এজনীয়ে কণী পাৰি কট্ কট্ কটচ্ কৰি চিঞৰি আছিল। নতুন মানুহৰ ঘৰ। বুঢ়ীৰ পৰিবেশটো অসহ্য লাগিলেও বিশেষ মাত মতা নাছিল। চাহপানীটোপা খোৱাৰ পাছতেই বুঢ়ীয়ে ক'লে, আপোনালোকৰ হাতে আমাৰ পানী নচলিব। এইবোৰ কুকুৰা কাৰ ? কুকুৰা পোহা মানুহৰ ঘৰলৈ আমাৰ ছোৱালী নিদিওঁ। আমাৰ সাত পুৰুষত নোহোৱা কথা এইবোৰ। ছোৱালী দিবলৈ হ'লে এইবোৰ ৰীতি-নীতি এৰিব লাগিব।' বৃকোদৰ বৰুৱা ঘৰত নাছিল। শহুৰ-শাহু ভালে ভালে সাৰি গ'ল। কিন্তু যেতিয়াই এইবোৰ কথা বৃকোদৰ বৰুৱাৰ কাণত পৰিল, তেতিয়া বিপ্লৱ কৰি উঠিল ; প্ৰয়োজন হ'লে ইণ্টাৰকাষ্ট মেৰেইজ কৰাব, এনেকুৱা ঠেকমনা মানুহৰ ঘৰৰ ছোৱালী নানে। বৃকোদৰ বৰুৱাই এটা বক্তৃতা দি পেলালে, 'যাৰ বাৰীত কুকুৰা নচৰে, তাৰ চকত কুকুৰা চৰে।